# চৌধাৰীৰ
# সাহিত্য-প্ৰতিভা



সৰিতা সভা
গুৱাহাটী

CHAUDHARIR SAHITYA PRATIBHA : A collection of articles written by various writers on the different aspects of the life and literary works of Shri Raghunath Chaudhary, Kaviratna and published by Savita Sabha, Gauhati, Assam, 1964.

প্ৰকাশক—
শ্ৰীনৰেন শৰ্ম্মা
সম্পাদক,
**সৰিতা সভা**
গুৱাহাটী, অসম

প্ৰথম প্ৰকাশ
আগষ্ট, ১৯৬৪

বেচ পাঁচ টকা

ছপা কৰোঁতা
নাৰায়ণচন্দ্ৰ বসাক
**জয়শ্ৰী প্ৰেছ**
৯১।১বি, বৈঠকখানা ৰোড, কলিকতা-৯

# আমাৰ কথা

অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ সাহিত্যিকসকলৰ পৰিচয় দি তেখেতসকলৰ সাহিত্যৰ থূলমূলভাৱে আলোচনা কৰাৰ প্ৰযত্নেৰে সৰিতা সভাই এতিয়ালৈকে দুখনি গ্ৰন্থ প্ৰণয়ন কৰিছে। তাৰ প্ৰথমখনি আছিল 'বেজবৰুৱাৰ সাহিত্য-প্ৰতিভা' আৰু দ্বিতীয়খনি 'গোহাঞি বৰুৱাৰ সাহিত্য-প্ৰতিভা'। এই 'সাহিত্য-প্ৰতিভা' গ্ৰন্থমালাৰ তৃতীয় গ্ৰন্থ স্বৰূপে শ্ৰীৰঘুনাথ চৌধাৰীদেৱৰ সাহিত্যৰ বিভিন্ন দিক আলোচনা কৰি এখনি গ্ৰন্থ প্ৰণয়ন কৰিবৰ উদ্দেশ্যে সভাই ১৯৬২ চনৰ ছেপ্টেম্বৰ মাহতে এটি প্ৰস্তাৱ গ্ৰহণ কৰিছিল যদিও তাক তেতিয়া বিশেষ কাৰণত কাৰ্য্যকৰী কৰিব পৰা হোৱা নাছিল। ইতিমধ্যে সভাৰ সম্পাদকৰ ভাৰ আমাৰ হাতত পৰে আৰু '৬৪ চনৰ মাঘ মাহত কৰিৰ জন্মদিন ওচৰ চাপি অহাৰ লগে লগে সভাৰ সদস্যসকলৰ সেই প্ৰস্তাৱৰ প্ৰতি মনোযোগ আকৰ্ষিত হয় আৰু কৰিৰ ৮৫তম জন্ম তিথিত শ্ৰদ্ধাঞ্জলি স্বৰূপে এই গ্ৰন্থখনি সভাৰ পক্ষৰপৰা তেওঁৰ হাতত দিবলৈ মানস কৰা হৈছিল। সেই উদ্দেশ্যে শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী, শ্ৰীৰজনীকান্ত শৰ্ম্মা আৰু শ্ৰীহেমন্তকুমাৰ শৰ্ম্মাক লৈ এখনি সমিতি গঠন কৰা হয়। এই সমিতিয়ে প্ৰস্তুত কৰা আঁচনি কাৰ্য্যত পৰিণত কৰিবলৈ শ্ৰীহেমন্তকুমাৰ শৰ্ম্মাক আহ্বায়ক স্বৰূপে লৈ এখনি সম্পাদনা সমিতি গঠন কৰি দিয়া হয়। সেই সমিতিৰ আন সভ্যসকল হৈছে শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, ডঃ শ্ৰীমহেশ্বৰ নেওগ, ডঃ শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মা, শ্ৰীৰজনীকান্ত দেৱশৰ্ম্মা, শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী আৰু শ্ৰীনৰেন শৰ্ম্মা।

এই গ্ৰন্থৰ আকাৰ বৃজন হোৱাত আৰু সকলো প্ৰবন্ধ সময়মতে সম্পাদনা সমিতিৰ হাতলৈ নহাত আকাঙ্ক্ষিত দিনত প্ৰকাশ কৰাটো সম্ভৱপৰ হৈ নুঠিল যদিও পলমকৈ হলেও পুথিখনি উলিয়াই কৰিৰ হাতত অৰ্পণ কৰিব পাৰি আমি নিজকে কৃতাৰ্থ মানিছো।

সম্পাদনা সমিতিৰ সদস্যসকলৰ উপৰিও শ্ৰীহৰিনাথ শৰ্ম্মাই পুথিখনিৰ সম্পাদনা কাৰ্য্যত আমাক নানাভাৱে সহায় কৰিছে। তদুপৰি শ্ৰীনিত্যানন্দ বৰদলৈ আৰু শ্ৰীমান অমৰেন্দ্ৰ শৰ্ম্মাই পুথিৰ পাণ্ডুলিপি যুগুতাই দিছে। এই আটাই কেউজনলৈকে সভাৰ পক্ষৰপৰা আমি ধন্যবাদ জনাইছো।

পুথিৰ সম্পাদনা সম্পৰ্কে অধ্যাপক শ্ৰীহেমন্তকুমাৰ শৰ্ম্মাই কবলগীয়া কথাখিনি স্থানান্তৰত কৈছেই। আমি মাথোঁ ইয়াকে কব খোজোঁ যে এনেবোৰ কামত সহৃদয় লিখক আৰু পাঠকসকলৰপৰা সহায়-সহানুভূতি পালে আগলৈকো সৰিতা সভাই এনে ধৰণৰ সাহিত্যিক প্ৰচেষ্টা চলাই থাকিবলৈ আশা ৰাখিছে।

বিনীত —
নৰেন শৰ্ম্মা
প্ৰধান সম্পাদক, সৰিতা সভা,
গুৱাহাটী

১।৮।৬৪
নৰগিৰি, গুৱাহাটী

# নিবেদন

আধুনিক অসমীয়া সাহিত্যৰ অগ্ৰগণী কৰিসকলৰ ভিতৰত শ্ৰীৰঘুনাথ চৌধাৰীদেৱ অন্যতম। তেখেতৰ কৰি-প্ৰতিভালৈ লক্ষ্য ৰাখি যথাযুক্ত-ভাৱে তেখেতক 'বিহগী-কৰি', 'কৰিৰত্ন' আদি উপাধিৰে ভূষিত কৰা হৈছে। অসমীয়া সাহিত্য বিশেষকৈ পদ্য-সাহিত্যলৈ তেখেতে যিখিনি বৰঙণি আগবঢ়াইছে, সেইখিনি চিৰসমুজ্জ্বল হৈ ৰব বুলি সহজে অনুমান কৰিব পাৰি। এনে এগৰাকী কৰি-সাহিত্যিকৰ সাহিত্য-প্ৰতিভা সম্পৰ্কে বিস্তাৰিতভাৱে আলোচনা হোৱা যে নিতান্ত আৱশ্যক এই বিষয়ে কোনো সন্দেহ নাই।

গুৱাহাটীৰ সৰিতা সভাই 'সাহিত্য-প্ৰতিভা ছিৰিজ'ৰ তৃতীয় গ্ৰন্থ 'চৌধাৰীৰ সাহিত্য-প্ৰতিভা' উলিয়াবলৈ মনস্থ কৰি গ্ৰন্থখনৰ প্ৰস্তুতিৰ কাৰণে সম্পাদনা সমিতিৰ আহ্বায়ক হিচাপে আমাক ভাৰ দিয়ে। সম্পাদনা সমিতিৰ সিদ্ধান্ত আৰু আঁচনি অনুসৰি শ্ৰীৰঘুনাথ চৌধাৰীদেৱৰ সাহিত্যৰ বিভিন্ন দিশ সম্পৰ্কে আলোচনামূলক প্ৰবন্ধ আৰু সেই আলোচনাৰ আঁত বুজি পাবলৈ পুথিখনৰ আৰম্ভণিতে কৰিৰ চমু জীৱনী আৰু দুই এটা প্ৰাসঙ্গিক কথাও সন্নিৱিষ্ট কৰিবলৈ স্থিৰ কৰা হয়। ইয়াৰ বাবে আঁচনিত অন্তৰ্ভুক্ত প্ৰবন্ধ লিখিবলৈ কেইবা গৰাকী প্ৰসিদ্ধ লিখকক অনুৰোধ জনোৱা হয়। সন্তোষৰ কথা যে তেখেতসকলে সমিতিৰ অনুৰোধ-ক্ৰমে বিশেষ যত্ন কৰি প্ৰবন্ধ পঠিয়াই সভাৰ এই প্ৰচেষ্টাত সহায় কৰিছে। সেই বাবে তেখেতসকলক আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। প্ৰবন্ধ-সংগ্ৰহৰ ক্ষেত্ৰত কেতিয়াবা আমি আহুকাল পাইছিলো আৰু কেতিয়াবা দুই এগৰাকী লিখকক সঘনে তাগিদ দি আমনি দিবলগীয়াও হৈছিল। সি যি নহওক কামটো যে অৱশেষত হৈ উঠিল সেয়ে আমাৰ পৰম আনন্দ। আমি জনাত ভাল অসমীয়া প্ৰবন্ধলেখক আৰু বহুতেই আছে আৰু সিসকলৰ ভিতৰত কোনো কোনোৱে এই পুথিৰ আলোচ্য

বিষয় লৈ নিশ্চয় উপযুক্ত প্ৰবন্ধও লিখিব পাৰিলেহেঁতেন ; কিন্তু একোটা বিষয়ৰ বাবে একোজন লিখক নিৰ্দ্দিষ্ট হোৱাত সেইসকলৰ ওচৰ চাপিবলৈ এইবাৰ আমাৰ সুবিধা নহ'ল।

আজিলৈকে কোনো অসমীয়া সাহিত্যিকৰে সমুদায় গ্ৰন্থৰ ওপৰত বিস্তাৰিতভাৱে সমালোচনা হোৱাই নাই বুলিব লাগে। 'চৌধাৰীৰ সাহিত্য-প্ৰতিভা' প্ৰণয়ন কৰাৰ সময়ত সততে এই কথালৈ লক্ষ্য ৰাখি চৌধাৰীদেৱৰ গ্ৰন্থৰাজিৰ এটি বহল আলোচনা এই পুথিত দাঙি ধৰিবলৈ যত্ন কৰা হৈছে। এই আলোচনাসমূহৰ ভিতৰত কৱিৰ প্ৰকাশিত গোটেইখিনি গ্ৰন্থ সামৰি লোৱা হৈছে। কৱিৰ জীৱনত জানিবলগীয়া আৰু আলোচনা কৰিবলগীয়া সামাজিক আৰু ৰাজনৈতিক আদি অন্যান্য দিশো নিশ্চয় আছে। পিছে আমি এই সাহিত্য-আলোচনা গ্ৰন্থত সেইবোৰ অন্তৰ্ভুক্ত কৰা নাই। সেই কাম কৱিৰ জীৱনী-লিখকসকললৈ এৰা হ'ল।

সম্পাদনা-সমিতিয়ে কেইবাখনো বৈঠক পাতি এই পুথিৰ প্ৰবন্ধবোৰ সম্পাদনা আৰু যথেষ্ট পৰ্য্যালোচনা কৰে। কিছুমান কথা পুনৰুক্ত হোৱা বাবে আৰু আটাইবোৰ প্ৰবন্ধৰ মাজত সঙ্গতি ৰাখিবৰ কাৰণে দুই এটা প্ৰবন্ধৰ অ'ত ত'ত সালসলনি কৰিবলগীয়া নাইবা কোনো অংশ বাদ দিবলগীয়া হৈছে ; কিন্তু পৰাপক্ষত লিখকসকলৰ মতামতৰ ওপৰত সমিতিয়ে হস্তক্ষেপ কৰিবলৈ বিচৰা নাই। মুঠতে গ্ৰন্থখনি সৰ্ব্বাঙ্গসুন্দৰ কৰিবলৈ প্ৰবন্ধ-লিখকসকলৰ লগতে সম্পাদনা সমিতিয়েও যত্নৰ ত্ৰুটি কৰা নাই। তথাপি এই কাৰ্য্য নিখুত হোৱা বুলি আমি কব নোখোজোঁ। ইয়াৰ গুণাগুণৰ যথাযোগ্য বিচাৰৰ ভাৰ সহৃদয় পঢ়ুৱৈ-সমাজলৈ এৰি আমি ইমানতে মেলানি মাগিলো।

১।৮।৬৪
ৰিহাবাৰী, গুৱাহাটী

**শ্ৰীহেমন্তকুমাৰ শৰ্ম্মা**
আহ্বায়ক, সম্পাদনা সমিতি

# সুচী



# কৱিপ্ৰশস্তি

যৎকণ্ঠলগ্নাঽসমলোকভাৰতী
ভূমণ্ডলে খ্যাতিমুপেত্য নৃত্যতি
সৌন্দৰ্য্যসৌভাগ্যৱতীৱ নৰ্ত্তকী
শতং স জীৱ্যাদ্ "ৱিহগী কৱি" ভুঁবি ॥ ১ ॥

যদাস্যমাসাদ্য সদা সৰস্বতী
ৰসোজ্জ্বলাঽলঙ্কৃতিৰীতিসম্ভৃতা ।
সুধাং বুধানাং শ্ৰৱাণ নিসিঞ্চতি
চিৰং স জীৱ্যাৎ কৱিকুঞ্জকোকিলঃ ॥ ২ ॥

জয়তি সদা ৰঘুনাথভাৰতী
সহৃদয়কণ্ঠৱিলুণ্ঠিতা সতী ।
ৰসিকজনস্য মনোবিহাৰিণী
ললিতকলালয়লাস্যশালিনী ॥ ৩ ॥

চতুধাৰীণগোত্ৰেন্দোৰসমাকাশভাস্বতঃ ।
ৰঘুনাথকৱেৰ্লোকে প্ৰতিভা প্ৰতিভাসতাম্ ॥ ৪ ॥
যৎসৃষ্টা কৱিতা নিসৰ্গমধুৰা নানাৰ্থগৰ্ভা গিৰঃ
যৎকাব্যপ্ৰতিভাপ্ৰভাৱৱশগা মুগ্ধা ৱিদগ্ধাশ্চ যম্ ।

মন্যন্তে বহুধা যদীয়গুণতঃ শ্ৰদ্ধান্বিতাঃ সজ্জনাঃ
অস্মা এৱ সমৰ্পিতোঽস্তু চ মম শ্ৰদ্ধোপহাৰাঞ্জলিঃ ॥ ৫ ॥
এষা শ্ৰীকৱিৰত্নস্য ৰঘুনাথাখ্যসৎকৱেঃ ।
প্ৰশস্তিঃ সজ্জনপ্ৰীত্যৈ মনোৰঞ্জনসজ্জিতা ॥ ৬ ॥

---

# কৱিৰ জীৱন-কথা

## প্ৰথম অধ্যায়

কামৰূপ জিলাত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে বৰলীয়া নৈ আৰু ব্ৰহ্মপুত্ৰৰ সঙ্গমস্থলতে লাওপাৰা গাঁও। এই গাঁও সুপ্ৰসিদ্ধ তীৰ্থস্থান হাজোৰ-পৰা বাৰ মাইলৰ বাট। ইয়াতেই আজিৰপৰা ৮৫ বছৰ পূৰ্ব্বে ১৮০০ শকৰ ৬ মাঘ বৃহস্পতিবাৰ শুক্লা চতুৰ্থী তিথিৰ শতভিষা নক্ষত্ৰত (ইং ১৮৭৮ খৃঃ) কৱি ৰঘুনাথ চৌধাৰীৰ জন্ম হৈছিল।

জন্ম

সেই দিনা গণেশ পূজা। কৱি চৌধাৰীদেৱৰ পিতৃ ভোলানাথ চৌধাৰী-দেৱ পুৰোহিতৰ ঘৰৰ পূজালৈ গৈছিল। তেনে অৱস্থাত ঘৰৰপৰা বতৰা আহিল যে তেওঁৰ ঘৰত বাপা এটি হৈছে। থাপনাৰ আগত সেৱা এটি কৰি তেওঁ ঘৰমুৱা হ'ল। সেই দিনাই আবেলি পুৰোহিতদেৱ বিজয়চন্দ্ৰ চক্ৰবৰ্ত্তী খবৰ লবলৈ আহিছিল আৰু নৱজাতকক আশীৰ্ব্বাদ দিয়াৰ লগতে ভোলানাথ চৌধাৰীলৈ চাই তেওঁ কৈছিল—"বোপা! এওঁ তোমাৰ বংশৰ ৰঘুনাথ হব।"

ৰঘুনাথৰ পিতৃ ভোলানাথ চৌধাৰী লাওপাৰা অঞ্চলৰ এজন মুখিয়াল লোক। ভৰদ্বাজ গোত্ৰীয় এওঁলোকক মানুহে 'বংশৰীয়া চৌধাৰী' বুলিছিল। কিয়নো পশ্চিম বংশৰ মৌজাৰ ভিতৰতে এওঁলোক আছিল এটি আঢ্যৱন্ত পৰিয়াল। ভোলানাথ চৌধাৰীৰ অৱস্থা জয়জয় ময়ময়। ধনৰ ভঁৰালেই তেওঁৰ চাবিটা। ছয় সাতজন মানুহে দিনে-ৰাতি তেওঁৰ ঘৰত খাটে। এনে অৱস্থাপন্ন লোক হৈও ভোলানাথ আছিল তেনেই নিৰহঙ্কাৰী, উদাৰ আৰু অতি নিৰ্জ্জু প্ৰকৃতিৰ।

ৰঘুনাথ ভোলানাথৰ তৃতীয় আৰু শেষ সন্তান। তেওঁৰ ওপৰত এটি

লৰা আৰু এজনী ছোৱালী আছিল। জন্মৰ ছদিন পিছত গণনা কৰি চৌধাৰীদেৰৰ নাম থোৱা হল সোমনাথ ( গুপ্তনাম ঘননাথ ) কিন্তু পুৰোহিতদেৱে প্ৰথমে উচ্চাৰণ কৰা ৰঘুনাথ নামটোৱে প্ৰসিদ্ধি লাভ কৰিলে।

চাওঁতে চাওঁতে ৰঘুনাথে ন মাহত ভৰি দিলে। জেঠ মাহৰ এদিন আবেলিৰ কথা। পিৰালিৰ চুকতে ঢাৰি এখনত কেঁচুৱাটিক শুৱাই থৈ মাক দয়ালতা গা ধুবলৈ বাৰীলৈ গৈছিল। ৰখীয়া আছিল কানী বুঢ়ী এজনী। লৰাক বিচনীৰে বিচি থাকোঁতে বুঢ়ীৰ কেনেবাকৈ টোপনি আহিল। লৰায়ো ইফালে বগুৱা বাই গৈ পিৰালিৰ দাঁতিতে থকা আওগঢ়ীয়া শিলটোলৈ বাগৰি পৰি চিঞৰত গগন ফালিলে। মাকে লৰি আহি দেখে যে কানী বুঢ়ীয়ে খপজপাই লৰা বিচাৰি ফুৰিছে আৰু সিফালে খটখটীৰ শিলত ভৰি সোমাই কেঁচুৱা পৰি আছে। একেলৰে গৈ শিলচটা আঁতৰাই মাকে কেঁচুৱাক লবলৈ হাত মেলিয়েই যি দৃশ্য দেখিলে তাতে তেওঁৰ চকু থিৰ হৈ গ'ল ; লগে লগে বিকট চিঞৰ এটি মাৰি তেওঁ মাটিত বাগৰি পৰিল।

বিধিৰ নিবন্ধন

ওচৰচুবুৰীয়াই ঘটনাস্থলীলৈ আহি দেখে, কেঁচুৱাটিৰ ভৰি দুখন কঁকালৰপৰা তেনেই বেয়াকৈ ভাগিছে ; বিশেষকৈ সোঁভৰিখনৰ চাব নোৱাৰা অৱস্থা। যি মাটিৰ বুকুত কৰিয়ে এদিন কাব্যৰ গোলাপ ফুলালে, সেই মাটিত থিয় দি আন চাৰিজন শিশুৰ দৰে তেওঁ শৈশৱৰ প্ৰথম নাচটিকে নাচিব নোৱাৰিলে। নিয়তিৰ কি নিৰ্ম্মম পৰিহাস!

বিপদ যেতিয়া আহে লেথেৰি পাতি আহে। ৰঘুনাথৰ বয়স যেতিয়া চাৰি বছৰ, সেই সময়তে জহনী ৰোগত অকস্মাতে তেওঁৰ মাক মৃত্যুমুখত পৰে। চোতালত ঢাৰি পাৰি মাকক শুৱাই থৈ মানুহবোৰে কিয় কান্দিছিল, অবোধ শিশু ৰঘুনাথে তেতিয়া একো বুজিব পৰা নাছিল। অবাক হৈ দূৰৈৰপৰা একেথৰে মাকৰ মৰাশটোৰ পিনে মাথোঁ চাই আছিল। কিন্তু ডাঙৰ হৈ যিদিনা মাতৃ-

বিপৰ্য্যয়ৰ ধামাৱলীঃ



বিয়োগ শোক কি বুজিব পাৰিলে, সেই দিনা তেওঁ লোকচক্ষুৰ অন্তৰালত ফেকুৰি ফেকুৰি কান্দিছিল।

অকলশৰীয়া কৰি গুচি গলা আই,
চোৱা বাৰু অধমৰ কি হ'ল বিলাই! ( মাতৃদেৱী )

মাকৰ মৃত্যুৰ এসপ্তাহ পিছতে সেই একে ৰোগতে ৰঘুনাথৰ ককায়েক-বায়েক দুয়োটি ঢুকায়। চকুৰ পলকতে এটি এটিকৈ তিনিটি প্ৰাণীক হেৰুৱাই ভোলানাথ শোকত অস্থিৰ হৈ পৰিল। এওঁৰ এই অস্থিৰতাৰ সুযোগ লৈ আত্মীয়-স্বজনৰ দুজনমানে কৌশলকৈ মূল্যৱান অলঙ্কাৰপাতি আৰু সাঁচতীয়া পুৰণি মোহৰ আদি সৰকালে। তেওঁলোকেই প্ৰচাৰ কৰি দিলে বোলে ডেকা চৌধাৰী পগলা হৈছে। বাতৰি লোৱা মানুহেৰে ঘৰ ভৰি পৰিল। এনে অৱস্থাত ভোলানাথ চৌধাৰী ঘৰৰপৰা ওলাই যায় আৰু তেওঁলোকৰ ওচৰৰে জ্ঞাতি এঘৰৰ তত্বাৱধানত ৰঘুনাথ থাকিব-লগীয়া হয়। এপষমানৰ পিছত ভোলানাথ চৌধাৰীয়ে আকৌ ঘৰলৈ আহি ঘৰদুৱাৰ আৰু লৰাটিক চম্ভালি ললে।

এদিন নিশা দহমান বজাত এদল আত্মীয়ই ভোলানাথৰ ভু লবলৈ আহি নিশা বাৰমান বজাত টোপনিৰপৰা তেওঁক জগালে। ইমানবোৰ মানুহ আৰু লগতে দুই তিনিজন ভাৰী দেখি তেওঁৰ মনত প্ৰথমে সন্দেহ হৈছিল যদিও শান্তভাৱে তেওঁলোকক কিয় আহিছে সুধিলত মানুহবিলাকে উত্তৰ দিলে বোলে 'সম্পত্তিবোৰ চম্ভালিবলৈ' আহিছে। তাৰ পিছত তেওঁলোকৰ এজনে শিশু ৰঘুনাথক পিতাকৰ কোলাৰপৰা আজুৰি কাঢ়ি লৈ গ'ল আৰু আন দুই এজনে অতৰ্কিতে ভোলানাথক থিয় হৈ আউজি থকা খুটাটোতে হাতে-ভৰিয়ে বান্ধি পেলালে। তেওঁলোকে তেওঁক আকৌ তাৰপৰা নি এটা দ গাঁতত হাতভৰি বন্ধা অৱস্থাত পেলাই থৈ দিলে। ইতিমধ্যে 'সম্পত্তি চম্ভালিবলৈ' অহা এই দলটোৱে ঘৰ সোমাই পেৰাপেটাৰি ভাঙি বাচন-বৰ্ত্তন আৰু ধানৰ ভঁৰালেৰে সৈতে সকলো বস্তু লুটিপুটি পাঁচৈ নাৱত বোজাই দি লৈ গুচি গ'ল।

ঘটনাটো ইমান সোনকালে ঘটি গ'ল যে গাঁৱৰ আন মানুহে ইয়াৰ একো গমেই নাপালে। ৰাতিপুৱা ভোলানাথৰ ঘৰ লোকে লোকাৰণ্য। সকলোৱে দেখিলে দ গাঁত এটাত হাতে-ভৰিয়ে বন্ধা মৃতপ্ৰায় অৱস্থাত ভোলানাথ পৰি আছে আৰু তেওঁৰ মূৰত কিবা গছগুটিৰ ভৰণ এটা। তেওঁলোকৰ বুজিবলৈ বাকী নাথাকিল যে বলিয়া চিকিৎসাৰ অভিনয় আনৰ চকুত ধূলি দিবলৈ কৰা এক ফন্দি মাথোন। কিন্তু পুলিচত খবৰ দিয়ে কোনে? চৌধাৰী পৰিয়ালৰ বিৰুদ্ধে যাবলৈ সাহেই বা কাৰ?

ইপিনে পুত্ৰ-পৰিবাৰৰ বিচ্ছেদ শোক আৰু আনপিনে মানুহৰ হৃদয়হীন কাৰ্য্যকলাপ—উপৰ্য্যুপৰি ঘটা এই দুয়োটা ঘটনাই ভোলানাথক এনেভাৱে আঘাত দিলে যে শেহলৈ তেওঁ মস্তিষ্কৰ স্থিৰতা ৰক্ষা কৰিব নোৱাৰিলে। তেওঁ সঁচাকৈয়ে বলিয়া হ'ল।

আশ্ৰয়

শিশু ৰঘুনাথৰ আলৈআথানি সহ্য কৰিব নোৱাৰি সেই গাঁৱৰে উদাৰ হৃদয়ৰ লোক জয়পাল দাসে (গুৱাহাটীৰ ৺ শান্তপাল দাসৰ ককাক) লৰাটিক নিজৰ ঘৰলৈ লৈ যায় আৰু তেওঁৰ গাভৰু জীয়েক সোণামাইক (৺ডাক্তৰ জ্যোতিষ দাসৰ মাতৃ) ৰঘুনাথক গতাই দি কয়—"আই! তই ইয়াক সৰু ভায়েৰৰ দৰে মৰম কৰিবি।" সোণামাইৰ চেনেহত বুৰ গৈ ৰঘুনাথ তাত প্ৰায় এবছৰ থাকে।

ইতিমধ্যে ভোলানাথ চৌধাৰী আকৌ আহি ওলাল। তেতিয়া তেওঁ যথেষ্ট সুস্থ হৈ উঠিছে। তেওঁ আহিয়েই ঘৰবাৰীবোৰ পৰিষ্কাৰ কৰিলে, খেতি পথাৰত মন দিলে আৰু লৰাটিকো তেওঁৰ লগলৈ আনিলে। তেতিয়া ৰঘুনাথৰ বয়স চাৰে ছবছৰ। লগতে কাশীৰাম দাস নামৰ স্থানীয় নিম্ন প্ৰাইমাৰী স্কুলৰ শিক্ষক এজনক অনাই ৰঘুনাথৰ পঢ়াশুনাৰ দিহাও কৰিলে। এইদৰে ঘৰবাৰী চলোৱাৰ সময়ত ভোলানাথে ঘৰৰ কামবন কৰা লাওফুলী আৰু তাইৰে জীয়েক জিকাফুলী নামৰ ছোৱালীজনীৰ হাতত লৰাটি গতাই বৰ কষ্টেৰে জীৱন নিৰ্ব্বাহ কৰিছিল। পুৰোহিত বিজয় চক্ৰবৰ্ত্তীদেৱে এই জিকাফুলীৰ নাম থৈছিল হেমী।



লাওপাৰাৰ পূবে ছয় সাত মাইল দূৰৈৰ ক্ষেত্ৰি হাৰদিয়া গাঁৱত ৰঘুনাথৰ জেঠাক বালকৰাম চৌধাৰীৰ ঘৰ। এনে বিপৰ্য্যয়ৰ বাতৰি পাই তেওঁ ৰঘুনাথক নিয়াবলৈ তৎক্ষণাৎ নাও-মানুহ পঠিয়াই দিলে।

নতুন ঘৰ গুৱাহাটী

বালকৰামৰ কনিষ্ঠ পুত্ৰ গৰ্গৰাম চৌধাৰীয়ে তেতিয়া গুৱাহাটীত নাজিৰৰ কাম কৰিছিল। বালকৰাম চৌধাৰীয়ে সকলোৰে লগত পৰামৰ্শ কৰি ৰঘুনাথক গৰ্গৰামৰ তত্ত্বাৱধানত গুৱাহাটীত ৰখাটোকেই স্থিৰ কৰিলে।

নিৰ্দ্দিষ্ট দিনত গৰ্গৰাম চৌধাৰীয়ে ৰঘুনাথক গাঁৱৰপৰা লৈ আহিলগৈ। তেতিয়াৰপৰা ৰঘুনাথ গুৱাহাটীতে থাকিল।

আগতে কোৱা হৈছে যে দেউতাকৰ যত্নত ৰঘুনাথে ঘৰতে অ-আ, ক-খ শিকিছিল। সংযুক্ত বৰ্ণ শিকা শেষ কৰি এই সময়তে তেওঁ মদনমোহন তৰ্কালঙ্কাৰ প্ৰণীত 'শিশুপাঠ'ৰ প্ৰথম আৰু দ্বিতীয় ছোৱাও পঢ়ি আঁতাইছিল। গুৱাহাটীত বৌয়েকৰ (গৰ্গৰামৰ পৰিবাৰ) যত্নত ঘৰতে

শিক্ষাৰম্ভ

আৰু কেইখনমান কিতাপ তেওঁ শেষ কৰে। এবছৰমান তেনেকৈ কটোৱাৰ পিছত, ইপিনে ভৰি দুখনো অলপ সবল হলত ককায়েকে তেওঁক গৱৰ্ণমেণ্ট এম-ভি স্কুলৰ প্ৰথম শ্ৰেণীত নাম লগাই দিলে। তেতিয়া ৰঘুনাথৰ বয়স চাৰে আঠ বছৰ। বৰ্ত্তমানৰ কলেজিয়েট হাইস্কুলখনেই সেই এম-ভি স্কুল।

উজান বজাৰৰপৰা কাছাৰীঘাটলৈ এইছোৱা বাট ৰঘুনাথে খোৰাই খোৰাই আহে। কেতিয়াবা খোজ কাঢ়িব নোৱাৰা হৈ মাজ বাটতে পৰি থাকে। খবৰ পাই ঘৰৰ মানুহে তেওঁক লৈ যায়গৈ। ভৰিৰ অসুখত স্কুল প্ৰায়ে খতি হয়। তথাপি চোকা বুদ্ধিৰ ৰঘুনাথে বছৰেকীয়া পৰীক্ষাবোৰত উত্তীৰ্ণ হৈ গৈ থাকে। সহপাঠীসকল অবাক হয়।

ইং ১৮৯৫ চনত ৰঘুনাথে ছাত্ৰবৃত্তি পৰীক্ষা দিয়ে; কিন্তু অঙ্কৰ পৰীক্ষা বেয়া হোৱাত তেওঁ কৃতকাৰ্য্য হব নোৱাৰিলে। দ্বিতীয়বাৰ আকৌ পৰীক্ষা দি ১৮৯৬ চনতহে তেওঁ এই পৰীক্ষা পাছ কৰে।

ৰঘুনাথ সৰুৰেপৰা সাহিত্যানুৰাগী ছাত্ৰ আছিল। স্কুলৰ প্ৰধান শিক্ষক কুদ্ৰৎ আলিয়ে এই বিষয়ত তেওঁক যথেষ্ট প্ৰেৰণা যোগাইছিল। এই স্কুলৰে দ্বিতীয় শিক্ষক ব্ৰজনাথ চট্টোপাধ্যায়দেৱেও ৰঘুনাথক বঙলা পঢ়াত উৎসাহ দিয়ে আৰু ৰঘুনাথ 'সঞ্জীৱনী' নামৰ বঙলা কাকত এখনৰ গ্ৰাহক হয়। এই কাকতৰ যোগেদি কৃতী বঙালী সাহিত্যিকসকলৰ ৰচনাৱলীৰ লগত তেওঁৰ পৰিচয় ঘটে। তেওঁ তেতিয়া চতুৰ্থ শ্ৰেণীৰ ছাত্ৰ। ছাত্ৰবৃত্তি পাছ কৰাৰ আগে আগে ৰঘুনাথে বঙ্কিমচন্দ্ৰৰ প্ৰায়বোৰ গ্ৰন্থ, মাইকেল মধুসূদন, হেমচন্দ্ৰ বন্দোপাধ্যায়, নবীনচন্দ্ৰ সেন প্ৰভৃতি লিখকৰ কাব্য আৰু কালিপ্ৰসন্ন ঘোষৰ 'নিভৃত চিন্তা', 'নিশীথ চিন্তা' আদি গ্ৰন্থৰাশি পঢ়ি শেষ কৰিছিল।

ছাত্ৰবৃত্তি পৰীক্ষা দি উঠি ফলাফল নোলোৱালৈকে এইখিনি সময় বহি শুই নকটাই তেওঁ লগৰীয়া বন্ধু দুজনমানৰ সহযোগিতাত এটি ক্লাব খুলিবলৈ মন কৰিলে। বঙালী ছাত্ৰ দুই চাৰিজনেও যোগ দিলে।

গ্ৰন্থাগাৰ স্থাপন

উজানবজাৰৰ উৎসাহী নাগৰিক ৺জগবন্ধু দাসে তেওঁলোকক এটা আলমাৰিৰে সৈতে নিজৰ ঘৰৰে বহল কোঠা এটাত অস্থায়ীভাৱে পুথিভঁৰাল পাতিবলৈ সুবিধা দিছিল। সাধাৰণ কিতাপ কেইখনমানেৰে তেওঁলোকে পুথিভঁৰালৰ কাম আৰম্ভ কৰিলে। কলিকতাৰ খৃষ্টান মিছনেৰীয়ে প্ৰকাশ কৰা Weekly Epiphany, কালিৰাম বৰুৱা সম্পাদিত 'আসাম' আৰু কৃষ্ণকান্ত ভট্টাচাৰ্য্যৰ পৰিচালনাত ওলোৱা 'আসাম বিলাসিনী' এই তিনিখন বাতৰি কাকত ক্লাবে লৈছিল। ৰঘুনাথে 'সঞ্জীৱনী' আৰু 'হিতবাদী' নামৰ কাকত দুখনো পুথিভঁৰালৰ নামত দান দিয়ে। চাওঁতে চাওঁতে পুথি ভঁৰাললৈ আৰু দুটা আলমাৰি আহিল। সভ্যৰ সংখ্যাও যথেষ্ট বাঢ়িল।

এই অনুষ্ঠানৰ নাম ৰখা হ'ল 'সুনীতি সঞ্চাৰিণী সভা'। পিছত এই অনুষ্ঠান জগবন্ধু দাসৰ ঘৰৰপৰা বৰ্ত্তমান অম্বিকা গোস্বামীদেৱ থকা ঠাইলৈ স্থানান্তৰ হয়।



১৮৯৬ চনৰ ফেব্ৰুৱাৰী মাহত ৰঘুনাথক হাই স্কুলত নাম লগাই দিয়া হল। তেওঁ ইতিমধ্যে ঘৰতে ইংৰাজী বৰ্ণমালাৰ পৰা আৰম্ভ কৰি New Indian Reader খনো পঢ়ি শেষ কৰিছিল। মাষ্টৰে পৰীক্ষা লৈ উপযুক্ত যেন দেখি একশ্ৰেণী ওপৰতে তেওঁৰ নাম ভৰ্ত্তি কৰাই দিলে।

হাই স্কুলত

কেশৱ দাস, নবীন তালুকদাৰ, বিষয়চন্দ্ৰ বিশ্বাসী, হেমন্তকুমাৰ লাহিড়ী (এডভোকেট), শ্ৰীকামাখ্যাৰাম বৰুৱা, অধ্যাপক শ্ৰীশচন্দ্ৰ চক্ৰৱৰ্ত্তী শ্ৰীনৰেন্দ্ৰনাথ সেন এই সকলেই আছিল সেই সময়ত ৰঘুনাথৰ সহপাঠী। শ্ৰেণীত প্ৰথম, দ্বিতীয় স্থান অধিকাৰ কৰিবলৈ শ্ৰীকামাখ্যাৰাম বৰুৱা, ৰঘুনাথ চৌধাৰী আৰু হেমন্ত লাহিড়ীৰ মাজত তুমুল প্ৰতিযোগিতা চলিছিল।

১৮৯৭ চনৰ ভূমিকম্পত বছৰেকীয়া পৰীক্ষাৰ আগে আগে স্কুল ঘৰটো ভাগি পৰিলত খেৰৰ বোৰ্ডিং এটাত অস্থায়ীভাৱে স্কুল পাতি পৰীক্ষা লোৱাৰ ব্যৱস্থা কৰা হ'ল। শেষ দিনা অঙ্কৰ পৰীক্ষা চলিছে। শিক্ষকে বোৰ্ডত অঙ্ক দহোটা লিখি দি পৰীক্ষাৰ্থীসকলৰ মাজত ঘূৰাপকাকৈ আছে। লৰাবোৰে এটি এটিকৈ উত্তৰ কৰি দেখুৱাই আছে। ইতিমধ্যে সাত নম্বৰ অঙ্কটো দেখুৱাবলৈ যাওঁতে শিক্ষকজনৰ লগত ৰঘুনাথৰ মনোমালিন্য ঘটিল। শিক্ষকজনে কয়—অঙ্কটোৰ বাবে ৰঘুনাথে নম্বৰ নাপায়। ৰঘুনাথে কয়—নম্বৰ পোৱা উচিত।

এই সময়ৰে কথা

এয়ে ঘটনাৰ আৰম্ভণ। ইয়াকে লৈ শিক্ষক-ছাত্ৰৰ মাজত তুমুল বাক-বিতণ্ডা হয় আৰু শ্ৰেণীত কোৰ্হাল লাগি পৰে। ন্যায় বিচাৰৰ কাৰণে ৰঘুনাথ হেডমাষ্টৰৰ ওচৰলৈ যায়; কিন্তু হেডমাষ্টৰ স্কুলত নথকাত অন্য এগৰাকী শিক্ষকৰ ওচৰত গোচৰ দিলে। তেৱোঁ পিছত বিচাৰ হব বুলি তেওঁক পৰীক্ষাঘৰলৈ পঠালে। ইতিমধ্যে আন পৰীক্ষাৰ্থীসকলৰ আৰু এটা অঙ্ক কৰা হ'ল। গতিকে পিছত বিচাৰ হোৱাত ৰঘুনাথে সাত নম্বৰ অঙ্কটোত পূৰা নম্বৰ পালে যদিও আন এটা অঙ্ক কৰিবৰ সময় নোহোৱাত এটা অঙ্কৰ নম্বৰ কমি যোৱা দেখি তেওঁৰ স্বাধীনচিতীয়া মন বিদ্ৰোহী হৈ

উঠিল। কাগজ-পেঞ্চিল সামৰি লৈ তেওঁ গমগমাই স্কুলৰপৰা ওলাই আহিল। প্ৰতিজ্ঞা কৰিলে—সেই স্কুলত তেওঁ আৰু কেতিয়াও নপঢ়ে।

এমাহ পিছতে পৰীক্ষাৰ খবৰ ওলাল। ৰঘুনাথে পাছ কৰিছে, অৱশ্যে দশম হৈ। তেওঁৰ হৰ্ষও নাই, বিষাদো নাই। ককায়েকে কিতাপ-পত্ৰ কিনাৰ কথা কয়, তেওঁ শলাগি থয়। ইয়াৰ ছুদিনমান পিছতে

পলায়ন

গৰ্গ চৌধাৰীৰ ঘৰত এদিন ৰাতিপুৱা বাতৰি ওলাল ৰঘুনাথ ঘৰত নাই। বিচাৰখোচাৰ লাগিল। বহুতে বহুত কথা ক'লে। লাওপাৰালৈকো মানুহ পাঠিওৱা হ'ল। কিন্তু লৰাটিৰ কি হ'ল, ক'লৈ গ'ল কোনেও একো শুংসূত্ৰ উলিয়াব নোৱাৰিলে।

এই ঘটনাৰ প্ৰায় ডেৰমাহৰ মূৰত ( ১৮৯৮ চন ) ৰঘুনাথে শনিবৰীয়া স্কুল ছুটিৰ পিছত তেজপুৰৰ জাহাজঘাটৰ ওচৰতে পদুমপুখুৰীৰ দৃশ্য উপভোগ কৰি আছিল। এনেতে জাহাজঘাটত জাহাজ কোম্পানীৰ এজেণ্টজনে তেওঁক খালাচীৰ হতুৱাই মতাই নি সুধিলে—"তুমি গুৱাহাটীৰ গৰ্গ চৌধাৰীৰ ভায়েক নোহোৱা নে ?"

"হয়।"

"কি কৰিছা ইয়াত ?"

"পঢ়িছোঁ।"

"কত ?"

"তেজপুৰ গৱৰ্ণমেণ্ট হাই স্কুলত।"

"গুৱাহাটীত কিয় নপঢ়িলা ?"

"নিমাত।"

"ইয়াত ক'ত আছা ?"

"ডিপোতাৰ হাৰাণ চৌধুৰীৰ ঘৰত।"

"কিতাপ-পত্ৰ কিনিবলৈ পইচা ক'ত পালা ?"

"হাৰাণহতে দিছে।"

ইয়াৰ পিছত এজেণ্ট আৰু লৰাটিৰ মাজত যিখিনি কথা হ'ল, তাতেই



ওলাই পৰিল যে গুৱাহাটীৰপৰা তেজপুৰ অভিমুখী জাহাজত এদিন পুৱা গোপনে তেওঁ পলাই আহে। সম্বল ছুটামান টকা আৰু গাৰু এটাৰে বিচিনাচাদৰ এখন। হাৰাণৰ বাপেক গুৱাহাটীলৈ আহিলে শ্ৰীমাণিক চৌধাৰীৰ ঘৰতে উঠিছিলহি। সেই সূত্ৰেই হাৰাণৰ লগত ৰঘুনাথৰ বন্ধুত্ব। এজেণ্টজনে কলে—"বৰ ভাল কথা। ইচ্ছা থাকিলেই উপায় ওলায়। বাৰু, একাপ চাহ খাওঁ আহাঁ।"

ছুয়ো জাহাজৰ কেবিন এটালৈ সোমাই গ'ল। চাহ খাই থাকোঁতেই জাহাজখন গুমগুমাই উঠিল। ৰঘুনাথে উচপ খাই ইফালে সিফালে চাই দেখে ভটীয়নী জাহাজ আহি ব্ৰহ্মপুত্ৰৰ মাজ পাইছে।

## দ্বিতীয় অধ্যায়

তেজপুৰৰপৰা ঘূৰি অহাৰ পিছত গৰ্গৰাম চৌধাৰীয়ে ৰঘুনাথক অনেক প্ৰকাৰে বুজালে ; কিন্তু তেওঁ একোপধ্যে স্কুললৈ যাবলৈ মান্তি নহল। তেওঁৰ মুখত সেই একেটা কথা—"গুৱাহাটীৰ

কৰ্ম্মজীৱনৰ পাতনি

হাই স্কুলত নপঢ়োঁ।" উপায়ান্তৰ হৈ অফিচৰ কামকে অলপ শিকক বুলি ককায়েকে ছুদিনমান তেওঁক কাছাৰীলৈও অনানিয়া কৰিলে। তাতো ল'ৰাৰ মন নবহে। বৌৱেকৰ ওচৰত আপত্তি কৰে, "কি শিকিম বৌ ? বাৰেবঙলুৱা কথাবোৰ। সাহিত্যৰ ৰসেই নাই তাত।" অফিচৰ ফাইলত সাহিত্যৰ ৰস ! গৰ্গ চৌধাৰীয়ে মূৰেকপালে হাত দিয়ে।

উজান বজাৰত গুৱাহাটী মিউনিচিপালিটীৰ অধীনত এখন প্ৰাথমিক বালিকা বিদ্যালয় আছিল। প্ৰধান শিক্ষকজনে অৱসৰ গ্ৰহণ কৰাত ৰঘু

শিক্ষকতা ::

চোধাৰীকে এই কামত নিযুক্ত কৰা হ'ল। দৰমহা আছিল মাহে পোন্ধৰ টকা। বৰ্ত্তমানে কবি চৌধাৰীৰ ঘৰৰ সমুখতে থকা চৰকাৰী বালিকা মজলীয়া স্কুলখনেই তাহানিৰ সেই

প্ৰাথমিক বালিকা বিদ্যালয়। শিক্ষকৰ কামত সোমাই তেওঁ ভালেই পালে। ৰাতিপুৱা সাত বজাৰপৰা ন বজালৈ দুঘণ্টা মাথোন স্কুল হয়। বাকী সময়খিনি তেওঁ 'সুনীতি সঞ্চাৰিণী' সভাৰ উন্নয়নৰ কামত আত্মনিয়োগ কৰে। চাওঁতে চাওঁতে লাইব্ৰেৰীৰ সভ্য-সংখ্যা বহুত বাঢ়িল। নতুন নতুন কিতাপো ভালেখিনি কিনা হল।

উল্লেখযোগ্য যে ভোলানাথ চৌধাৰী ইতিমধ্যে সম্পূৰ্ণ সুস্থ হৈ আকৌ ঘৰলৈ ঘূৰি আহিছিল। কিন্তু গাঁৱৰ শুদা ঘৰ-খনত তেওঁ কি কৰিব? গতিকে তেৰেঁা আহি গুৱাহাটীতে থাকিবলৈ ললে। বৰ্ত্তমান য'ত তেল শোধনাগাৰ স্থাপন হৈছে, সেইবোৰ ঠাই এসময়ত চৌধাৰী-পৰিয়ালৰে সম্পত্তি আছিল। তাতে এখন পাম পাতি ভোলানাথে খেতিবাতি কৰিবলৈ লৈছিল। পুতেকে স্কুলত শিক্ষকতা কৰা কথা শুনি এদিন ভোলা চৌধাৰী অকস্মাতে আহি গুৱাহাটীৰ ঘৰত উপস্থিত হ'ল। পুতেকে তেতিয়া বাৰান্দাতে বহি কিতাপ পঢ়ি আছিল। দুৱাৰমুখতে থিয় দি তেওঁ সুধিলে—"বাপা! তই বোলে মাষ্টৰ হলি, হয় নে?"

পিতৃ-অভিশাপ

"হয় দেউতা।"

"কিয়, পঢ়াশুনা এৰিলি নেকি?"

পুতেক নিমাত।

বিৰক্তিত কপাল কোঁচাই ভোলানাথে কলে—"অ' তোক হবলা পঢ়াশুনা এৰি মাষ্টৰ হবলৈ মই কৈছিলোঁ? মই ভাবিছিলো, তই পঢ়ি শুনি ডাঙৰ মানুহ হবি, জ্ঞান আৰ্জ্জিবি। পিছে, তয়ো ইয়াকেহে কৰিলি? তোৰ মাবে মোক কষ্ট দি সিফলীয়া হ'ল। বায়েৰে-ভায়েৰে মোক কষ্ট দিলে, জ্ঞাতি-কুটুম্বই ঠগিলে আৰু শেষত তয়ো মোক এইদৰে ঠগিলি! যি ইচ্ছা তাকে কৰ। কিন্তু আজিৰপৰা মই তোৰ মুখ নাচাওঁ। মই আহিলোঁ।" খং আৰু বেজাৰত কঁপি কঁপি ফোঁফোঁৱাই অহাবাটে তেওঁ ঘূৰি গ'ল। নিৰ্ব্বাক নিস্পন্দ হৈ ৰঘুনাথ তাতেই থিয় হই থাকিল। ভোলানাথে তেওঁৰ কথা ৰাখিলে। ইয়াৰ কেইদিনমান পিছত



পুতেকৰ মুখ নেদেখাকৈয়ে জহনী ৰোগত অকস্মাতে তেওঁ ঢুকাল। খবৰ শুনি ৰঘুনাথে মাথোন হিয়া ঢাকুৰি কান্দিলে। সেই দিনাহে তেওঁ বুজিলে সংসাৰত তেওঁ কিমান অকলশৰীয়া।

ৰঘুনাথে বালিকা বিদ্যালয়ত দুবছৰ কাম কৰিছিল। এদিন অসমৰ স্কুলসমূহৰ পৰিদৰ্শক বুথ চাহাবে স্কুল চাবলৈ আহি তেওঁক পোন্ধৰ টকাত কাম কৰা শুনি পঁচিছ টকা দিব লাগে বুলি লিখি গৈছিল। কিন্তু তেতিয়াৰ মিউনিচিপালিটীৰ চেয়াৰমেনে সিমান টকা দিব নোৱাৰে বুলি বালিকা বিদ্যালয়খনিৰ প্ৰতি আওহেলা কৰিবলৈ ধৰে আৰু অৱশেষত মিউনিচিপালিটীৰ অনাদৰত এই স্কুল ১৮৯৯ চনত উঠি যায়। লগে লগে ৰঘুনাথ আকৌ নিবনুৱা হৈ পৰে। শুক্লেশ্বৰ ঘাটত তেতিয়াও এখন সংস্কৃত টোল আছিল। মিউনি-চিপালিটীৰ অধীনত মহামহোপাধ্যায় ধীৰেশ্বৰ ভট্টাচাৰ্য্যদেৱে অধ্যক্ষ হিচাপে এই টোল পৰিচালনা কৰিছিল। একে নিচিনা কাৰণতে কৰ্ত্তৃপক্ষৰ অযত্নত এই টোলখনো একে সময়তে উঠি যায় আৰু ভট্টাচাৰ্য্যদেৱে গৰ্গ চৌধাৰীৰ আমন্ত্ৰণক্ৰমে তেওঁৰ ঘৰত থাকিবলৈ লয়। গৰ্গ চৌধাৰী বৰ ভক্তিপৰায়ণ লোক আছিল আৰু পণ্ডিত সাধু-সন্ন্যাসী পালে তেওঁৰ ঘৰতে ৰাখি শাস্ত্ৰ সদালাপ শুনিছিল।

সংস্কৃত চৰ্চা

ধীৰেশ্বৰ ভট্টাচাৰ্য্য চৌধাৰীৰ ঘৰলৈ অহাৰ সময়তে মিথিলাৰ পণ্ডিত বালমুকুন্দ ঝাঁও তাতে আছিলহি। 'পাণিনী' ব্যাকৰণত ঝাঁ আছিল অতি পাৰদৰ্শী। ইপিনে 'ৰত্নমালা' ব্যাকৰণত ভট্টাচাৰ্য্য আছিল অগাধ পণ্ডিত। ব্যাকৰণ সম্পৰ্কে দুয়ো পণ্ডিতৰ আলাপ-আলোচনা শুনি ৰঘুনাথৰ সংস্কৃত ভাষা-সাহিত্যৰ প্ৰতি ধাউতি বাঢ়িবলৈ ধৰিলে। শেষত নিয়মিতভাবে তেওঁলোকৰ তলত সংস্কৃত শিকি কালিদাস, ভবভূতি, মাঘ, ভাৰৱি আদি কৱিসকলৰ কাব্যৰস পান কৰিবলৈ এই সময়তে তেওঁ যথেষ্ট সুযোগ পাইছিল।

ৰমেশচন্দ্ৰ ৰাজখোৱা নামৰ কলেজীয়া ছাত্ৰ এজন ৰঘুনাথৰ ঘৰলৈ মাজে সময়ে আহিছিল আৰু দুয়ো বন্ধুৱে নিৰলে কৱিতা বা কাব্য সম্পৰ্কে আলাপ

আলোচনা কৰিছিল। চৌধাৰীয়ে এই সময়তে দুই এটা কৱিতা লিখিবলৈ যত্ন কৰিছিল। তেওঁৰ প্ৰথম কৱিতাটিৰ নাম আছিল 'এটি মনৰ ভাব।' তৰুণ কৱিৰ সাধাৰণ ৰীতি অনুসৰি তেওঁ কৱিতাবোৰ লিখি গোপনে বাকছত ভৰাই থৈছিল। ইয়াৰ সম্ভেদ পাইছিল একমাত্ৰ ৰমেশ বাজখোৱাই। কটন কলেজৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰ বাজখোৱাৰ আচল ঘৰ আছিল শিৱসাগৰত। ১৯০১ চনত গুৱাহাটীত কটন কলেজ স্থাপিত হয় আৰু উদ্বোধনী সভাত ৰঘু চৌধাৰীয়ে 'আৱাহন' নামৰ স্বৰচিত কবিতা এটি গাই সমজুৱা-সকলৰ প্ৰশংসা লাভ কৰে। এই সভাৰ আৰম্ভণিত তেওঁ স্বৰচিত গীত এটি গাইছিল আৰু হাৰমোনিয়ম বজাইছিল কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ-দেৱে। দ্বিতীয় বছৰৰ সভাত 'উলাহ সঙ্গীত' নামৰ স্বৰচিত কৱিতা এটিও তেওঁ পাঠ কৰিছিল।

কাব্যিক প্ৰেৰণাৰ উৎস

এই বছৰতে উজান বজাৰৰ লতাশিল প্ৰাইমাৰী স্কুলত এজন শিক্ষকৰ প্ৰয়োজন হোৱাত ৰঘুনাথকে সেই পদত ভৰ্ত্তি কৰা হয়। স্কুলত সোমায়েই তেওঁ 'সুনীতি সঞ্চাৰিণী সভা' নামৰ অনু-ষ্ঠানটি স্কুল কৰ্তৃপক্ষৰ অনুমতি সাপেক্ষে তালৈ স্থানান্তৰ কৰে। ১৯০৪ চনত "সুনীতি সঞ্চাৰিণী সভা'ৰ বাৰ্ষিক অধিবেশন অতি জাকজমককৈ পতা হয়। এই সভা উপলক্ষে ৰচনা কৰা তেওঁৰ "মিলন সঙ্গীত" নামৰ কৱিতাটি আবৃত্তি কৰিছিল অম্বিকা গোস্বামী আৰু শ্ৰীকালিপ্ৰসাদ বৰুৱাই। তেওঁলোক তেতিয়া সাত আঠ বছৰীয়া স্কুলীয়া ছাত্ৰ।

সুনীতি সঞ্চাৰিণী সভা

অ-ভা-উ-সা সভাৰ কেন্দ্ৰ সেই সময়ত কলিকতাৰপৰা গুৱাহাটীলৈ তুলি অনা হৈছিল আৰু সভাৰ মুখপত্ৰ 'জোনাকী'ৰ সম্পাদনা কৰিছিল কটন কলেজৰ তেতিয়াৰ অসমীয়াৰ অধ্যাপক সত্যনাথ বৰাদেৱে। প্ৰথম বছৰ তৃতীয় সংখ্যা জোনাকীত চৌধাৰীৰ 'মৰমৰ পখী'য়ে পোনপ্ৰথমে আত্মপ্ৰকাশ কৰে। তাৰ পিছত সপ্তম সংখ্যাত তেওঁৰ 'গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী' কৱিতা প্ৰকাশ হয়। সমগ্ৰ অসম জুৰি তেওঁৰ কৱিতাই সমাদৰ পায়। তেওঁৰ

জোনাকী



কাব্যিক প্ৰতিভাই সত্যনাথ বৰাৰ স্নেহদৃষ্টি আকৰ্ষণ কৰিলে। বৰা ডাঙৰীয়াৰ নিৰ্দ্দেশতেই সভাই চৌধাৰীক জোনাকীৰ সহকাৰী সম্পাদক পদত নিযুক্ত কৰে।

জোনাকীৰ বছৰেকীয়া বৰঙনি মাত্ৰ এটকা আছিল। সিও নুঠাত টকাৰ অভাৱত জোনাকীৰ প্ৰকাশ নিয়মীয়া কৰিব পৰা নগৈছিল। গতিকে সমগ্ৰ অসমতে জোনাকীৰ বাবে দান, বৰঙনি আদি তোলাৰ এটি ব্যাপক প্ৰচেষ্টা চলোৱা হয়। এই উপলক্ষে উজনি আৰু নামনি অসমৰ বিভিন্ন ঠাইত চৌধাৰীদেৱ ঘূৰিবলগীয়াত পৰে। তাতেই অসমীয়া সমাজৰ সৈতে নিবিড়ভাবে পৰিচয় হবলৈ তেওঁৰ সুযোগ ওলায়।

১৯০৩ চন। অকস্মাতে টান নৰিয়াত পৰি গৰ্গ চৌধাৰী শয্যাশায়ী হ'ল আৰু তিনিমাহ পিছতে হালোগাঁৱৰ ঘৰত তেওঁ ঢুকাল। মৃত্যুৰ সময়ত ৰঘু চৌধাৰীক ওচৰলৈ মাতি আনি তেওঁ কৈছিল—"ৰঘু! খাটপাম, ঘৰ-দুৱাৰ সকলো তোকেই গতালোঁ। উমেশ আৰু বৌৱেৰক চাবি।" গৰ্গ চৌধাৰীৰ একমাত্ৰ সন্তান উমেশচন্দ্ৰ চৌধাৰী তেতিয়া চাৰি বছৰীয়া ল'ৰা। বিধৱা বৌৱেক, নাবালক ভতিজাক আৰু নিজৰ পঙ্গু শৰীৰৰ চিন্তাই ৰঘুনাথক বিব্ৰত কৰি তুলিলে। চকুৰে তেওঁ দেখিলে এন্ধাৰ, কেৱল এন্ধাৰ। দুই হাতেৰে মুখ ঢাকি অসহায় শিশুৰ দৰে তেওঁ উচুপি উঠিল।

আঁউসীৰ এন্ধাৰ

## তৃতীয় অধ্যায়

ককায়েকৰ মৃত্যুৰ পিছত খেতিবাতিৰ তত্ত্বাৱধান, ঘৰুৱা কাম-কাজ আৰু স্কুলৰ চাকৰি—এই তিনিওটা কাম সমানে চলাবলগীয়া হোৱাত ৰঘুনাথৰ ভালেখিনি অসুবিধা হ'ল। গুৱাহাটীৰ ওচৰেপাজৰে আৰু ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে ওঠৰ বিছ মাইল দূৰলৈকে কেইবাশ পুৰাও মাটি গৰ্গ চৌধাৰীৰ নামত আছিল। সেইবোৰ ঠাইৰ খাজনা তোলা, ৰায়তক মাটি দিয়া, আধিৰ ধান তোলা, খেতিৰ তদাৰক কৰা আৰু অন্যান্য লেঠাত ৰঘুনাথে অকলে ঘূৰি ফুৰিবলগীয়া

ঘৰুৱা লেঠা

হৈছিল। সেই সময়ত যানবাহনৰ সুচল নথকাত খোজ কঢ়াৰ বাহিৰে তেওঁৰ আন উপায় নাছিল। ফলত সময়ে সময়ে ভবিৰ অসুখত তেওঁ বৰ কষ্ট পাইছিল। দুটা বছৰ এইদৰে চলাৰ পিছত বৌৰেকৰ পৰামৰ্শমতে তেওঁ দুৰ্গম ঠাইৰ মাটিবোৰ বেচি দিলে আৰু বেলতলা মৌজাৰ মাটিখিনিকে ভালদৰে চলাবলৈ ললে। ছবছৰীয়া উমেশচন্দ্ৰকো স্কুলত নাম লগাই দিয়া হ'ল।

বৌৰেকে এদিন তেওঁক কলে—"ৰঘু! তই খোৰা মানুহ। কিমান টলৌটলৌকৈ ঘূৰি ফুৰিবি? স্কুলৰ চাকৰিটোতে মনপুতি লাগি থাক। খেতিবাতি আমি একেবাৰে বন্ধ কৰি দিওঁ।"

"পিছে বৌ! খেতি বন্ধ কৰিলে আমি পৰিয়ালটোৱে খাম কেনেকৈ? মই স্কুলতনো কেইটা টকা পাওঁ?"

"কেলেই, মাটিবোৰ আধিত দিওঁ। তাৰে যি দুপইচা পাওঁ—

বৌৰেকক বাধা দি ৰঘুনাথে কলে—"একো লাভ নহব। মানুহবোৰৰ অৱস্থা তেনেই বেয়া। তদুপৰি সিহঁতে কানি খোৱাতো লাগিছে। সিহঁতক মাটি খাবলৈ দিলে শেষত মাটিও যাবগৈ।"

বৌৰেক-দেওৰেকৰ মাজত এই সম্পৰ্কে মতভেদ হ'ল। শেষত প্ৰবল বাধা সত্বেও ৰঘুনাথে বীৰকুছিৰ মাটিত অকলে খেতি কৰিবলৈ ওলাল। স্কুলৰ চাকৰি তেওঁ এৰি দিলে। বীৰকুছি অঞ্চলত তেতিয়া মিকিৰ, লালুং কছাৰী আৰু বাৰঘৰীয়া (গাৰো) মানুহেই সৰহ। এওঁলোকৰ মাজতেই ৰঘুনাথে কৃষক-জীৱনৰ পাতনি মেলে। খেতি সম্বন্ধে চৌধাৰীৰ সিমান অভিজ্ঞতা নাছিল বাবে প্ৰথম দুবছৰমান খেতিত লোকচান হল। ইপিনে এই সময়তে স্বদেশী

বীৰকুছিৰ খাটত

আন্দোলনৰ ঢৌ অসমতো লাগিছেহি। স্বাধীনচিতীয়া ৰঘুনাথে বীৰকুছিৰ খাটৰপৰাই এই আন্দোলনত সঁহাৰি জনাইছিল। তেতিয়া নিধিৰাম দাস আৰু ৰঘু চৌধাৰী এই দুজনেই গুৱাহাটীত স্বদেশী আন্দোলনৰ গুৰিধৰোঁতা আছিল। কলেজীয়া ছাত্ৰসকলক লগত লৈ তেওঁলোকে জাহাজঘাটত মজদুৰৰ কাম কৰি



যাত্ৰীৰ মালপত্ৰ কঢ়িয়াই ফুৰিছিল। তেনেকৈ যি পইচা পাইছিল, সেইখিনি আনি আন্দোলনৰ পুঁজিত জমা দিছিল। তেতিয়া ১৯০৫ চন।

এইবোৰ কাৰণতে ৰঘুনাথে খেতিবাতিৰ ফালে সিমান মন দিব নোৱাৰাত প্ৰথম কেইবছৰ লোকচান ভৰিবলগীয়া হ'ল। স্বদেশী আন্দোলনৰ ঢৌ শাম কাটি আহিলত তেওঁ পুনৰ খাটলৈ ঘূৰি যায় আৰু খেতিত একান্তভাৱে আত্মনিয়োগ কৰে। ভগৱানৰ ইচ্ছাত এই বাৰ খেতিবাতিৰ অৱস্থা ক্ৰমে ভাল হৈ আহিল আৰু চাওঁতে চাওঁতে ৰঘুনাথ সেই অঞ্চলৰ এজন ভাল খেতিয়ক বুলি জনাজাত হৈ পৰিল।

একাগ্ৰতাই সকলো সাফল্যৰ গুৰি। এই গুণটোৰ বাবেই চৌধাৰীয়ে একালত খেতিৰ বিশেষ ভু-ভা নাপালেও এতিয়া এজন সুদক্ষ খেতিয়ক। যত্ন আৰু বুদ্ধিৰে কৰা তেওঁৰ পথাৰৰ ধান, কুঁহিয়াৰৰ খেতি আৰু

খেতিয়ক-চৌধাৰী

কবিৰ গোট দেখি তাৰ চুবুৰীয়া খেতিয়কসকলে তবধ মানিছিল আৰু আৱশ্যকীয় দিহা-পৰামৰ্শৰ বাবে তেওঁৰ ওচৰ চাপিছিল। কুঁহিয়াৰৰ ৰস পগাই গুৰ তৈয়াৰ কৰা বিদ্যাত চৌধাৰী আছিল অনন্য সাধাৰণ। চাৰি-পাঁচ বিঘা মাটিৰ কুঁহিয়াৰৰ ৰস তেওঁ অকলেই পগাই চাকৰ-নাকৰক তবধ লগাই দিছিল। তেওঁ পগোৱা গুৰবোৰ যথেষ্ট বগা হৈছিল। কবি-খেতি চৌধাৰীৰ বৰ প্ৰিয় আছিল। তেওঁৰ খাটৰ কবি গৰুৰ গাড়ীত গুৱাহাটী বজাৰলৈ প্ৰায়ে চালান দিয়া হৈছিল।

পৰ্ব্বতে-পাৰণ্ডে অনাইবনাই ঘূৰি ফুৰা স্বভাৱটি চৌধাৰীৰ জন্মগত গুণ। স্কুলত পঢ়োঁতেও সহপাঠীসকলৰ লগত তেওঁ দেওবাৰে বা বন্ধৰ দিনবোৰত হাবিয়ে-বনানিয়ে ঘূৰি ফুৰিছিল। আনকি খোজ কাঢ়ি কাঢ়ি কেতিয়াবা তেওঁ বশিষ্ঠাশ্ৰমলৈও গৈছিল। বীৰকুছিৰ পামতো তেওঁ প্ৰকৃতিৰ শোভা নিৰীক্ষণ কৰি হাবিয়ে-বননিয়ে ঘূৰি ফুৰিছিল। বিহগৰ কলকণ্ঠ, বনৰীয়া ফুলৰ সুঘ্ৰাণ আৰু তৰুলতাৰ শোভাই তেওঁৰ নিঃসঙ্গ জীৱনলৈ আনিছিল শান্তিৰ অমিয়া।

কবলৈ গলে বীৰকুছিৰ এক মনোৰম আবেষ্টনীৰ মাজতেই 'সাদৰী',

'দহিকতৰা' আৰু 'কেতেকীৰ' প্ৰায় ভাগ কৰিতাবে জন্ম হৈছিল। বীৰকুছিয়েই কৱিৰ কাব্যভূমি।

১৯০৮ চনৰপৰা ১৯২১ চনলৈ এই সুদীৰ্ঘ তেৰ বছৰ চৌধাৰী বীৰকুছিৰ খেতিতে লাগি আছিল। মাথোন মাজতে এবাৰ তিনি বছৰমান গুৱাহাটীৰ খ্ৰীষ্টান মিছনেৰী স্কুল এখনত প্ৰধান শিক্ষকৰ কাম চলাবলগীয়াত পৰিছিল। ১৯১৪ চনত প্ৰথম মহাসমৰৰ সময়ত এই স্কুল উঠি যায়। উলেখযোগ্য যে এই সময়তে তেওঁ এবাৰ কলিকতাৰপৰাও ঘূৰি আহেগৈ।

সমাজসেৱা

আগতেই কৈ অহা হৈছে যে বেলতলা মৌজাৰ ভিতৰুৱা গাঁওবোৰত লালুং, কছাৰী আৰু মিকিৰ আদিয়েই সৰহ। খেতিয়েই তেওঁলোকৰ জীৱিকা ; কিন্তু এই সময়ত কানিৰ গৰাহত পৰি মানুহবোৰে যথাসৰ্ব্বস্ব হেৰুৱাই বাটৰ ভিকহু হৈছিল। চৌধাৰীয়ে এই অশিক্ষিত লোকসকলক নানাভাবে বুজনি দি কানি এৰুৱাবলৈ যত্ন কৰিছিল। সময়ত ডাবি দি, কেতিয়াবা পুলিচৰ ভয় দেখুৱাই বা নানা তৰহৰ কূট-কৌশল প্ৰয়োগ কৰি তেওঁ এই কাম সমাধা কৰিছিল। যিসকল ডেকাই কানি নাখাইছিল বা খাবলৈ এৰিছিল সেইসকলক লৈ চৌধাৰীয়ে এটি দল গঠন কৰিছিল আৰু কানি বেচা মহাজনসকলক দলেবলে গৈ সাৱধান কৰি দিছিল যাতে ভৱিষ্যতে সেই অঞ্চলত তেওঁলোকে কানি নেবেচে। ডেকাদলৰ তৰ্জ্জন-গৰ্জ্জন শুনি কানি-বেপাৰীবিলাক ভয়ত কানিৰ দোকান বন্ধ কৰিবলগীয়া হৈছিল।

চৌধাৰায়ে আৰু এটা কাম হাতত লৈছিল। তেওঁ দেখিছিল, মাৰোৱাৰী মহাজনসকলৰ ওচৰত এই মানুহবোৰ প্ৰায়েই ধৰুৱা। যিজনে এবাৰ এই ঋণৰ মেৰপাকত সোমাইছে চক্ৰবৃদ্ধিৰ পাকচক্ৰত সি আৰু মুক্তি পোৱা নাই। নিজৰ অৱস্থা টনকিয়াল নহলেও চৌধাৰীয়ে কিবা উপায়েৰে টকা যোগাৰ কৰি দি এই দুৰ্ভগীয়া মানুহবোৰক উদ্ধাৰ কৰিবলৈ যত্ন কৰিছিল। তেওঁ সিহঁতক বুজাইছিল যাতে প্ৰাণ গলেও সিহঁতে টকাৰ বাবে মাৰোৱাৰীৰ ওচৰ নেচাপে। এইবোৰ কাৰণতে



বীৰকুছিৰ মানুহে তেওঁক দেৱতাৰ দৰে জ্ঞান কৰিছিল। ইফালেদি মাৰোৱাৰী মহাজনসকলৰ মানত তেওঁ হৈ পৰিছিল এক ঘোৰ আতঙ্ক।

## চতুৰ্থ অধ্যায়

১৯২১ চন। গান্ধীজীৰ নেতৃত্বত সমগ্ৰ দেশতে অসহযোগ আন্দোলনৰ প্ৰৱল ঢৌ উঠিছে। গুৱাহাটীৰ বা-বতাহো অশান্ত। এনে সময়তে আন্দোলনত যোগ দিয়া অপৰাধত বোল ডিচেম্বৰ তাৰিখে ৰঘুনাথ চৌধাৰীক পুলিচে গ্ৰেপ্তাৰ কৰে। সেই দিনাই তেওঁৰ বীৰকুছিৰ ঘৰো খানাতালাচ কৰা হৈছিল।

গুৱাহাটী জেলত

গুৱাহাটী জেলত তিনিমাহ বিচাৰাধীন কৰি ৰখাৰ পিছত তেওঁৰ বিচাৰ আৰম্ভ হ'ল। বিচাৰক আছিল মেকচুইনি চাহাব। চৌধাৰীৰ বিৰুদ্ধে প্ৰধান অভিযোগ আছিল বেলতলা মৌজাৰ ৰাইজক চৰকাৰী খাজানা নিদিবলৈ তেওঁ উত্তেজিত কৰাটো ; কিন্তু চৌধাৰীৰ বিপক্ষে সাক্ষী দিবলৈ কোনো আগবাঢ়ি নাহিলত নাম মাত্ৰ বিচাৰ কৰি তেওঁক ১৫ মাহ বিনাশ্ৰম কাৰাদণ্ড দিয়া হয়।

এই ঘটনাৰ এসপ্তাহ পিছতে গোপীনাথ বৰদলৈয়ো জে'লত পৰে। সেই সময়ত জে'লৰ কয়েদীবিলাকক কুকুৰ-মেকুৰীতকৈও বেয়া ব্যৱহাৰ কৰা হৈছিল। খুদ চাউলৰ আধা সিজা কেটোৰ ক'লা এগাল ভাত, পাচলিৰ নামত তপত পানীত অৰ্দ্ধসিদ্ধ লৱণহীন ঢেকুৱা, কবিৰ বুঢ়া পাত বা বুঢ়া ডাঠা শাকৰ দীঘল-দীঘল টুকুৰা আৰু বুৰ মাৰিলেও ডাইল এটা বিচাৰি নোপোৱা অৱহৰ মাহৰ পানী এবাটি। তাকে খাই কয়েদীবোৰে বছৰৰ পিছত বছৰকৈ নিজৰ পৈতৃক প্ৰাণটো ৰাখিব লাগে। আপত্তি কৰিলেই কঠোৰ শাস্তি। ৰাজনৈতিক বন্দীসকলক কথাই কথাই গালিশপনি পৰাটো জেল কৰ্ত্তৃপক্ষৰ একপ্ৰকাৰ ৰীতিয়েই হৈ পৰিছিল। চৌধাৰীয়ে এনে দুৰ্ব্যৱহাৰ

দেখিলে টিঙিৰিতুলা যেন হৈছিল। এদিন কিবা এটা কথাত ৱাৰ্ডাৰে আহি দুজনমান ৰাজনৈতিক বন্দীক বেয়াকৈ গালি পাৰিলে। চৌধাৰী ওচৰতে আছিল। অসহ্য হৈ তেওঁ দপ্‌দপাই উঠিল, 'খবৰদাৰ! আৰু বেছি গালি নাপাৰিবা। গালি পাৰিবলৈ তোমাৰ কোনো অধিকাৰ নাই।' সহকৰ্ম্মী শ্ৰীগোলোক পাঠক আৰু হেকেবাৰ কমলাকান্ত মেনেজাৰেও চকু ৰঙা কৰি ৱাৰ্ডাৰক সাৱধান কৰি দিলে। তৎক্ষণাৎ হুলস্থুল লাগি পৰিল। আন আন কয়েদীবিলাকো ঘটনাস্থলীলৈ ল'ৰি আহিল। ইপিনে জে'লৰ অফিচাৰ দুই চাৰিজনেও যোগ দিলে। তৰ্ক-বিতৰ্ক, তৰ্জ্জন-গৰ্জ্জনৰ ধুমুহা উঠিল। পিছদিনা জেল ছুপাৰিণ্টেণ্ডেণ্ট বাট্ৰা চাহাবে নিজে আহি ঘটনাৰ তদন্ত কৰিলে। কোৱা বাহুল্য যে বিচাৰত চৌধাৰী আৰু তেওঁৰ লগৰীয়া কেইজনক জেল ভাঙি যাবলৈ যত্ন কৰা বুলি দোষী সাব্যস্ত কৰি দহ দিনলৈ নিৰ্জ্জন ফাটেকত থলে আৰু ৰাজনৈতিক কয়েদীৰ আন সা-সুবিধাৰ পৰা বঞ্চিত কৰিলে। এনে নানা ঘটনাৰ অন্তত ১৯২৩ চনৰ ৬ ফেব্ৰুৱাৰীত চৌধাৰীক মুক্তি দিয়া হয়।

জেলৰপৰা ওলাই চৌধাৰী পোনে পোনে বীৰকুছিৰ পামলৈ ঘূৰি গ'ল; কিন্তু খেতিবাতি আৰু ঘৰদুৱাৰৰ অৱস্থা দেখি তেওঁৰ চকুপানী ওলাল। পঁজাটো ভাগিছিগি উৰলি গৈছে, চোতালত আঠুৱনি বন। জেললৈ যাওঁতে এৰি থৈ যোৱা ভঁৰালৰ ধান, পথাৰৰ শস্য কোনে নিলে, কোনে খালে উৱাদিহ পাবলৈ নাই। বাৰীৰ কল, কুঁহিয়াৰ, তামোলপাণ, আদাজলকীয়াৰ চিনচাবেই নাই। চকুৰ পানী মচি তেওঁ ওলাই আহিল আকৌ গুৱাহাটী বুলি।

প্ৰত্যাৱৰ্তন

বৌৱেকৰ কথামতে তেওঁ দুবছৰমান গুৱাহাটীতে থাকিল। কিন্তু এনেয়ে বহি-শুই খোৱাতকৈ তেওঁ আলোচনী এখন উলিয়াবলৈ মনতে পাঙিলে। এই কামত বিশেষ আগ্ৰহ দেখুৱাইছিল ডিব্ৰুগড় জৰ্জ্জ ইনষ্টিটিউটৰ সহকাৰী শিক্ষক ধাৰেশ্বৰ ভট্টাচাৰ্য্যই (শ্ৰীসিদ্ধিনাথ শৰ্ম্মাদেৱৰ সম্পৰ্কীয় ককায়েক)। আলোচনীখনৰ কাৰণে উজনি অসমত দান দৰঙনি তুলিবলৈ তেওঁ নিজেই গাত ললে। চৌধাৰীয়েও নামনি অসমত



ঘূৰিপকি যি পাৰে ধন সংগ্ৰহ কৰিলে। মুঠতে তেখেতসকলৰ ঐকান্তিক চেষ্টাত ১৯২৫ চনত শিশু আলোচনী 'মইনা' কাকতখনি চৌধাৰীদেৱৰ নাতি শ্ৰীগগনচন্দ্ৰ পাটোৱাৰীৰ যত্নত কলিকতাত ছপা হৈ গুৱাহাটীৰপৰা প্ৰকাশ হবলৈ ধৰে। আলোচনীখন পষেকীয়া আছিল আৰু ইয়াৰ সম্পাদনা কৰিছিল চৌধাৰীয়ে নিজেই। 'মইনা'ৰ বছৰেকীয়া বৰঙনি ২।০ অনা নিৰ্দ্ধাৰণ কৰা হৈছিল। পিছে ধনৰ অভাৱত প্ৰথম পাঁচোটা সংখ্যা ওলায়েই কাকতখন বন্ধ হৈ যায়।

মইনা

১৯২৫ চনৰপৰা ১৯৪২ চনলৈ ৰঘু চৌধাৰীয়ে বীৰকুছি পামত আকৌ খেতিয়কৰ জীৱন যাপন কৰিছিল। তেওঁৰ পাকৈত হাতৰ স্পৰ্শত শূন্যপ্ৰায় খেতিৰ পথাৰ আকৌ ঠন ধৰি উঠিল। লগে লগে বিয়পি পৰিল তেওঁৰ কাব্যিক প্ৰতিভা। খেতিৰ লগতে তেওঁৰ কাপো সমানে চলিছিল। চৌধাৰীৰ কবিতাই অসমীয়া কাব্যামোদীসকলক এক নতুন ৰসৰ সম্ভেদ দিলে। সমালোচকে পালে এক নতুন দৃষ্টিৰ ইঙ্গিত। গুণীৰ গুণ উপলব্ধি কৰি অসম সাহিত্য-সভাই সেয়েহে ১৯৩৫ চনত তেজপুৰত থকা সাহিত্য-সভাৰ ষোড়শ অধিবেশনত পৌৰোহিত্য কৰিবলৈ চৌধাৰীক আমন্ত্ৰণ জনালে। আমন্ত্ৰণ বহন কৰি আনিছিল যোৰহাটৰ শ্ৰীগুণগোবিন্দ দত্ত, কুলধৰ চলিহা আৰু শ্ৰীহৰিনাৰায়ণ বৰুৱাই। লগতে তেওঁক এইটোও জানিবলৈ দিয়া হৈছিল যে মূল অধিবেশনলৈ আৰু ওঠৰ দিনহে বাকী আছে। চৌধাৰী বৰ বিমোৰত লৰিল। ইপিনে ৰাইজৰ আদেশ, আনফালে ঘৰুৱা পয়মাল—দহদিন আগতে মাথোঁ বৌৱেক ঢুকাইছে। দ্বিতীয়তে মুঠে ওঠৰটা দিন হাতত লৈ অসম সাহিত্য সভাত সভাপতিত্ব কৰিবলৈও তেওঁৰ সাহস নহয়। অভিভাষণ লিখি ছপা কৰিবলৈ সময়েই বা ক'ত?

সাহিত্য সভাৰ সভাপতি

"আপোনাক অৱশ্যে আমি আগতে জনাব লাগিছিল,"—ক্ষমাৰ সুৰত কুলধৰ চলিহাই কলে। "কিয়নো নিয়মমতে দুমাহ সময় সভাপতিক দিব লাগে। আপুনি যেন বেজাৰ নেপায়।"

নিৰুপায় হৈ চৌধাৰীয়ে সন্মতি জনাই তেওঁলোকক বিদায় দিব লগা হ'ল। তাৰ পিছত এসপ্তাহ একেৰাহে বহি তেওঁ অভিভাষণ এখনি লিখি উলিয়ালে আৰু তেজপুৰলৈ যাত্ৰা কৰাৰ আগমুহূৰ্ত্তলৈকে প্ৰেছেও নেৰানেপেৰাকৈ এহেজাৰ কপি ছপাই কোনো মতে তেওঁৰ হাতত তুলি দিলে।

সেই বাৰ অসম সাহিত্য-সভাৰ তেজপুৰ অধিবেশনত অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল কবি আনন্দচন্দ্ৰ আগৰৱালা। তেখেতে চৰকাৰী চাকৰিৰপৰা দুবছৰমান আগতে অবসৰ পাইছিল। আন আন কাৰ্য্যকৰ্ত্তাসকলৰ ভিতৰত সুসাহিত্যিক পদ্মনাথ গোহাঞি বৰুৱাৰ নামো উল্লেখ কৰিব পাৰি।

গুৱাহাটী চহৰৰ লব্ধপ্ৰতিষ্ঠ নাগৰিক শ্ৰীকেশৱকান্ত বৰুৱা বিখ্যাত বি. বৰুৱাৰ ( ভোলা বৰুৱা ) ভতিজাক আৰু বৰ্ত্তমান বি. বৰুৱা কলেজৰ প্ৰতিষ্ঠাতা। আন ব্যৱসায়ৰ উপৰিও তেওঁ নিজাকৈ এটা প্ৰেছো খুলিছিল। তেওঁ আহি এদিন চৌধাৰীক কলে,—"'জয়ন্তী'

জয়ন্তী

নাম দি মই এখন মাহেকীয়া আলোচনী উলিয়াব খোজোঁ। আপুনি যদি সম্পাদকৰ বাবটি লয়, তেন্তে কাম আৰম্ভ কৰি দিওঁ।" চৌধাৰী সন্মত হ'ল। সেই বেলি (১৯৩৬ চন) অসম সাহিত্য-সভা গুৱাহাটীত বহাৰ কথা। সভাপতি শ্ৰীকৃষ্ণকান্ত সন্দিকৈ দেৱ। সভালৈ দুমাহ থাকোঁতে কেশৱ বৰুৱা আৰু ৰঘু চৌধাৰীৰ মাজত ওপৰোক্ত আলোচনা হৈছিল। এই দুমাহৰ ভিতৰতে চৌধাৰীয়ে প্ৰবন্ধপাতি সংগ্ৰহ কৰি 'জয়ন্তীৰ' প্ৰথম সংখ্যাটি অতি জাকজমককৈ ছপাই উলিয়ালে আৰু অসম সাহিত্য সভাৰ মূল অধিবেশনৰ দিনা প্ৰতিনিধিসকলক একো খনিকৈ উপহাৰ দিলে। এই সংখ্যাটিত বেজবৰুৱাই জয়ন্তীলৈ দিয়া বাণী এটিও প্ৰকাশিত হৈছিল। ডেৰ বছৰমান একেৰাহে জয়ন্তী ওলোৱাৰ পিছত কিবা এটি কথাত কেশৱ বৰুৱাৰ সৈতে চৌধাৰীৰ মতানৈক্য ঘটে আৰু সিমানতে জয়ন্তীৰ লগত চৌধাৰীৰ সম্পৰ্ক ছেদ হয়।



১৯৪০ চন। দ্বিতীয় মহাসমৰৰ বিভীষিকাই ভাৰতৰ বা-বতাহ তপত কৰি তুলিছে। সীমান্তৱৰ্ত্তী প্ৰদেশ হিচাপে অসমত তাৰ ঢৌ উঠিল বেছিকৈয়ে। কাগজ-পত্ৰৰ অভাৱ আৰু প্ৰতিকূল পৰিবেশৰ হেতু অসমত আলোচনী বা বাতৰিকাকত যি দুই এখন আছিল প্ৰায়ে বন্ধ হোৱাৰ নিচিনা। এনে সময়তে কেইজনমান

সুৰভি

ডেকা সাহিত্যিকৰ উৎসাহ উদগনিত চৌধাৰীয়ে পষেকীয়া আলোচনী এখন নকৈ উলিয়াবলৈ গাত লয়। আৱশ্যকীয় খৰচ-পত্ৰৰ বাবে তেওঁ নিজে গোলাঘাট, যোৰহাট, ডিব্ৰুগড়, তেজপুৰ আদি ঠাইত ঘূৰিপকি দান-সংগ্ৰহ কৰিবলগীয়া হৈছিল। সি যি নহওক সমূহীয়া যত্নৰ ফলত ১৯৪০ চনত আলোচনীৰ প্ৰথম সংখ্যাটি ছপা হৈ ওলাল। কবি চৌধাৰীয়ে ইয়াৰ নাম ৰাখিলে 'সুৰভি'।

### পঞ্চম অধ্যায়

১৯৪৫ চনত হিৰোছিমা আৰু নাগাচাকিৰ ওপৰত এটম্ বোম্ পৰিল। মুহূৰ্ত্ততে লাখ লাখ জীৱন ভস্মীভূত হৈ গ'ল। কি নৃশংস এই মৃত্যু! বিশ্বজুৰি এই কাৰ্য্যৰ দুৰ্ঘোৰ প্ৰতিবাদ চলিল।

শান্তি-সমিতি

সকলোৱে একে কণ্ঠে ক'লে, "সভ্যতাৰ নামত যুদ্ধই বৰ্ব্বৰতা আনিলে। যুদ্ধ বন্ধ কৰা, এটম্ বোম্ বন্ধ কৰা, আমাক শান্তি দিয়া—জনতাৰ দোহাই।" আন্তৰ্জাতিক "বিশ্ব শান্তি-সমিতি"য়ে যুদ্ধৰ বিভীষিকা আঁতৰাবলৈ শক্তিশালী প্ৰস্তাৱ কিছুমান গ্ৰহণ কৰি বিশ্বৰ জনতাক এই আন্দোলনত সঁহাৰি জনাবলৈ অনুৰোধ কৰিলে। ভাৰতবৰ্ষতো 'অখিল ভাৰত বিশ্বশান্তি সমিতি' এখন গঠিত হ'ল। অসমত ৰঘুনাথ চৌধাৰীয়ে এই আন্দোলনৰ গুৰিবঠা ধৰিলে। বিশ্ব-শান্তিৰ তাৎপৰ্য্য ব্যাখ্যা কৰি তেওঁ অসমৰ গাঁৱে-ভূঞে সভাসমিতি পাতি ঘূৰি ফুৰিছিল আৰু প্ৰত্যেকখন সভাৰ শেষত জনমত

সংগ্ৰহ কৰি ( চহী লৈ ) সেইবোৰ বিশ্বশান্তি সমিতিৰ প্ৰধান কাৰ্য্যালয়লৈ পঠিয়াই দিছিল। এই সন্দৰ্ভত শ্ৰীকুমাৰ বেনাৰ্জ্জী, গোপাল হালদাৰ, বলৰাজ সাহানী, মুলক্‌ৰাজ আনন্দ প্ৰভৃতি খ্যাতনামা শিল্পী-সাহিত্যিক দেশনেতাসকলৰ, কোনো কোনোজনে গুৱাহাটীলৈ আহি চৌধাৰীৰ লগত আলাপ্ আলোচনা কৰিছিল।

১৯৫২ চন। কলিকতা মহানগৰীত সেই বাৰ মহাপয়োভৰেৰে সৰ্দো ভাৰত সাংস্কৃতিক সম্মিলন এখন পতাৰ যো-জা চলিছে। অসমৰপৰা ৰঘুনাথ চৌধাৰীও তালৈ নিমন্ত্ৰিত হৈছে। চৌধাৰীক পাই ডাঃ ছাইফুদ্দিন কিচলু চাহাবৰ অপাৰ আনন্দ। ডাঃ কিচলু সেই সময়ত সৰ্দো ভাৰত বিশ্বশান্তি সমিতিৰ সভাপতি। সমিতিৰ কাৰ্য্যকৰ্ত্তাসকলে দমদম্ বিমান কোঠৰপৰা মালা পিন্ধাই চৌধাৰীক আদৰি নিলেহি। তিনি এপ্ৰিলৰ দিনা মুকলি অধিবেশনত শিল্পী, সাহিত্যিক আৰু শান্তি প্ৰচাৰকসকলক সম্বৰ্দ্ধনা জনোৱা হৈছিল। ৰঘুনাথ চৌধাৰীক সম্বৰ্দ্ধনা জনাওতে ডক্তৰ মুলক্‌ৰাজ আনন্দই কৈছিল, "আপোনাক লৈ আমি গৌৰৱ অনুভৱ কৰিব পাৰোঁ। আপুনি কবি হিচাপে সুখ্যাতি অৰ্জ্জন কৰিছে আৰু শান্তি প্ৰচাৰ কাৰ্য্যত যিথিনি কৰিছে সি অতুলনীয়।"*

সাংস্কৃতিক সম্মিলন

অভিনন্দনৰ উত্তৰত চৌধাৰীয়ে সমিতিৰ সঞ্চালকসকলক ধন্যবাদ জনাই এটি চমু ভাষণ দিয়ে। তেওঁ অসমীয়াত কোৱা কথাবোৰ চৈয়দ আব্দুল মালিকে লগে লগে ইংৰাজীত তৰ্জ্জমা কৰি গৈছিল। বক্তৃতাৰ অন্তত পৃথ্বীৰাজ কাপুৰ অকস্মাতে মঞ্চলৈ উঠি আহিল আৰু 'দাদা' বুলি সম্বোধন কৰি চৌধাৰীক সেৱা জনালেহি। তাৰ পিছত অসংখ্য হাতচাপৰিৰ মাজত কাপুৰে নিজে চৌধাৰীৰ ফটো এটা ললে। সঁচা, শিল্পীৰ প্ৰতিভা শিল্পীয়েহে বুজে!!

* মস্কো ৰেডিঅ'ই ইয়াৰ আগতে শান্তিপ্ৰচাৰ কাৰ্য্যত একনিষ্ঠ সেৱকসকলৰ নাম ঘোষণা কৰোঁতে ৰঘুনাথ চৌধাৰীৰ বিষয়ে কৈছিল যে ভাৰতৰ ভিতৰত শান্তি প্ৰচাৰৰ কাম অসমত একমাত্ৰ ৰঘুনাথ চৌধাৰীৰদ্বাৰাহে হৈছে।



শান্তি সমিতিৰ প্ৰচাৰ কাৰ্য্যত চৌধাৰীয়ে বামপন্থী নেতাসকলৰ সহযোগিতা লাভ কৰা দেখি, বিশেষকৈ মস্কো ৰেডিঅ'ই তেখেতৰ নাম ঘোষণা কৰাৰ পিছত বহুতেই ধৰি ললে, চৌধাৰীয়ে কমিউনিষ্ট পাৰ্টিত যোগ দিছে। এই ভুল বিশ্বাসৰ বশৱৰ্ত্তী হৈ দুই চাৰিজন বন্ধুৱে তেখেতৰ কাৰ্য্যকলাপত সন্দেহ কৰিবলৈ ললে। কংগ্ৰেছ চৰকাৰী মহলৰ উৰ্দ্ধতন কৰ্ম্মচাৰী আৰু মন্ত্ৰীসকলৰ দুজনমানে তেখেতক পাকেপ্ৰকাৰে বুজাবলৈ যত্ন কৰিছিল যে তেখেতে ভুল বাট লৈছে আৰু সময় থাকোঁতেই তাৰ পৰা আঁতৰি অহা উচিত। এইবোৰ কথাই চৌধাৰীৰ কোমল অন্তৰত বৰ দুখ দিছিল! কিয়নো জগতত শান্তি প্ৰতিষ্ঠা হওক এয়েই আছিল তেওঁৰ লক্ষ্য। এই লক্ষ্যত আগবাঢ়োঁতে পাৰ্টিৰ প্ৰশ্ন উঠিব লাগে বুলি কেলেই তেওঁ ভাবি নেপাইছিল।

ইতিমধ্যে ভাৰত চৰকাৰে প্ৰবীণ কবি, শিল্পী আৰু সাহিত্যিকসকলক একোটিকৈ বৃত্তি দি সন্মানিত কৰাৰ পৰিকল্পনা কৰিছিল। উপৰোক্ত কাৰণত অসম চৰকাৰ চৌধাৰীক লৈ অনেকে সন্দেহ প্ৰকাশ কৰিছিল যদিও ভাৰত চৰকাৰে ১৯৫২ চনত তেখেতক সাহিত্যিক বৃত্তি এটি দি এই প্ৰশ্নৰ সহজ মীমাংসা কৰি দিয়ে।

চৌধাৰী অকল কবি-সাহিত্যিকেই নহয়, কবি-সাহিত্যিক গঢ়োঁতাও। জয়ন্তী, সুৰভি যুগৰেপৰা আজিলৈকে তেখেতৰ অনুপ্ৰেৰণাত তাহানি হাতত কাপ লোৱা বহুকেইজন অসমীয়া সাহিত্যিকেই আজি সাহিত্যাকাশত একো একোটি উজ্জ্বল তাৰকা। অনেক সুসাহিত্যিক এসময়ত তেওঁৰে প্ৰতিষ্ঠাপিত 'প্ৰগতি সঙ্ঘ'ৰ ( আলোচনা চক্ৰ ) একো একোজন সভ্য আছিল। 'প্ৰগতি সঙ্ঘ'ৰ সভাপতি হিচাপে 'চিন্তাধাৰা' নামৰ সমালোচনাৰ পুথিখন উলিয়াই সেই যুগত চৌধাৰীয়ে এটি মহৎ কাম সমাধা কৰিছিল। আকৌ তেওঁৰ যত্নতেই গুৱাহাটীৰ প্ৰবীণ সাহিত্যিকসকলক লৈ ১৯৫৩ চনত 'সৰিতা সভা'ৰ জন্ম হয়। ইয়ে প্ৰবীণ নবীন লিখকসকলৰ বাবে এটি নতুন পথ মুকলি কৰে।

সৰিতা সভা
প্ৰগতি সঙ্ঘ

চৌধাৰীদেৱে আজি চাৰি কুৰি ছয় বছৰত ভৰি দিছেহি। এই বয়সতো তেখেতে কামৰপৰা অব্যাহতি লোৱা নাই। সৌ সিদিনা মাথোন '৬০ চনৰ ভাষা আন্দোলনৰ সময়ত এই স্থৱিৰ অৱস্থাতো তেওঁ ছিলং পাহাৰত মন্ত্ৰীসকলৰ ঘৰে ঘৰে ঘূৰি ফুৰিছিল—এক দৃঢ় উদ্দেশ্য লৈ। অসমীয়া ভাষাক চৰকাৰে অসমৰ ৰাজ্যিক ভাষা বুলি স্বীকাৰ কৰিবই লাগিব। অসমত যদি অসমীয়া ৰাজ্যিক ভাষা নহয়—হব ক'ত? ইয়াৰ আগতে ভাষাৰ ভেটিত ৰাজ্যিক সীমা পুনৰ্গঠনৰ সময়ত কেন্দ্ৰীয় চৰকাৰৰ ওচৰত অসমৰ ন্যায্য দাবীৰ হকে চৌধাৰীয়ে প্ৰতিনিধিত্ব কৰিছিল। প্ৰাচীন ঐতিহ্যৰ পম খেদি কোচবিহাৰখন অসমৰ অন্তৰ্ভুক্ত কৰিব লাগে বুলি কেন্দ্ৰীয় চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰোঁতাসকলৰ ভিতৰত চৌধাৰীও অন্যতম। চৰকাৰে অৱশ্যে এই দাবী মানি নললে। গোৱালপাৰা জিলাখন অসমৰ বুকুৰপৰা কাঢ়ি নিবলৈ কৰা কূট কৌশলো ইফালে আকৌ বঙালীসকলে ব্যৰ্থ হ'ল।

সামৰণি

চৌধাৰীৰ বৰ্ত্তমান দৃষ্টিশক্তি ক্ষীণ হৈ আহিছে। এটি চকুৰে সম্পূৰ্ণ দেখা নাপায় বুলিয়েই কব পাৰি। শ্ৰৱণেন্দ্ৰিয়ৰ প্ৰখৰতাও কমিছে। ওপৰাউপৰিকৈ হোৱা কেইবাটাও দুৰ্ঘটনাই তেওঁৰ পঙ্গু শৰীৰটো আৰু বেছি অৱশ কৰি তুলিছে। তথাপি তেওঁৰ বুকুৰ সাহস আৰু মনৰ দৃঢ়তা কমা নাই। দেশৰ সামান্যতম ক্ষতিৰ সংবাদ শুনিলেই তেওঁ খঙত জ্বলি উঠে। দেশৰ যি কোনো জটিল পৰিস্থিতিতে দেশনেতাসকলে দিহা-পৰামৰ্শ বিচাৰি চৌধাৰীৰ কাষলৈ লৰি আহে। তেওঁ যে আমাৰ ভীষ্ম পিতামহ, আমাৰ মৰমৰ 'আতা'।

---

# কৰিৰ ঘৰখন

গুৱাহাটী উজান বজাৰৰ ভুবন ৰোডৰ উত্তৰ দাঁতিত থকা 'প্ৰতিধ্বনি'ৰ কৰি স্বৰ্গীয় উমেশচন্দ্ৰ চৌধাৰীদেৱৰ এটা প্ৰকাণ্ড দুমহলা দালানত বৰ্ত্তমানে তেওঁৰ দদাইদেৱেক, আমাৰ মৰমৰ বিহগী কৰি শ্ৰীৰঘুনাথ চৌধাৰী ডাঙৰীয়াৰ বাসস্থান। এই দালানৰ তলমহলাৰ বাৰান্দাৰ পশ্চিমফালে থকা খোঁটালী এটাত চৌধাৰীদেৱ থাকে। আজি দুবছৰমান আগৰে পৰা কৰিয়ে শয্যাশায়া হৈ (অৱশ্যে মনৰ সুস্থ অৱস্থাৰে) এই খোঁটালী-টোৰ ভিতৰতে তেওঁৰ দিনবোৰ কটাইছে। মহম্মদ পৰ্ব্বতলৈ যাব নোৱাৰিলে, পৰ্ব্বতেই মহম্মদৰ কাষলৈ যায় বুলি এটা প্ৰবাদ বাক্য আছে। সেইদৰে চৌধাৰীদেৱ তেওঁৰ শাৰীৰিক অসুস্থতাৰ নিমিত্তে আগৰ দৰে বাহিৰলৈ ওলাই যাব নোৱাৰে যদিও এই খোঁটালীটোতে তেওঁক চাবলৈ নিতৌ নানা তৰহৰ মানুহৰ সমাগম হয়—পুৱাৰপৰা ৰাতি এডোখৰলৈকে। লৰাৰপৰা বুঢ়ালৈ, ছোৱালীৰপৰা বুঢ়ীলৈ, গাঁৱলীয়াৰপৰা নগৰীয়ালৈকে—সাহিত্যিক, পণ্ডিত, বিষয়ী, কত পন্থী, কত মতবাদী লোক যে কৰিৰ ওচৰ চাপে তাৰ লেখ নাই। এই মানুহবিলাক যেনে নানা তৰহৰ, সেইদৰে কৰিৰ লগত হোৱা আলাপ-আলোচনাও বিভিন্ন বিষয়ক। কলথোক বাতুলীয়ে খোৱাৰপৰা ৰাজভগনলৈকে সকলো বিধ আলোচনাই তাত চলে। সাহিত্যসভাৰ আলোচনা, ৰাজ্যভাষাৰ আলোচনা, শিক্ষাৰ উন্নতি-অৱনতিৰ আলোচনা, স্কুলীয়া-কলেজীয়া পাঠ্য-পুথিৰ আলোচনা, কৰিৰ গাঁৱৰ ওচৰেপাজৰে থকা পঢ়াশালিৰ অলোচনা, কাছাৰ জিলাত অসমীয়া পঢ়াশালিৰ আৰ্থিক অৱস্থাৰ আলোচনা, আমাৰ দেশৰ পাত্ৰ-মন্ত্ৰীসকলৰ কাৰ্য্যকলাপৰ আলোচনা আৰু যে কত কি! এই সকলোবোৰ আলোচনাতে কৰিয়ে মুখ্যস্থান গ্ৰহণ কৰে আৰু সংশ্লিষ্টসকললৈ বিধে বিধে

দিহাপৰামৰ্শ আগবঢ়ায়। কৰিৰ ওচৰলৈ কোনো যায় সাহিত্যালাপ কৰিবলৈ, কোনো যায় তেওঁৰ কৰিতাৰ মৰ্ম্ম উদ্‌ঘাটন কৰিবলৈ, কোনো যায় চাকৰি বিচাৰি, কোনো যায় আৰ্থিক সাহাৰ্য্য বিচাৰি, কোনো যায় মেল-মোকৰ্দ্দমাৰ দিহা-পৰামৰ্শ বিচাৰি, কোনো যায় প্ৰতিপক্ষৰ লগত যুঁজ দিবলৈ কৰিৰ সক্ৰিয় সমৰ্থন বিচাৰি, কোনো যায় দৰা-কইনাৰ সন্ধান বিচাৰি, কোনো যায় বিয়াৰ পিছত আশীৰ্ব্বাদ বিচাৰি ইত্যাদি ইত্যাদি। পৰাপক্ষত কৰিয়ে কাকো বিমুখ নকৰে। তদুপৰি সৰিতা সভা, ৰাজ্যভাষা পৰিষদ, নৱগ্ৰহ-শ্মশান-উন্নয়ন সমিতি আদি নানা জনহিতকৰ সভাৰ কাৰ্য্যনিৰ্ব্বাহক অধিবেশনবোৰ কৰিৰ এই খোঁটালীটোতে বহে। শেতে-লিত অৰ্দ্ধশায়িত অৱস্থাত থাকিয়েই কৰিয়ে সেইবোৰৰ নেতৃত্ব কৰে আৰু অন্যায় অত্যাচাৰৰ কথা কাণত পৰিলে সিংহৰ দৰে গৰজি উঠে। সভাৰ অন্তত সভ্যসকলক চাহপানী একোটুপিৰে আপ্যায়িত কৰি বিদায় দিয়ে।

কৰিজনাই যদিও এতিয়া চাৰিকুৰি বছৰৰ চাৰিখন জপনা হেলাৰঙে পাৰ হৈ জীৱনৰ সিপাৰে জ্বলি থকা দিব্যজ্যোতি ৰিণিকি ৰিণিকি দেখা পাইছে, যদিও তেওঁৰ ক্ষণভঙ্গুৰ মানৱী শৰীৰটো ৰোগ আৰু বাৰ্দ্ধক্যই পিহনি-শিলত চেপিখুন্দি জুৰুলা কৰি পেলাইছে, তথাপি তেওঁ এটা অমূল্য সম্পদৰ অধিকাৰী হৈয়েই আছে। সেইটোৱেই হৈছে এটা অতি আশা-বাদী মন। এতিয়াও তেওঁ মৰণক ভ্ৰূক্ষেপ নকৰি জীৱনৰ জয়যাত্ৰাত আগবাঢ়ি যাবলৈ আশা কৰে। আজিও তেওঁৰ মনৰ বল ডেকাৰ দৰে সতেজ, অন্তৰখন শিশুৰ দৰে সৰল। পৰ্ব্বতৰ নাগিনী ডালিমীয়ে লৰা-বুঢ়া কাক কয় নজনাৰ দৰে আমাৰ বিহগী কৰিয়েও যেন তেওঁৰ কণমান নাতিলৰা 'অঞ্জন' আৰু তেওঁৰ ভিতৰত পাৰ্থক্য বিচাৰি নেপায়। এয়েই যেন কৰিক দীৰ্ঘজীৱন লাভত সহায় কৰিছে। ইয়াৰ কাৰণেই যেন আজিও কৰিৰ কাণত আধুনিক ছন্দত নৃত্যৰতা 'উৰ্ব্বশী'ৰ নূপুৰৰ ধ্বনি ৰৈ ৰৈ বাজিব লাগিছে। 'হাজোৰ নটী'য়েও চুচুকচামাককৈ বাধাৰ হেঙাৰ ভাঙি তেওঁৰ আগত দেখা দিছেহি। সি যি নহওক বৰ্ত্তমানে আমি বৰ্ণনা কৰা



এই ঘৰখনত কৰিক পৰিচৰ্য্যা কৰে তেওঁৰ বোৱাৰীয়েক শ্ৰীমতী বসুন্ধৰা চৌধাৰীয়ে ( ৺উমেশ চৌধাৰীৰ পত্নী ) আৰু নাতি-নাতিনীবিলাকে। *

পিছে এই কথাও স্বীকাৰ কৰিব লাগিব যে কৰিয়ে বৰ্ত্তমানে থকা দালান ঘৰত তেওঁৰ সাহিত্য-সাধনাৰ বেদী ৰচনা কৰা নাছিল আৰু এই ঘৰ নিৰ্ম্মাণ হোৱাৰ বহু দিনৰ আগতেই আই সৰস্বতীৰ আশিসনিৰ্ম্মালি কৰিয়ে শিৰত ধাৰণ কৰিবলৈ সমৰ্থ হৈছিল। অৱশ্যে এইখন ঘৰতো তেওঁৰ শেহতীয়া 'নৱমল্লিকা', 'পচেতীয়া' আদিয়ে ঠন ধৰি নুঠাকৈ থকা নাই। সেয়ে হলেও এনে দালান ঘৰ যে কোনো দিনে কৰিৰ কাম্য নাছিল আৰু এতিয়াও যে ইয়াৰ প্ৰতি তেওঁৰ ৰুচি নাই, সেই কথাৰ উমান পোৱা যায় 'সাদৰী'ৰ 'ভিক্ষা' নামৰ কৰিতাটোত অতি পৰিষ্কাৰ ভাবেই। এই একে ঠাইতে থকা যি ঘৰত আৰু যি পৰিবেশত কৰিয়ে তেওঁৰ চেমনীয়া কাল, যৌৱন কাল আৰু বুঢ়া কালৰ এছোৱা অতিবাহিত কৰিছিল, তাৰ সাক্ষী দিবলৈ আজি তাহানিৰ বুঢ়া শেৱালিজোপা নাই, তেজপাতৰ গছজোপা নাই, 'বছোৰাৰ ৰাণী' গোলাপজোপা নাই, গুটিমালী জোপা নাই পুৰণিকলীয়া বাটচ'ৰাও নাই। একমাত্ৰ সেই পুৰণি দিনৰ সাক্ষীস্বৰূপে কৰিৰ হাউলিৰ দুৱাৰমুখতে থিয় হৈ আছে দুজোপামান বুঢ়া নাৰিকলৰ গছ—গাত তলৰপৰা ওপৰলৈকে ৰ'দঘাই পাণৰ সেউজীয়া আভৰণ লৈ। এই নাৰিকলৰো আয়ুস টুটি আহিছে কিয়নো আলিৰ দাঁতিত থকা মাটি-খিনি নগৰ-উন্নয়নে অধিগ্ৰহণ কৰিব বুলি ইতিমধ্যে কাকতত জাননী প্ৰচাৰ হৈছে।

চৌধাৰী থকা আগৰ ঘৰটো আছিল ইংৰাজী টি আখৰটোৰ গঢ়ৰ। ঠিক একে নিচিনাই ঘৰ এটা আছিল অলপ নিলগতে আভিধানিক হেমচন্দ্ৰ বৰুৱা ডাঙৰীয়াৰ—বৰ্ত্তমানে এচুকত অসম সাহিত্য সভাৰ স্মৃতিফলক থকা সৰু স্তম্ভ এটাৰে শ্ৰীসিদ্ধিনাথ শৰ্ম্মাদেৱৰ হাউলিত। চৌধাৰীৰ

* ডঃ শ্ৰীমতী অৰুণমণি চৌধুৰী ( ইৰা ), শ্ৰীশান্তৰাম চৌধাৰী, শ্ৰীগুণাভিৰাম চৌধাৰী, ( ফুলু ), শ্ৰীপৰশ চৌধাৰী, শ্ৰীমুকুল চৌধাৰী, শ্ৰীভাৰ্গৱ চৌধাৰী, কুমাৰী শ্ৰীগীতিমণি চৌধাৰী ( ৰুবী ) আৰু শ্ৰীপতঞ্জলি চৌধাৰী।

ঘৰৰ ভেটিটো অৰণ্যে ওখ আছিল আৰু ঘৰৰ ওখ খটখটী কেইখন আহিন-মহীয়া শেৰালি ফুলে ঢাকি থৈছিল। কিয়নো সেই বুঢ়া শেৰালিজোপা কৰিৰ বৈঠকখানাৰ ওপৰতে বৈত পৰি আছিল। সেই ৰগা হৈ পৰি থকা শেৰালি ফুল গচকি আই সৰস্বতীয়ে কৰিৰ ঘৰলৈ অহা-যোৱা কৰা বাট। সেই ঘৰ সজাইছিল কৰিৰ ভতিজাক উমেশচন্দ্ৰ চৌধাৰীয়ে। তাৰ পূৰ্ব্বে তাতেই তেওঁৰ দেউতাক গৰ্গ চৌধাৰী ডাঙৰীয়াই সজোৱা এটা খেৰী ঘৰ আছিল।

গুৱাহাটীৰ ঘৰলৈ অহাৰ পূৰ্ব্বতেও কৰিৰ এখন নিজ ঘৰ আছিল তেওঁৰ জন্মস্থান লাওপাৰা নামেৰে কামৰূপ জিলাৰ লুইতপৰীয়া এখন গাঁৱত। সেই ঘৰতে চৌধাৰী পৰিয়ালৰ কুলপুৰোহিতে মাঘ মাহৰ শুক্লা চতুৰ্থী গণেশ পূজাৰ দিনা জন্মগ্ৰহণ কৰা কৰিক ৰঘুনাথ নামেৰে নামকৰণ কৰিছিল। ৰঘুনাথৰ দৰে সেই নৱজাত শিশুটি এদিন খ্যাতিমান হওক এয়ে আছিল তেওঁৰ আশা। ঈশ্বৰৰ ইচ্ছাত দৈৱবাণীৰ দৰে পুৰোহিত দেউৰ সেই আশা আজি ফলৱতী হৈছে। সেই লাওপাৰাৰ ঘৰতো এদিন আছিল কৰিৰ পিতৃ ভোলানাথৰ এখন নন্দনবদন ৰবৈয়া গৃহস্থালি। সেই ঘৰতে কেঁচুৱা কালতে কৰি হৈছিল স্নিগ্ধ মাতৃস্নেহৰ পৰা বঞ্চিত—গাঁৱত দুজনী মাক-জীয়েক লাওফুলী আৰু জিকাফুলীয়ে চেষ্টা কৰিছিল শিশু কৰিৰ সেই মাতৃস্নেহৰ শূন্যতা আংশিকভাবে পূৰণ কৰিবলৈ। কিন্তু হায়! পুত্ৰ ৰঘুনাথক বুকুত লৈ ভোলানাথে যি এটা সোণৰ সপোন দেখিছিল, সেই সপোন দিঠকত চূৰমাৰ হৈ যাবলৈ বেছি দিন নেলাগিল। কিয়নো সেই শান্তিময় ঘৰখনিলৈ বিধতাৰ অভিশাপ নামি আহিছিল এটাৰ পিছত আন এটা ধাৰাবাহিকভাবে। বিপদ অকলে নাহে বুলি মানুহে কয়—কথাষাৰ অতি সঁচা। সেই ঘৰতে কৰি ৰঘুনাথে কানী বুঢ়ী এজনীৰ অসাৱধানতাৰ বাবে কেঁচুৱা কালতে লাভ কৰিছিল শাৰীৰিক পঙ্গুতা আৰু দৈৱদুৰ্য্যোগৰ বাবে মানসিক নানা বিধ যন্ত্ৰনাৰ 'বৃশ্চিক দংশন'। অলপ সময়ৰ ব্যৱধানৰ ভিতৰতে মহামাৰী মাউৰে কৰিক মাউৰা কৰি তেওঁৰ মাতৃদেৱীকে ধৰি ভাই ভনীবিলাকক চিলাই থাপ মৰাদি



হৰি লৈ গলহি। তাৰ ফলত তেওঁৰ পিতৃ ভোলানাথ হৈ পৰিল উন্মাদপ্ৰায়। আকস্মিক আৰু অনাহূতভাবে সেই দিনা বিধাতাই কৰিৰ হাতত তুলি দিছিল 'দাৰিদ্ৰ্যৰ লাওলোটা'। সেই দিনা কোনে জানিছিল, সেই লাওলোটাৰ ভিতৰতে কোনেও নজনাকৈ করুণাময় ভগৱানে চপচপীয়াকৈ ভৰাই দিছিল কাব্যামৃত—কৰিয়ে পৰবৰ্ত্তী জীৱনত জনে জনে বিতৰণ কৰি দিবৰ উদ্দেশ্যে। এই লাওপাৰাৰ ঘৰখনিৰ কথা জানিলে ৰঘুনাথৰ 'সাদৰী' আৰু 'দহিকতৰাৰ' পম খেদিবলৈ সুবিধা হয়।

শিশু কৰিৰ নিঠকুৱা জীৱনৰ অন্ত পেলাই ককাইদেৱেক গৰ্গৰাম চৌধাৰীয়ে তেওঁক গাঁৱৰ ঘৰৰপৰা গুৱাহাটীৰ তেওঁৰ নিজৰ ঘৰলৈ আনি লালনপালনৰ ভাৰ ললে। এইখিনিতে উল্লেখ কৰিব পাৰি যে সেই কালত গুৱাহাটীত শিক্ষিত মানুহ আৰু চৰকাৰী চাকৰিয়ালৰ সংখ্যা তাকৰ আছিল। তেতিয়া একোজন প্ৰতিপত্তিশীল মানুহক বিষয়-বাবেৰেহে জনা গৈছিল। সেই কাৰণে তেতিয়াৰ মানুহে নাজিৰৰ ঘৰ বুলিলে কৰিৰ ককায়েক গৰ্গৰাম চৌধাৰী নাজিৰৰ ঘৰকেই বুজি লৈছিল। এই গৰ্গৰাম চৌধাৰী সেই কালৰ গুৱহাটীৰ ক্ষমতাশালী লোকসকলৰ অন্যতম আছিল। তেওঁৰ আত্মীয় আৰু বন্ধু-বান্ধৱসকলৰ ভিতৰত অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা, দুলালচন্দ্ৰ চৌধাৰী, 'অভিমন্যু-বধ' প্ৰণেতা ৰমাকান্ত চৌধাৰী আৰু 'সীতাহৰণ'-প্ৰণেতা, 'চিন্তাতৰঙ্গিনী'ৰ কৰি ভোলানাথ দাস আদিও আছিল। বিভিন্ন ক্ষেত্ৰত প্ৰখ্যাতি লাভ কৰা এই ডাঙৰীয়াসকলে সততে নাজিৰৰ ঘৰলৈ অহাযোৱা কৰিছিল। তেওঁৰ চ'ৰাঘৰত বহি নানা বিষয়ৰ আলাপ আলোচনা কৰিছিল। এইসকল লোকৰ জীৱন-আদৰ্শই যে লৰা ৰঘুনাথৰ জীৱনত কিছু পৰিমাণে হলেও ৰেখাপাত কৰিছিল সেইটো দেখদেখ কথা। পকা থেকেৰাৰ দৰে গাৰ বৰণৰ দীঘলডঢ়ীয়া হেমচন্দ্ৰ বৰুৱাই চাহাবী কোটপটলুং পিন্ধি হাতত লাখুটি লৈ সদায় ৰাতিপুৱা চৌধাৰীৰ ঘৰলৈ অহাযোৱা কৰা দৃশ্যই লৰা ৰঘুনাথৰ বিশেষ মনোযোগ আকৰ্ষণ কৰিছিল। কৰি ভোলানাথ দাসে তেওঁৰ বন্ধু গৰ্গ চৌধাৰীলৈ কৰিতাৰে চিঠি লিখি পঠাইছিল। ৰঘুনাথে

পত্ৰবাহক হৈ সেই চিঠিবোৰ পঢ়ি চাবলৈ সুযোগ পাইছিল আৰু কোমল বয়সতে তেনেভাবে কৱিতা ৰচনা কৰিবলৈ তেওঁৰ মনতো আগ্ৰহ জন্মিছিল। তেতিয়াই অজানিতভাবে ৰঘুনাথৰ শিশু মনত কৱিতাৰ বীজ অঙ্কুৰিত হৈছিল।

গৰ্গ চৌধাৰীয়ে ভায়েক ৰঘুনাথক অভিভাৱকৰ কঠোৰ শাসনৰ মাজত ৰাখি মানুহ কৰিবলৈ নথৈ চেষ্টা কৰিছিল। তাৰ ফলত ৰঘুনাথে দুই এবাৰ সেই শাসনৰ বান্ধ ছিঙি পেলাবলৈকো যত্ন কৰিবলগীয়া হৈছিল। তেতিয়াৰপৰাই কৱিৰ মন আছিল আকাশৰ বিহঙ্গৰ দৰে মুক্ত, স্বাধীন। কোনো বাধা নিষেধ বা অন্যায় অবিচাৰৰ আগত সহজে সেও মানিবলৈ তেওঁ টান পাইছিল। সেই কালৰ নিকপকপীয়া সামাজিক পৰিবেশত তেওঁ অতিষ্ঠ হৈ উঠিছিল। গান গোৱা নিষেধ, থিয়েটাৰ চোৱা নিষেধ, অপ্ৰিয় সঁচা কোৱা নিষেধ, সৰুবৰৰ নিষেধ, জাতিভেদৰ নিষেধ, ইমানবোৰ নিষেধৰ মাজত তেওঁ থাকে কেনেকৈ? শিক্ষকৰ কঠোৰ শাসনৰ বিৰুদ্ধে বিদ্ৰোহী হৈ তেওঁ নিজেই এদিন পঢ়াশলীয়া জীৱনৰ লগত সম্পৰ্ক ছেদ কৰি ওলাই আহিছিল।

সেয়ে হলেও সেইখন ঘৰতে ৰঘুনাথে সৌভাগ্যবশতঃ দুজন বিদগ্ধ সংস্কৃত পণ্ডিতৰ সান্নিধ্য লাভ কৰিছিল। এজন হৈছে মিথিলাৰ পণ্ডিত বালমুকুন্দ ঝাঁ আৰু আনজন হৈছে মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য কৱিৰত্নদেৱ। এই পণ্ডিত দুজনাৰ অগাধ পাণ্ডিত্যই ৰঘুনাথক সংস্কৃত সাহিত্যৰ প্ৰতি বিশেষভাবে আগ্ৰহান্বিত কৰি তুলিছিল। তাৰ সুফল স্বৰূপেই কৰি ৰঘুনাথ তেওঁৰ পৰৱৰ্ত্তী জীৱনত হ'ল সংস্কৃত কাব্য-সাহিত্যৰ এটি মধুকৰ। তেওঁৰ কৱিতাত আমি লাভ কৰিলোঁ বহুমূলীয়া সংস্কৃত শব্দৰাজিৰ মধুৰ হিল্লোল, উপমা অলঙ্কাৰৰ ললিত ঝঙ্কাৰ, 'মণিকণিকাৰ হৰিত মেঘলা ৰঞ্জি লৌহিত্যৰ পাদদেশত সুশোভিতা হৈ থকা ফুল্লশিখৰিণী গিৰিমল্লিকা'ৰ অতুলনীয় সৌন্দৰ্য্য-সম্ভাৰ। স্কুল-কলেজত বিশেষ কোনো শিক্ষা নেপালেও, ইংৰাজী শিক্ষাৰ বদকাচলিত বহি পাশ্চত্য সাহিত্যৰ সোৱাদ লবলৈ সুযোগ নেপালেও, ডিগ্ৰীত বিশ্ববিদ্যালয়ৰ কোনো ডিগ্ৰী



বা উপাধিৰ 'সম্ভ্ৰমৰ মালা' আঁৰি লব নোৱাৰিলেও ঘৰুৱা শিক্ষা, তীক্ষ্ণ পৰ্য্যবেক্ষণ, প্ৰকৃতিপাঠ আৰু সংস্কৃত গ্ৰন্থ অধ্যয়ন কৰি ৰঘুনাথ হৈ পৰিল এজন গুণী, জ্ঞানী, প্ৰকৃত পণ্ডিত।

গৰ্গ চৌধাৰীৰ পত্নী স্বৰ্গীয়া স্বৰ্ণময়ী চৌধাৰিণী আছিল কৱিৰ মাতৃ-স্বৰূপা। শৈশৱতে নিজৰ মাতৃক হেৰুৱাই এই গৰাকী মহিলাতে কৱিয়ে বিচাৰি পাইছিল নিজৰ স্বৰ্গগতা মাতৃক। বৌৱেক স্বৰ্ণময়ীৰ মৰমৰ উম পাই কৱিয়ে পাহৰি গৈছিল শৈশৱৰ জ্বালা-যন্ত্ৰনাবোৰ, পাহৰি গৈছিল লাওপাৰা গাঁৱত অভিনীত হোৱা তেওঁৰ জীৱন-নাটৰ করুণ ৰসেৰে পৰিপূৰ্ণ প্ৰথম অঙ্কটোলৈ। শিশুপুত্ৰ উমেশচন্দ্ৰ আৰু ভায়েক ৰঘুনাথক অসহায়ভাবে এৰি গৰ্গ চৌধাৰীয়ে অকালতে সংসাৰৰপৰা বিদায় লবলগীয়া হৈছিল। তেতিয়া চৌধাৰিণীয়েই ৰঘুনাথ আৰু উমেশচন্দ্ৰৰ অভিভাৱকৰ সকলো দায়িত্ব বহন কৰিবলগীয়া হল। তেওঁ যে সেই দায়িত্ব অতি সুচাৰুৰূপে পালন কৰিছিল, ৰঘুনাথ আৰু উমেশচন্দ্ৰ দুইজন কৱিৰ সফল ভৱিষ্যৎ জীৱনতেই তাৰ উমান পোৱা যায়। স্বৰ্ণময়ী চৌধাৰিণী আছিল এগৰাকী নৈষ্ঠিক আৰু ওখ মনৰ তিৰোতা। নাম-সৰাহৰ প্ৰতি তেওঁৰ বিশেষ আগ্ৰহ আছিল আৰু তেওঁ নিজেও এগৰাকী বিখ্যাত নামতী আৰু নিপুণা শিপিনী আছিল। তেওঁৰ গোসাঁইঘৰত নামপ্ৰসঙ্গ নিতৌ আবেলি চলিছিল। তদুপৰি তেওঁ আছিল নিৰাশ্ৰয়ৰ আশ্ৰয়, দুখীয়াৰ সমভাগিনী। তেওঁৰ আশ্ৰয়ত থাকি স্কুল-কলেজত পঢ়া ভালেমান লৰাৰ তেৱেঁই আছিল সহৃদয়া মাতৃৰ দৰে। মুঠতে এই গৰাকী গুণৱতী মহিলাৰ গাত থকা সজগুণবোৰৰ প্ৰতিফলন দেখা পোৱা গৈছিল পুতেক উমেশচন্দ্ৰ আৰু দেওৰেক ৰঘুনাথৰ গাত। সেইদৰেই ৰঘুনাথৰ গুণবোৰ বিশেষকৈ সাহিত্যসেৱা আৰু দেশসেৱাৰ সজ আদৰ্শ পিতৃহীন উমেশচন্দ্ৰৰ গাতো প্ৰতিফলিত হৈ পৰিছিল। ৰঘুনাথে কৱিতা লিখিছিল, গীত গাইছিল। ভতিজাক উমেশচন্দ্ৰয়ো কৱিতা লিখিছিল, গীত গাইছিল আৰু অলেখ গীত ৰচনা কৰি অসমা নিৰুপমা জননীক গিৰি-দুৰ্গৰাণী কৰি সজাইছিল।

'জোনাকী যুগ'ৰপৰা আজি 'নৱযুগ'লৈকে কৰি ৰঘুনাথৰ আমাৰ অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ বৰেণ্য লোকসকলৰ বহুতৰ লগতেই ঘনিষ্ঠ সম্পৰ্ক ঘটিছে। বয়সস্থসকলৰ ভিতৰতো কৱিৰ বন্ধুবান্ধৱৰ অন্ত নাই। সেইসকলৰ কেবাজনকো তেওঁৰ অন্তৰঙ্গ বন্ধু বুলিও কব পাৰি। তাৰে জনচেৰেক হৈছে সত্যনাথ বৰা, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, 'প্ৰতিমা'ৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালা, ভাষাবিদ কালিৰাম মেধি, প্ৰত্নতাত্ত্বিক সোণাৰাম চৌধুৰী, বাগ্মীবৰ শ্ৰীনীলমণি ফুকন, ডঃ বাণীকান্ত কাকতি, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, লোকপ্ৰিয় গোপীনাথ বৰদলৈ কৱি-নাট্যকাৰ দুৰ্গেশ্বৰ শৰ্ম্মা, বিষয়চন্দ্ৰ বিশ্বাসী, ডঃ শ্ৰীসূৰ্য্যকুমাৰ ভূঞা, শ্ৰীমাণিকচন্দ্ৰ চৌধাৰী, শ্ৰীৰাজমোহন নাথ, 'সাধনা'ৰ সম্পাদক মহম্মদ চালেহ, ধীৰেশ্বৰ ভট্টাচাৰ্য্য, জ্বলতিৰাম লহকৰ, শ্ৰীলক্ষ্মীনাথ ফুকন প্ৰভৃতি।

ভতিজাক উমেশচন্দ্ৰৰ লগৰীয়া আৰু সমনীয়াবিলাকৰ গাতো ৰঘুনাথৰ প্ৰতিভাৰ প্ৰভাৱ নপৰাকৈ থকা নাছিল। সেই সকলোবোৰেই যেন এদিন একেটা সাহিত্যিক-পৰিয়ালৰ অন্তৰ্ভুক্ত আছিল এনে বুলিও কব পাৰি। শ্ৰীলক্ষ্মীনাথ দাস, শ্ৰীজ্ঞাননাথ বৰা, গিৰিশচন্দ্ৰ বৰুৱা, অম্বিকাপ্ৰসাদ গোস্বামী, হৰমোহন দাস, শ্ৰীমহেন্দ্ৰনাথ ডেকাফুকন, শ্ৰীদৈবচন্দ্ৰ তালুকদাৰ, সৰ্ব্বেশ্বৰ শৰ্ম্মাকটকী, শ্ৰীকৰিচন্দ্ৰ মহন্ত হলিৰাম ডেকা, আৰু শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, আদি কৰি সেই কালৰ বহুত সাহিত্যানুৰাগী ডেকাই বিহগী কৱিৰ ঘৰখনত সাহিত্যৰ মৌজোল—কাব্য-অমৃতৰ সন্ধান বিচাৰি পাইছিল আৰু পাইছিল অসমীয়া জাতীয় জীৱন গঢ়ি তোলাৰ মহান আদৰ্শ।

কৱি ৰঘুনাথৰ ঘৰতেই এদিন 'মইনা', 'জয়ন্তী' আৰু 'সুৰভি' এই তিনিখন অসমীয়া আলোচনী কাকতে জন্ম লৈছিল আৰু কৱিৰ সম্পাদনাত লালিতপালিত হৈছিল। এই কাকতবিলাকৰ সম্পৰ্কত লৰা-ডেকা-বুঢ়া ভালেমান সাহিত্যিকেই কৱিৰ ঘৰলৈ নিতৌ অহাযোৱা কৰিছিল। তেওঁলোকে কৱিৰ লগত সাহিত্যৰ বিভিন্ন দিশ আৰু নতুন ধাৰাৰ বিষয়ে আলোচনা কৰিছিল। কেতিয়াবা কৱিৰ ঘৰতেই



একোখন আলোচনা-চক্ৰৰো দিহা কৰা হৈছিল। বিহগীকৱি আছিল সেই সাহিত্যসেৱী ডেকাসকলৰ অনুপ্ৰেৰণাৰ উৎস। তেওঁ ডেকাসকলক কৱিতা লিখিবলৈ, গল্প লিখিবলৈ, প্ৰবন্ধ লিখিবলৈ নানাভাবে উদগনি দিছিল। এই ডেকাসকলৰ ভিতৰত ভৱানন্দ দত্ত, শ্ৰীঈশ্বৰপ্ৰসাদ চৌধুৰী, শ্ৰীকৰুণাকান্ত গগৈ, ডঃ শ্ৰীমহেশ্বৰ নেওগ, ডঃ শ্ৰীপ্ৰফুল্লদত্ত গোস্বামী, ডঃ শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মা, শ্ৰীৰজনীকান্ত শৰ্ম্মা, শ্ৰীৰমেশচন্দ্ৰ চৌধুৰী, শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা, শ্ৰীমহেশ্চন্দ্ৰ দেৱ গোস্বামী, চৈয়দ আব্দুল মালিক, শ্ৰীচক্ৰেশ্বৰ ভট্টাচাৰ্য্য, শ্ৰীঅতুলচন্দ্ৰ বৰুৱা, শ্ৰীশৰতচন্দ্ৰ কাকতি, শ্ৰীযোগেশ দাস, শ্ৰীমতী নীলিমা দত্ত, মহম্মদ পিয়াৰ আদি বহুতৰ নামেই লব পাৰি। কনিষ্ঠসকলক কৱিয়ে পুত্ৰবৎ স্নেহ কৰিছিল আৰু আজিও কৰে। বৰ্ত্তমানে কৱিয়ে গুৰিধৰা গুৱাহাটী সৱিতা সভাৰ সদস্যসকলেও কৱিৰ পুত্ৰ আৰু নাতিয়ুৰীয়া বন্ধুৰ লেখ আৰু বঢ়াই তুলিছে। এই সকলৰ ভিতৰত আছে সৱিতা সভাৰ উদ্যোগী সদস্য ডঃ শ্ৰীহৰিচন্দ্ৰ ভট্টাচাৰ্য্য, শ্ৰীনৰেন শৰ্ম্মা, শ্ৰীহেমন্তকুমাৰ শৰ্ম্মা, শ্ৰীহৰিনাথ শৰ্ম্মা, ডঃ শ্ৰীপদ্মেশ্বৰ গগৈ, শ্ৰীজিতেন্দ্ৰনাথ বুজৰ বৰুৱা, শ্ৰীযোগেন্দ্ৰনাথ বৰকাকতী, শ্ৰীহৰেন্দ্ৰনাথ কলিতা, শ্ৰীমেঘৰাম পাঠক, শ্ৰীদীপেন্দ্ৰনাথ শৰ্ম্মা, শ্ৰীনিত্যানন্দ বৰদলৈ, শ্ৰীশুক্লেশ্বৰ বৰা, শ্ৰীনগেন শৰ্ম্মা আদি আৰু ভালেমান।

কৱিৰ মনত কোনো দিনে আত্মম্ভৰিতাৰ ভাব নাই। তেওঁ সদায় নিজকে এজন শিকাৰু বুলিহে বিবেচনা কৰে। কৱিয়ে এটা নতুন কৱিতা ৰচনা কৰিলে সেইটো তেওঁৰ বিশ্বাসী বন্ধু-বান্ধৱসকলৰদ্বাৰা অনুমোদিত হলেহে সন্তুষ্ট হয় আৰু তেওঁলোকে কৱিতাটো নিখুত হোৱা বুলি কলেহে তেওঁ মনত শান্তি পায়। কোনোবাই যুক্তি-সঙ্গতভাবে ভুল-ভ্ৰান্তিলৈ আঙুলিয়াই দিলে তেওঁ কেতিয়াও সেই পৰামৰ্শ গ্ৰহণ নকৰাকৈ নেথাকে আৰু তাৰ পিছত সংশোধন কৰিহে সেই কৱিতাৰ চূড়ান্ত ৰূপ দিয়ে।

কৱিয়ে এইখন ঘৰতেই অৰ্থাৎ বৰ্ত্তমানে থকা ঠাইৰ পুৰাণ ঘৰত ৰচনা কৰিছিল 'সাদৰী' আৰু 'দহিকতৰা'ৰ বেছি ভাগ কৱিতা।

ইয়াতেই তেওঁ পাতিছিল 'বহাগীৰ বিয়া'। ইয়াতেই তেওঁ এদিন ৰোগ-শয্যাত পৰি থাকিয়েই ৰচনা কৰিছিল বিখ্যাত 'কাৰবালা' কাব্য—হজৰত হাছান হুছেনৰ ত্যাগময় জীৱনৰ অমৰ কাহিনী। এই ঘৰতেই সৃষ্টি হৈছিল কৰি উমেশচন্দ্ৰৰ 'প্ৰতিধ্বনি', 'দেৱধ্বনি', 'মন্দাকিনী' আৰু 'ত্ৰিবেণী'।

কৰি চৌধাৰীৰ আৰু এখন ঘৰ আছিল—যিখন ঘৰত তেওঁৰ বিখ্যাত 'কেতেকী' কৰিতাৰ সৃষ্টি হৈছিল, যিখন ঘৰত 'দহিকতৰা' কৰিতা-সৃষ্টিৰ ভাববাশি কৰিৰ মনত অঙ্কুৰিত হৈছিল। এইখন ঘৰ আছিল গুৱাহাটীৰ পূৱে আঠ মাইল নিলগত থকা বীৰকুছি নামৰ এখনি সৰু জনজাতীয় গাঁৱত। এই বীৰকুছি গাঁৱতে কৰিয়ে এজন জাতীয় বীৰৰ ভূমিকা গ্ৰহণ কৰি ১৯২১ চনৰ অসহযোগ আন্দোলনৰ সময়ত হোজা অশিক্ষিত মিকিৰসকলৰ মাজত কানি বৰবিহ নিৰ্ম্মূলৰ অভিযান চলাই তেতিয়াৰ জাতীয়তাবিৰোধী বৃটিছ চৰকাৰৰ কোপ-দৃষ্টিত পৰি কঠোৰ কাৰাদণ্ডেৰে দণ্ডিত হবলগীয়া হৈছিল। আজি অৱশ্যে কৰিৰ সেই মৰমৰ গাঁওখনিৰ, তেওঁৰ মৰমৰ সেই প্ৰৰসুৱা পঁজা ঘৰটিৰ একেবাৰে চিনচাবেই নোহোৱা হৈ গল। তাৰ কাষতে এতিয়া দেখা পোৱা যাব এখন তেল-নগৰ। সেয়ে হৈছে গুৱাহাটী শোধনাগাৰ। আজি তাত আই সৰস্বতী নাই, তেওঁৰ ঠাই অধিকাৰ কৰি লৈছে যন্ত্ৰ-যুগৰ অধিপতি বিশ্বকৰ্ম্মা দেৱতাই। আজি তাত সৰু পঁজাঘৰ এটিত বিহগী কৰি ৰঘুনাথ নাই, 'মৰ্ত্যবাসী মানৱক প্ৰেমৰ শিকনি দিবলৈ অহা' কৰিৰ মৰমৰ কেতেকী চৰাইজনী নাই, 'কতৰা গছৰ কোলাত বহি দোতাৰা বজোৱা' দহিকতৰা পখীটিও নাই। কেতেকী, দহিকতৰাৰ সুললিত গীতৰ সলনি আজি তাত শুনা যাব কলঘৰৰ উকি, কৰ্ম্মব্যস্ত বহুভাষী মানুহৰ হাই-উৰুমি, মটৰগাড়ীৰ গুমগুমনি আৰু ৰেলগাড়ীৰ দপদপনি।

আজি প্ৰায় ছকুৰি বছৰ আগতে অৰ্থাৎ এই শতিকাৰ দ্বিতীয় দশকত ওপৰত উল্লেখ কৰা বীৰকুছি গাঁওখনিতে কৰিয়ে এখন প্ৰৰসুৱা পাম ঘৰ পাতি আছিল। তাত কৰিৰ নিজা খেতিৰ মাটি আছিল।



এটা জনশূন্য সেউজীয়া পৰিবেশৰ মাজত কৰিয়ে তাতেই থাকি আদৰ্শ খেতিয়কৰ জীৱন যাপন কৰিছিল, প্ৰকৃতি দেৱীৰ লগত গোপনপটীয়া সম্পৰ্ক স্থাপন কৰিছিল। তেওঁৰ ঘৰৰ ওচৰতে আছিল এখনি পদুমনি বিল আৰু চাৰিওফালে আছিল শাৰী শাৰী সুনীল পৰ্ব্বত; সেই বগা পদুমনিখনৰ ওচৰেপাজৰে আছিল অগণন ভেঁট ফুল—'অযত্ন পালিতা কন্যা বিলৰ মাজত'। তাৰে এটা পৰ্ব্বতৰ দাঁতিত আছিল ফটিকৰ ৰূপোৱালী ধাৰেৰে বৈ যোৱা এটি নিজৰা। সেই নিজৰাপাৰত থকা শিল এটাত বহি বহিয়েই কৰিয়ে নিৰলে বিশ্বব্ৰহ্মাণ্ডৰ টালুকি-ভালুকিবোৰৰ চিন্তা কৰিছিল, ধ্যানস্থ হৈ কৰিতা দেৱীক আৰাধনা কৰিছিল। কৰিৰ সেই ধ্যান, সেই সাধনা সঁচাকৈয়ে এদিন সাৰ্থক হৈছিল। কিয়নো তাতেই তেওঁ লাভ কৰিছিল বিশ্বদৰ্শন, তাতেই তেওঁ জানিব পাৰিছিল ভুৱনমোহিনী কেতেকীৰ জন্মবৃত্তান্তৰ স্বৰূপ।

কৰিয়ে এবাৰ কথা-প্ৰসঙ্গত আমাৰ আগত কৈছিল—"সেই হোজা মিকিৰসকলৰ মাজত থকা পামঘৰত থাকিয়েই মই বিমল আনন্দ উপভোগ কৰিছিলো। হাল বোৱা আৰু ভাৰ বোৱাৰ বাহিৰে আন সকলো কাম তাত মই নিজেই কৰিছিলো। ভাত ৰান্ধিছিলো, খৰি ফালিছিলো, কাপোৰ ধুই লৈছিলো, পথাৰত কোৰ মাৰি খেতি কৰিছিলো হাজাৰ হাজাৰ কবিৰ খেতি।" সেই খেতিৰ শহবিলাকক আপডাল কৰিয়েই এক অহৈতুক আনন্দত কৰি আপ্লুত হৈ পৰিছিল। লোকপ্ৰিয় গোপীনাথ বৰদলৈ ডাঙৰীয়া মাজে মাজে চিকাৰ কৰিবলৈ তালৈ গৈছিল। এদিন চিকাৰ কৰি উলটি আহি তেওঁ কৰিৰ ঘৰত সোমালহি। সেই দিনা ঘৰৰ গৰাকী চৌধাৰীদেৱ তাৰপৰা আহি গুৱাহাটীৰ ঘৰত আছিল। কৰিক লগ নেপাই বৰদলৈ ডাঙৰীয়া খন্তেক সময় চোতালত থিয় হৈ আছিল। হঠাতে কৰিৰ কবি-খেতিলৈ চকু দি তেওঁ একেবাৰে বিস্ময়াম্বিত হৈ পৰিল। কৰিৰ খেতিৰ কাষলৈ এখন বেঞ্চি নি তাতে বহি তেওঁ প্ৰায় আধাঘণ্টামান অপলক নেত্ৰে কমকাই থকা কবিবোৰ চাবলৈ ধৰিলে। চাই চাই যেন তেওঁৰ

হেঁপাহ নপলোৱা হল। সেইদৰে থাকোঁতেই ৰঙামুখে ৰঙা বেলিয়ে বিদায় মাগিলে। শুক্লা দ্বাদশীৰ জোনে আকাশত ৰূপোৱালী বোল ছটিয়াই দিলেহি। বৰদলৈ ডাঙৰীয়া তাৰপৰা উঠি লাহে লাহে ঘৰমুৱা হল।

সেই দিনা তেওঁৰ মনত বিহগী কৱিৰ কবিখেতি দেখি কেনে ভাবৰ উখলমাখল লাগিছিল তলত দিয়া চিঠিখনত তাৰ স্পষ্ট আভাস আছে। এই চিঠিখন পিছ দিনা তেওঁ তেওঁৰ সৰু ভায়েক ৰত্নেশ্বৰ বৰদলৈৰ হাতত কৱি চৌধাৰীলৈ পঠিয়াই দিছিল। তাত তেওঁ লিখিছিল—'প্ৰিয় চৌধাৰী! আগতে মই ভাবিছিলো, আপুনি কৱিতা লিখে। কালি আবেলি আপোনাৰ পামলৈ গৈ বুজিলোঁ—আপুনি অকল কৱিতাকে নিলিখে, কৱিতা সৃষ্টিও কৰে। শাৰীয়ে শাৰীয়ে ৬।৭ হেজাৰ বন্ধাকবি, ফুলকবিৰ সৌন্দৰ্য্য, উত্তৰে-দক্ষিণে, পূৱে-পশ্চিমে—হালধীয়া, ৰঙা, নীলা ফুলেৰে সুশোভিত চামে চামে মটৰ মাহ, বতাহত ঢৌ খেলি থকা সৰিয়হৰ ফুলৰ অনুপম ৰূপৰাশি মই বিমোহিত হৈ উপভোগ কৰিলোঁ। খন্তেকৰ বাবে পাহৰি গৈছিলোঁ, মই ক'ত আছোঁ—ইন্দ্ৰৰ নন্দনকাননত নে মৰ্ত্ত্যৰ কোনো দেৱাঙ্গ ফুলনিত। বিশেষকৈ লক্ষ্য কৰি আচৰিত হলোঁ যে প্ৰকৃতিৰ যিখন ফুলনি আপুনি সৃষ্টি কৰিছে, সি কেৱল মনোমুগ্ধকৰেই নহয়—তাক খাবও পাৰি। আপুনি বহু দিন জীয়াই থাকক। আপোনাৰ আদৰ্শ চিৰস্মৰণীয়।'

ওপৰত বিহগী কৱি ৰঘুনাথ চৌধাৰীদেৱৰ চাৰিখন ঘৰৰ আভাস দিয়া হল। প্ৰথমখন লাওপাৰা গাঁৱত—কৱিৰ জন্মস্থান। দ্বিতীয়খন বৰ্ত্তমান থকা ঠাইৰ পুৰণি ঘৰত—'সাদৰী' আৰু 'কাৰবালা'ৰ জন্মস্থান, 'মইনা', 'জয়ন্তী' আৰু 'সুৰভি'ৰ সুতিকাগাৰ। তৃতীয়খন হৈছে সম্প্ৰতি লুপ্ত হোৱা বীৰকুছি গাঁৱত—'কেতেকী' আৰু 'দহিকতৰা'ৰ জন্মস্থান। চতুৰ্থখন হৈছে কৱিৰ বৰ্ত্তমান আবাস ঘৰ—'নৱমল্লিকা' আৰু 'পচেতীয়া'ৰ জন্মস্থান। কৱিৰ সাহিত্য-কাননত সোমাব খুজিলে এই ঘৰ কেইখনিত ভূমুকি একোটা মাৰিলে প্ৰৱেশ সহজ হব বুলি ভাবি এই প্ৰবন্ধ যুগুত কৰা হল।

# কৱি-প্ৰসঙ্গ

—এক—

কৱি শ্ৰীৰঘুনাথ চৌধাৰীদেৱৰ জীৱনৰ চাৰি কুৰি পাঁচ বছৰ পূৰ হৈ গ'ল। কৱিৰ সুদীৰ্ঘ জীৱন নানান সুখ-দুখৰ কাহিনীৰ গাঁথনি।

১৯৬১ চনৰ তিনি অক্টোবৰৰপৰা সোঁ কৰঙনৰ হাড় ভগা বাবে আজিও তেখেত শয্যাগত। তাতে চকুৰো অসুখ। দেখিলে মনত বৰ দুখ লাগে। আজি মনত পৰিছে কৱিয়ে ৮-১০-৬১ তাৰিখে গধূলি চাৰে পাঁচ বজাত খবৰ লবলৈ যাওঁতে বৰকৈ কথা কোৱা দেখি মই কৈছিলোঁ—"এনে অৱস্থাত কথা কোৱা বেয়া, কথা নকব।"

তেখেতে কলে—"নকওঁ, কথা মোৰ শেষ হৈ আহিছে। মোক যাবলৈ দিয়া। মোৰ লগৰবিলাক গৈ শেষ হ'ল। তোমালোকক দেখিলে তেওঁলোকৰ কথা পাহৰোঁ। তোমালোকৰ আগত যাব পাৰিলে ভাগ্যৱান বুলি ভাবিম।"

সেই সময়তে আৰু এদিন তেখেতে মোৰ আগত কৈছিল—"মই নৱেম্বৰত ভাল হম, ডিচেম্বৰত চকু কটাম। তাৰ পিছত কোনোমতে মটৰগাড়ীখনত উঠিব পাৰিলে মানুহৰ দুৱাৰমুখতে গাড়ীখন ৰাখি তাৰ ভিতৰতে বহি খবৰ লব পাৰিম।"

আমিও কামনা কৰোঁ, ভগৱন্তই অনতিবিলম্বে কৱিৰ ইচ্ছা পূৰ্ণ কৰক।

—দুই—

কৱি ৰঘুনাথ চৌধাৰী মানুহজন অনাড়ম্বৰ। 'অঞ্জলি'ৰ কৱি দুৰ্গেশ্বৰ শৰ্ম্মাদেৱো ঠিক তেনেকুৱাই আছিল। এই দুইজন কৱিৰ প্ৰথম মিলনৰ বিৱৰণ কৰি চৌধাৰীদেৱে ৫৯ চনৰ দুই ফেব্ৰুৱাৰী তাৰিখে গধূলি চাৰে

ছয় বজাত মোৰ আগত এইদৰে দিছিল—'১৯০১।২ চন। মই তেতিয়া 'জোনাকী'ত। ছুৰ্গেশ্বৰ শৰ্ম্মা এফ-এ পঢ়িবলৈ কোচবিহাৰলৈ বুলি যাত্ৰা কৰি গুৱাহাটীতে সদৰ মুঞ্চিপ শ্ৰদ্ধেয় শ্ৰীৰাধানাথ ফুকনৰ ঘৰত আলহী স্বৰূপে আছিল। তেখেতে মোক দেখা কৰিবলৈ দুপৰীয়া বাৰমান বজাত আহি আমাৰ পুৰণি চ'ৰাঘৰত বাহিৰৰ কোঠাটোত বহিছে। এনেতে মই ভাতপানী খাই উঠি মুহুদি কৰি ডিঙিত আঁঠুমূৰীয়া চুৰিয়াৰ আগটো মেৰিয়াই কান্ধত গামোচাখন পেলাই হাতত হোকাটো লৈ চ'ৰাঘৰলৈ আহিলোঁ। দেখোঁহি যে অচিনাকি ডেকা এজন তাত বহি বাট চাই আছে। মোক দেখি তেওঁ সুধিলে—"এইটো ৰঘু চৌধাৰীৰ ঘৰ হয় নে?"

"হয়।"

"তেখেত আছে নে?"

"আছে।"

মই মোৰ পৰিচয় নিদি তেওঁক সুধিলোঁ—"আপুনি ক'ৰপৰা আহিছে?"

"যোৰহাটৰপৰা।"

"আপোনাৰ নাম?"

"ছুৰ্গেশ্বৰ শৰ্ম্মা।"

তেওঁ মোৰ লগত কথা পাতি ভাল পোৱা নাই। মোক তেনেকুৱা বেশত দেখি অস্বস্তিবোধ কৰিছিল। বোধকৰোঁ মোক ঘৰৰ কোনোবা কাম কৰা লগুৱা মানুহ বুলিহে ভাবিছিল। তেওঁ কলে—"বাৰু, এতিয়া যাওঁ। ৰাতিৰ ১১ বজাত ধুবুৰীৰ ডাকজাহাজত মই যাম। তেখেত এতিয়া শুব পায়। সময় পালে গধূলি আকৌ এবাৰ আহিম। এতিয়া উঠোঁহে।"

শৰ্ম্মা যাবলৈ ওলোৱাত হোকাটো বেৰত আওজাই থৈ তক্তাপোছখনত বহি মই কলোঁ—"ৰবচোন নাযাব। আপুনি যাক বিচাৰিছে তেৱেঁই মই। মোৰ নামেই ৰঘুনাথ।"

এই বুলি কলোঁহে মাত্ৰ তেওঁ চকীখনৰপৰা জাপ মাৰি উঠি মোক যিদৰে আকোৱালি ধৰিলে- তাক আৰু মই এই জীৱনত কোনো কালে পাহৰিব নোৱাৰিম।'



—তিনি—

৬০ চনৰ ১৭ জানুৱাৰী পুৱা চাৰে ন বজামানত চৌধাৰীদেৱৰ একালৰ গুৱাহাটীৰ পূৰ দিশত সাত মাইল আঁতৰত বীৰকুছি খাটৰ তেতেলীগুৰিত থকা টপা নামৰ মিকিৰ ৰায়ত এজনে আহি তেখেতৰ বাহিৰৰ বেঞ্চিখনৰ কাষৰ মাটিতে বহি কবলৈ ধৰিলে—"দেউতা, আপনাৰ মাটি খাইছোং! তোমাক খাজানা দিম। পাঁচ পুৰা ধান তোমাক দিবা নৰিং, নহলি মোক মূৰত টাঙান মাৰিবা।"

ময়ো সেই দিনা কৰিৰ ঘৰলৈ গৈছিলোঁ। টপা মানুহজন আদহীয়া আঁঠুমূৰীয়া গামোচাখন পিন্ধি আহিছে কেৱল। টপাৰ কথাখিনি শুনি কাৰয়েনো তাক কি সমিধান দিয়ে শুনিবলৈ মোৰ কৌতূহল জন্মিল।

তেখেতে তাক কলে—"তোৰ মুৰত টাঙন নামাৰোঁ দে। মোৰ লোকচান হ'ব নালাগে। তোৰো কষ্ট হ'ব নালাগে। বাৰু, এতিয়া যা।"

সি যাবৰ সময়ত সেৱা এটা কৰি কৈ গল—"তোমাৰ দয়া। আপুনি যি কৰা কৰিবা। দেউতা, মই আহিলুং দে।"

কৰি চৌধাৰীদেৱৰ হোজা খেতিয়কজনৰ লগত সম্বন্ধখিনিত সৰলতা কি সুন্দৰভাৱে ওলাই পৰিছে মন কৰিবলগীয়া।

—চাৰি—

কৰি চৌধাৰীদেৱে সৰু কালত এজনী ছোৱালীক কিদৰে মৰম কৰিছিল আৰু তাইৰ অকাল মৃত্যুত মনত কেনেদৰে কষ্ট পাইছিল, সেই কাহিনী অতি কৰুণ আৰু প্ৰাণস্পৰ্শী। তাইৰ বিষয়ে কৰিয়ে মোক এদিন এইদৰে কৈছিল—"মোৰ আই, ককাই আৰু ভনীজনী অকালতে ঢুকাল। মই একেবাৰে অকলশৰীয়া হলোঁ। পিতাদেৱে মোৰ লগৰীয়া কৰি দিলে আমাৰ ঘৰুৱা মানুহ এঘৰৰ হেমী নামৰ ছোৱালী এজনীক। হেমীৰ আন এটা নাম আছিল জিকাফুলী। জিকা ফুল-পাহৰ দৰে আছিল তাইৰ গাৰ বৰণটো। তাইৰ মাকৰ নাম লাওফুলী।

লাওফুলপাহৰ দৰে তাই ধকধককৈ বগা। মই তেতিয়া ৬।৭ বছৰীয়া, তাই ৮।৯ বছৰীয়া। তথাপি তাই মোক দাদা বুলিহে মাতিছিল। পিতাদেউ ক'ৰবালৈ গলে তাইক মোৰ কাষত ৰখীয়া থৈ যায়। মই তাইক হেমী বুলি মাতিছিলো। তাইৰ লগত ওমলোঁ, কত কথা পাতোঁ। কেতিয়াবা আকৌ দুয়োৰো কন্দল লাগে। কোতয়াবা তাইক মাৰোঁ, তাই কান্দে। মাৰি উঠি পিছত মোৰ মনটো বৰ বেয়া লাগে। আকৌ তাইক মৰম কৰোঁ। মই তেতিয়া ফলা শিকিছোঁ। মই ভালকৈ খোজ কাঢ়িব নোৱাৰোঁ, উঠা-নমা কৰাত বৰ কষ্ট পাওঁ। সেই বাবে মই পুৰা আৰু গধূলি পঢ়িবৰ সময়ত হেমীয়েই মোক হাতে লিখা কিতাপ, ফলি, হীৰামাটিৰ পেঞ্চিল, কলপাত, মহীচুঙা আৰু খাগৰিৰ কাপটো যতনাই দিয়ে।

মোক যেতিয়া দাদা গৰ্গৰাম চৌধাৰীয়ে গুৱাহাটীৰ নিজ ঘৰলৈ আনে, তেতিয়া লাওপাৰা গাঁৱৰপৰা নাৱেৰে বৰলীয়া নৈৰ পাৰতে নাও ৰাখি নাৱৰীয়াবিলাক বৈ আছিল। আমাৰ নাও এৰোঁ, এৰোঁ। এনেতে চকুত পৰিল যে মোৰ অতি মৰমৰ হেমীজনীয়ে নৈৰ পাৰে পাৰে হেলাইহেপোই লৰি লৰি আহিছে। তাইৰ চকুদুটি লোতকেৰে ভৰা, তাইৰ চাৰনিটো দুখলগা। থোকাথুকি মাতেৰে তাই কলে, "দাদা, মই নিজে কৰা এই বিৰিণাৰ কুকিটো নিয়া।" তাই হাতখন আগবঢ়াই মোক কুকিটো দিয়াত মই হাত পাতি ললোঁ। তাই আকৌ কলে—"দাদা! এইটোতে তোমাৰ মহীচুঙা আৰু কাপটো ভৰাই থবা দেই।" এনে ধৰণৰ মৰমকৈ দিয়া বস্তুত মৰম আৰু স্মৃতি বহু দিনলৈ থাকি যায়। তেখেতে কলে—"তাই মোৰ লগত আহিব খুজিছিল। কিন্তু মোৰে নিজ গাঁৱৰ বাল্যবন্ধু মধুৰাম মেলকী আৰু গাঁৱৰ আন কেইবাজনেও তাইক আহিবলৈ মানা কৰিলে।"

মই তেখেতক সুধিলোঁ—"তাই আছে নে?" "নাই। তাই মৰিল। মাক আগতে মৰিল। অকালতে তাই গ'ল। তাইলৈ মোৰ মনত পৰে" —কলে তেখেতে।



—পাঁচ—

৫৫ চনৰ ৩০ জানুৱাৰী। পুৰা ৮ বাজি ১৫ মিনিটত কৰিৰ ঘৰলৈ গৈছিলোঁ। গৈ দেখা পালোঁ যে কৰি চৌধাৰী বাহিৰৰ বাৰান্দাৰ বেঞ্চিখনত বহি আছে। তেখেতৰ ভৰিদুখনৰ কাষতে পখৰা সৰু পঠা ছাগলী এটা আৰু ওচৰতে বহি আছে দুজন মানুহ। পঠাটো নোদোকা আৰু চকুত লগা। কৰিয়ে তাৰ লগত খেলি আছে অৰ্থাৎ তেখেতে তাক আগলৈ লাহেকৈ ঠেলি দিয়ে আৰু সিও ততালিকে পাছুৱাই আহি তেখেতৰ ভৰি দুখনৰ মাজত সোমায়। তেনে কৰা দেখা পাই মই কলোঁ—"কেতেকী, দহিকতাৰৰতো কথাই নাই, এতিয়া ছাগলীতো ধৰিলে। শালিকা, কাউৰীকো নেৰে। বহুত দিন আগতে আপুনি এদিন মোৰ আগত কৈছিল—"তেতিয়া আমাৰ খেৰৰ ঘৰ। মই থকা কোঠাটোত শালিকা এযোৰ থাকে। মোৰ চাহপানী আহি পালেই সিহঁতে উৰি আহিঃ মোক দেখা দিয়ে। ৰুটিৰ টুকুৰা সিহঁতৰ ফালে দলিয়াই দিওঁ। সিহঁতে বুটলি খায়। কাউৰীকো তেনেকৈ দিওঁ। টপকৈ খাই পেলায়। তাকে চাই মই বৰ ভাল পাওঁ।" এই কথাখিনি মই কোৱাৰ পিছতে তেখেতে কলে, "শুনা বাপাচানা! এই ছাগলী পোৱালিটোকো মই বৰ মৰম কৰোঁ। ই মোৰ লগ নেৰে, পাছে পাছে ঘূৰি ফুৰে। মোৰ লগত লুচিও খায়।"কথাবোৰ শুনি মোৰ ভাল লাগিল। ইতৰ জন্তুও কৰিৰ মৰমৰপৰা বঞ্চিত নহয়।

—ছয়—

কৰি ৰঘুনাথ চৌধাৰীদেৱৰ ডেকাকালৰ কথা। বাল্যকালৰেপৰা অন্তৰঙ্গ বন্ধু এজন তেখেতৰ তালৈ প্ৰায় নিতৌ আহে। নঙলা মুখৰপৰা বন্ধুজনে চিঞৰি মাতে—"ৰঘুনাথ আছা নে?"

"আছোঁ।"

"ব'লা ফুৰিবলৈ যাওঁ।"

"বহা, ওলাই আহোঁ।"

দুয়ো বন্ধু ফুৰিবলৈ ওলাই যায়। তেখেতেসকল উজান বজাৰৰ পানীকল থকা পৰ্ব্বতখনৰ ফালে যায়। সেই সময়ত গুৱাহাটীত মানুহৰ বসতি বৰ পাতল। চাৰিওফালে নিজম। লুইতৰ পাৰৰ ঘুলিৰ শিল এছটাত দুয়ো বহেগৈ। কত যুগৰ লুইতৰ বুকুৰপৰা ৰিবৰিবকৈ মৃদুমন্দ বতাহ বৈ আহে। নৈৰ সোঁতৰ জিৰণি নাই, চাৰিও দিশৰ দৃশ্য অতি মনোৰম।

বন্ধুজনে কয়—"ৰঘু! গোৱাচোন এটা গান। তোমাৰ মাতটো বৰ মিঠা। তোমাৰ গান শুনি মই বৰ ভাল পাওঁ।"

কৰিয়ে গান গায়। বন্ধুজনেও গায়।

"সকলেতো চলে গেল, আমি শুধু ৰইনু বাকি"—এয়ে আছিল দুয়োৰো অতি প্ৰিয় গান।

গানৰ কথাই ফলিয়ালে। কৰিৰ প্ৰাণৰ বন্ধুজন মায়াময় সংসাৰৰ পৰা জীৱনৰ বিয়লি বেলাতে আগবাঢ়ি গুচি গল। কৰিৰ সেই বন্ধুজনেই আছিল মোৰ চিৰপূজনীয় পিতৃ জগন্নাথ বুজৰবৰুৱাদেৱ।

—সাত—

কৰি চৌধাৰীদেৱৰ বিমান-ভ্ৰমণৰ এটি কাহিনী। ১৯৫২ চনৰ ৰঙালী বিহুৰ আগে আগে বিহগী কৰি বিমানেৰে কলিকতালৈ গৈছিল। তাত তেখেতে 'সৰ্দো ভাৰত শান্তি কমিটী'ৰ সাংস্কৃতিক অধিবেশনৰ নেতৃত্ব কৰিছিলগৈ। প্ৰায় তিনিকুৰি বছৰৰ আগেয়ে আৰু এবাৰ কলিকতালৈ গৈছিল। তেতিয়া গুৱাহাটীৰপৰা গোৱালন্দলৈ জাহাজেৰে আৰু তাৰপৰা কলিকতালৈ ৰেলগাড়ীৰে যাব লাগিছিল। তেনেদৰে যাওঁতে তিনিদিন তিনিৰাতি লাগিছিল। এইবাৰ তেখেত গ'ল আৰু আহিল বিমানেৰে। এইবাৰেই তেখেত প্ৰথম বিমানত উঠিল। যোৱা-অহাৰ



বৰ্ণনাটো শুনি ভাল লাগে। ৰঘুনাথ বিহগী কৰি। চৰায়ে মুকলি মনেৰে আকাশত উৰে, তলৰ ফালে চায় আৰু গছ বা মাটিত পৰে। ৰঘুনাথেও তাকে কৰিবলৈ মন মেলিলে। সেই দিনা আছিল এপ্ৰিল মাহৰ দুই তাৰিখ। যথা সময়ত কৰিয়ে মটৰত উঠি কাহীকুছি বিমানকোঠ পালেগৈ। তাত তেখেতে দেখিলে, এখন প্ৰকাণ্ড বিমান পৰি আছে। বগা পাখি দুখনেৰে বিমানখনে যেন উৰোঁ উৰোঁ কৰিব লাগিছে। বিমান এৰিবৰ সময় হলেই। কৰিৰ লগত বিমানৰ ভিতৰত অসমীয়া যাত্ৰী মাথোন এজন, বাকীবিলাক বিদেশী, সকলোৰে অচিনাকি মুখ। ভিতৰত আটাইকেইখন আসনেই চকী। কৰিয়ে দুৱাৰমুখৰ কাষতে থকা চকীখনত বহিলগৈ।

বিমানখনে ওপৰলৈ উৰা মাৰিলে। এনেতে বিমানৰ গাভৰু যাত্ৰী-সেৱিকাজনী অৰ্থাৎ হোষ্টেছজনী আহি যাত্ৰীবিলাকৰ কঁকালত পেটিবোৰ বান্ধি দিলে। কাৰকো পেটিৰে বান্ধিলে। তেখেত আচৰিত হ'ল। বিমানখন পাক দি দি ওপৰলৈ উঠিল। ঘৰ ঘৰ শব্দ হ'ল। এবাৰ ওপৰলৈ কিছু উঠে, আকৌ এবাৰ তললৈ কিছু নামে। তলত পৃথিৱী! কত পৰ্ব্বত, নদ-নদী, অৰণ্য-পথাৰ, গাঁও আৰু নগৰৰ ওপৰেদি বিমানখন উৰি গৈ আছে। অলপ পিছতে ছোৱালীজনীয়ে এখন থালত টফি আৰু লুজন লৈ বিহগী কৰিৰ ওচৰলৈ আহি থালখন আগত দাঙি ধৰিলে। তেখেতে মনে মনে ভাবিলে—"এইবোৰ ললে বা খালে পইচা দিব লাগিব হবলা। অনৰ্থক পইচা পানীত নেপেলাওঁ।"

তেওঁ ফুটাই কলে—"আইটী! এইবোৰ লৰা-ছোৱালীৰহে খোৱাবস্তু। মই আৰু কি খাম? তুমি লৈ যোৱা।"

তেতিয়া ছোৱালীজনীয়ে বাকী যাত্ৰীবিলাককো সেইবোৰ যাচিলে। তেওঁলোকে অলপ অচৰপ লৈ মুখতো দিলে। তাৰ আৰু কিছু সময় পিছত ছোৱালীজনীয়ে থালত বিস্কুট লৈ আহিল আৰু কাৰক কলে—"ইয়াকে খাওক।"

কৰিয়ে কলে—"এইবোৰ খোৱা মোৰ অভ্যাস নাই, নাখাওঁ।"

তেতিয়া ছোৱালীজনীয়ে পাওৰুটি কেইচকলমান আনি যাচিলে।

কাৰয়ে কলে—"এইবোৰ শুকান বস্তু, খাব নোৱাৰি, ডিঙিত সোপা মাৰি ধৰিব।"

তাৰ পিছত আনিলে সুন্দৰ ৰঙা ৰঙা আপেল কেইটামান।

কৱিয়ে হাঁহি হাঁহি কলে—"মই বুঢ়া মানুহ আইটী! মোৰ দাঁত নাই। এইবোৰ কেনেকৈ চোবাম?"

কৱি চৌধাৰীদেৱে একোকে নোখোৱা দেখি তেওঁ অলপ চিন্তিত হ'ল। এই বুঢ়াজন নোখোৱাকৈয়ে যাব নে? কি দিয়ে তেখেতক খাবলৈ? তেওঁ তেখেতক কলে—"আপোনাক হৰলিক্স গাখীৰকে এগিলাছ কৰি আনি দিওঁ। খাব জানো?"

কৱিয়ে কলে—"মাকৰ পিয়াহ নেথাকিলে দুধ্‌কণ্ঠ শিশুক এই বস্তুটো খাবলৈ দিয়ে আৰু বেমাৰী মানুহকো ইয়াক খাবলৈ দিয়া হয়। মই শিশুও নহওঁ, বেমাৰীও নহওঁ। মই আগেপিছে এইবিলাক বস্তু খাই পোৱা নাই, আনকি বেমাৰতো খোৱা নাই। আমাৰ লৰাকালত এইবোৰ বস্তুনাছিলেই। ইয়াৰ দুঘণ্টা পিছতে কলিকতাত নামগৈ। এতিয়া মাজবাটত মোৰ একো খাবলৈ ইচ্ছা নাই। মোৰ খোৱাৰ কাৰণে তুমি কিয় ইমানকৈ ভাবিছা?"

ছোৱালীজনীৰ কৱিৰ প্ৰতি বৰ ভক্তি হ'ল আৰু তেওঁৰ বিষয়ে জানিবলৈকো তেওঁ উৎকণ্ঠিত হ'ল। হবৰ কথাই। দেখে যে মানুহজন বৰ বুঢ়া, ভৰি খালা, নাই জোতা। গাত খাদৰৰ কামিজ আৰু মোটা চুৰিয়া, কান্ধত মুগাৰ ফুল দিয়া এখন চেলেং, চকুত বিতচকু সিও পুৰণি ধৰণৰ, মূৰত ফনী নলগোৱা পকা চুলি, পকা গোঁফ, হাতত লাখুটি, কোনো আয়ম নাই। তেখেত দেখিবলৈ অতি সাধাৰণ; কিন্তু মানুহক মুগ্ধ কৰিব পৰা কি যে এটা আচৰিত শক্তি তেখেতৰ আছে!

ছোৱালীজনীয়ে কৱিৰ ওচৰতে বহি এই বাৰ তেখেতক সুধিলে—"আপোনাৰ ঘৰ ক'ত?"

"মোৰ ঘৰ অসমৰ গুৱাহাটীত।"

"আপোনাৰ নাম?"



"মোৰ নাম শ্ৰীৰঘুনাথ চৌধাৰী।"

"অসমতো চৌধুৰী আছে নে?"

"আছেতো। কিয় নেথাকিব? ই আমাৰ নিজা ঘৰুৱা উপাধি নহয় বা সমাজৰ উপাধি নহয়। এইটো মোগল বাদচাহে সম্ভ্ৰান্ত শ্ৰেণীক দিয়া এটা ৰাজবিষয়। সেই বাবে গোটেই ভাৰতবৰ্ষত সকলো জাতিৰ মাজতে এই উপাধিটো আছে।"

"আপুনি এতিয়া কলৈ যায়?"

"কলিকতালৈ।"

"কিয়?"

"তাত সৰ্ব্বভাৰতীয় শান্তি আৰু সংস্কৃতি সম্মিলন বহিব। অসম প্ৰাদেশিক শান্তি সমিতিৰ সভাপতি হিচাপে মই নিমন্ত্ৰণ পাই আহিছোঁ।"

এই বাৰ চৌধাৰীদেৱে ছোৱালীজনীক সুধিলে—"এতিয়া তোমাৰ নামটো মোক কোৱাচোন।"

"মোৰ নাম সীতা চৌধুৰী।"

"বঙ্গদেশতো চৌধুৰী আছে নেকি?"

ছোৱালীজনীয়ে তেতিয়া চৌধাৰীদেৱৰ লগত অলপ আগতে হৈ যোৱা কথোপকথনখিনি সুঁৱৰি হাঁহিলে।

কৱিয়ে এই বাৰ সুধিলে—"তোমাৰ ঘৰ ক'ত?"

"মোৰ ঘৰ ঢাকাত।"

"তোমাৰ নিজৰ কোন কোন আছে?"

"মোৰ দেউতা আছে। তেওঁ পাকিস্তানত চাকৰি কৰে, মা আছে, সৰু ভাই এজন আৰু ভনী এজনীও আছে। মই মেট্ৰিক পাছ। আমাৰ ঘৰৰ অৱস্থা বেয়া। সেই নিমিত্তে এই কাম কৰিবলগীয়া হৈছো।"

আকাশী জাহাজ মুকলি আকাশত মুকলি মনেৰে ওপৰেদি গৈ আছে। কোনো যাত্ৰীয়ে ভয়তে মনে মনে, কোনো কোনোৱে আকৌ নিৰ্ভয়ে কথা পাতি নিজৰ নিজৰ আসনত বহি কলিকতা পাবলৈ ব্যগ্ৰ হৈ আছে। আমাৰ কৱি আৰু সেই হোষ্টেছজনীৰ কথাৰ অন্ত নাই।

কৰি ৰঘুনাথ প্ৰকৃতিৰ চিৰপূজাৰী। ফুল আৰু চৰাই তেখেতৰ সোঁ আৰু বাঁও কলিজা। নীলবৰণীয়া পৰ্ব্বত, সেউজীয়া গছ-গছনি, ডাঠ আৰু ভয়ঙ্কৰ হাবি, ঘন বননি, বহল পথাৰ, অকাইপকাই বৈ যোৱা তৰঙ্গময় ৰূপালী নদনদী, বগলী বৰণীয়া বালিচাপৰি, নিমাওমাও চাপৰি বহল বহল প্ৰহেলিকাময় ভেঁট-পদুমেৰে ভৰা বিল প্ৰভৃতি কৰিৰ চকু আৰু হৃদয়ৰ বৰ হেপাহৰ বস্তু। মাজে মাজে কৰিয়ে বিমানৰ খিড়িকীৰে চাই গৈ আছে। বিমানখনি হ'ল তেখেতৰ পঢ়াশালি। হোষ্টেছজনী হ'ল তেখেতৰ শিক্ষয়িত্ৰী। তলৰ প্ৰকৃতি হ'ল তেখেতৰ এখনি অতি উপাদেয় অনন্ত পুথি। প্ৰকৃতি-কৰি ৰঘুনাথে অনুসন্ধিৎসু শিশু-ছাত্ৰৰ দৰে বঙালী হোষ্টেছজনীক সুধিলে—"পূৰৱ পৰা পশ্চিমলৈ বহল সেউজীয়া পথাৰখনৰ মাজেৰে যে এটা দীঘল আলিবাট অকাইপকাই সুদূৰলৈ চকুৰে মনিব পৰালৈকে গৈ আছে সেইটোনো কি?"

হোষ্টেছজনীয়ে মিচিকিয়া হাঁহি এটা মাৰি বুঢ়াই ভূগোল পাহৰিছে হবলা মনতে এইদৰে ভাবি কলে—"অ' সেয়া ব্ৰহ্মপুত্ৰ নদ।"

"এ হয় নেকি!" এই বুলি ৰ লাগি কৰি তললৈ চাই থাকিল।

লুইতৰ চিন্তা ক্ষন্তেকলৈ এৰি কৰি ৰঘুনাথে সেই ছোৱালীজনীক পুনৰ সুধিলে—"দুয়োকাষে লালিপতা সেউজীয়া জোপোহাবোৰ যে দেখা গৈছে সেইবোৰনো কি?"

ঘপৰাই ছোৱালীজনীয়ে উত্তৰ দিলে—"সেইবোৰ পৰ্ব্বত। আপোনাৰ অসম কি মনোৰম!"

কৰিয়ে আকৌ প্ৰশ্ন কৰিলে—"জোপোহাৰ পৰা মাজে মাজে জপিয়াই জপিয়াই ৰূপালী ফুলজাৰীৰে ওলাই অহা নানা বৰণীয়া ভয় লগা অথচ চকুত লগা ডাইল সাপৰ দৰে সেইবোৰ কি?"

লাগি থকা হাঁহিটিৰে মৰম লগা ছোৱালীজনীয়ে মিঠা মাতেৰে কলে—"সেইবোৰ পৰ্ব্বতৰ বুকুৰ পৰা বাগৰি অহা সৰু সৰু নৈ, গহীন গম্ভীৰ ব্ৰহ্মপুত্ৰৰ কোলাত উঠিছেহি।"

আকৌ প্ৰশ্ন হ'ল.—"সীতা! শুনা—তলে ওপৰে যেনি চাওঁ তেনি



ভোল যাওঁ। বাৰু, এই বাৰ কোৱাচোন—সৌৱা, সৌৱা বহল পথাৰখনৰ মাজে মাজে পাশাখেলৰ চকবিলাকৰ দৰে যে ঠাইবিলাক আছে সেইবোৰ-নো কি?

"সেয়া সেউজীয়া ধাননি পথাৰ।"

বিমান গৈ আছে—ভো ভো ভো শবদেৰে। গাৰো পৰ্ব্বতৰ ওপৰেদি বিমান পাৰ হওঁ হওঁ। কৰি ৰঘুনাথৰ চকু তললৈ। দেখে যে কেৱল বগা, বগা, বগা। শাৰী শাৰী পৰ্ব্বত ধৱল বৰণ। কি এইবোৰ? কৰিৰ মনত প্ৰশ্ন। তুলাগছময় গাৰো পৰ্ব্বত। ফুলা কপাহ অতি মনোমোহা। ই জানিবা কমোৱা তুলাৰ ৰাজ্য। এই অপূৰ্ব্ব দৃশ্যই কৰিক মুগ্ধ কৰি ৰাখিছিল।

যথাসময়ত বিমান দমদম কোঠত উপনীত হ'ল। কলিকতাত এম-এ পঢ়ি থকা তেখেতৰ নাতি ফুলু আৰু কেইজনমান স্বেচ্ছাসেৱক তেখেতক আগবঢ়াই নিবলৈ বৈ আছে। কৰি ৰঘুনাথো নমাৰ আগতে সীতাক মূৰত ধৰি মৰমেৰে আশিস-বচন কৈ লাহে লাহে নামিব ধৰোঁতে সীতায়ো তেখেতৰ চৰণত ধৰি সেৱা এটি কৰি তেখেতৰ মটৰগাড়ীত উঠি নোযাৱালৈকে চলচলীয়া চকুৰে চাই থাকিল। কৰি গন্তব্য ঠাইলৈ গুচি গ'ল।

সাত এপ্ৰিলৰ দিনা তেখেত আন এখন বিমানেৰে গুৱাহাটীমুৱা হৈ নিজ ঘৰ পালেহি। এইবাৰ হলে পিয়াহত ৰব নোৱাৰি এই বিমান-খনৰ হোষ্টেছজনীক খুজি এগিলাছ চেঁচা পানী খালে।

---

# স্মৃতি-প্ৰসঙ্গ

কবলৈ গ'লে শ্ৰীৰঘুনাথ চৌধাৰীদেৱেই মোৰ সাহিত্য-জীৱন আৰম্ভ কৰি দিলে।

এদিন চৌধাৰীদেৱে কৈছিল,—"নিৰ্ম্মল! 'সুৰভি' নাম দি মই নিজেই এখন মাহেকীয়া আলোচনী উলিয়াব খুজিছোঁ। তোমাক এই আলোচনী-খনৰ সহকাৰী সম্পাদক কৰি লব খুজিছোঁ। মোৰ বিশ্বাস, তুমি এই কামটো পাৰিবা।" সেই দিনা মোৰ পক্ষে এটা চিৰস্মৰণীয় দিন। অকুণ্ঠিত চিত্তে স্বীকাৰ কৰোঁ, সিমানখিনি সৌভাগ্য যে মোৰ হব, সেই সময়ত সেইটো কল্পনাই কৰা নাছিলোঁ। সেই দিনা 'সুৰভি'ৰ সহকাৰী সম্পাদক হোৱা কথাৰ লগত যে মোৰ পিছৰ জীৱনৰ বৃত্তিৰ সম্বন্ধ আছে সেইটো কথা এতিয়া সম্পূৰ্ণভাৱে উপলব্ধি কৰিছোঁ। মুঠৰ ওপৰত সেই দিনাই মোৰ সাংবাদিক জীৱনৰ 'হাতখড়ি' হল।

'সুৰভি'ৰ সহকাৰী সম্পাদক হিচাপে মই কোনো ধন লোৱা নাছিলোঁ। কাকতখন পঠোৱা-মেলাত সহায় কৰিবলৈ কেবাজনো বিশিষ্ট কৰ্ম্মচাৰী আছিল। সেইসকলৰ ভিতৰত কৈলাস শইকীয়া, নগেন শৰ্ম্মা, বালি কাকতী আদিৰ নাম উল্লেখ কৰিব পাৰি। চৌধাৰীদেৱে কাকতখনৰ চানেকী-কাকত চোৱাত বিশেষ মনোযোগ দিছিল আৰু সেই কাম সদায় নিজেই কৰিছিল। প্ৰেছত এবেলা বহি সদায় শেষৰ চানেকী-কাকতখিনি তেওঁ চাইছিল।

সুৰভিৰ প্ৰতি সংখ্যাৰ বেটুপাতত একোটা বিশেষ তাৎপৰ্য্যপূৰ্ণ বাণী আছিল। সেই বাণীখিনি সংগ্ৰহ কৰাৰ ভাৰ মোৰেই ওপৰত পৰিছিল। সুৰভি কাকতখনৰ প্ৰবন্ধৰ তলত খালী ঠাই থাকিলে চৌধাৰীদেৱে সদায়েই সেই ঠাইখিনি একোটা বাণী বা আন কথাৰে পূৰণ কৰি দিছিল।

প্ৰবন্ধ-বাছনিৰ লগত মোৰ কোনো প্ৰকাৰ সম্বন্ধ নাছিল। সেই কাম তেখেতে নিজেই কৰিছিল। তেখেতে প্ৰবন্ধনিৰ্ব্বাচনত বিশেষ বিচাৰ



শক্তি প্ৰয়োগ কৰিছিল। এবাৰ এজন লিখকে এটা গল্প লিখি তেখেতক দিবলৈ মোৰ হাতত দিছিল। চৌধাৰীদেৱে গল্পটো পঢ়ি কৈছিল—"লিখকে নায়কৰ অৱনতি ক্ৰমাৎ হোৱাটো দেখুৱাব লাগিছিল। তাকে নকৰি মুহূৰ্ত্তৰ ভিতৰতে সাধু চৰিত্ৰৰ মানুহ এজনক পাষণ্ডলৈ পৰিৱৰ্ত্তন কৰালে। এইটো এটা অস্বাভাৱিক কথা হৈছে।" লিখকজনক মই গল্পটো ঘূৰাই দি কথাষাৰ বুজাই কোৱাত তেওঁ নিজৰ ক্ৰটী বুজি সম্পূৰ্ণ-ভাৱে চৌধাৰীদেৱৰ কথাতে হয়ভৰ দিলে। সেইদৰে ময়ো এবাৰ তেখেতৰ নিৰ্দ্দেশমতে 'অসমৰ বনজ সম্পদ' নামে প্ৰবন্ধ এটা চমুকৈ লিখি দিয়াত তেখেতে পঢ়ি চাই কৈছিল—"তোমাৰ প্ৰবন্ধটো বৰ উকা হৈছে। পৃথিৱীৰ বিভিন্ন দেশবিলাকৰ অৱস্থাৰ লগত তুলনা কৰি লিখিব লাগিছিল।" কথাষাৰ শুনি প্ৰথমতে মনলৈ এটা বিৰক্তিৰ ভাব আহিছিল। তথাপি উপায় নাপাই প্ৰবন্ধটোত অসমৰ বনজ সম্পদৰ বিষয়ে সবিশেষ দিয়াৰ উপৰিও গছ-গছান নাইকিয়া হলে কেনেকৈ জলবায়ুৰ পৰিবৰ্ত্তন ঘটে, সাৰুৱা ঠায়ো কেনেকৈ মৰুভূমি হৈ পৰে ইত্যাদি বিষয়ে পৃথিৱীৰ নানা দেশৰ উদাহৰণ সংগ্ৰহ কৰি প্ৰবন্ধটোত সন্নিবিষ্ট কৰি দিলোঁ। এই পৰিৱৰ্ত্তিত প্ৰবন্ধটোৱে বাইজৰপৰা বিশেষ সমাদৰ পাইছিল। তেতিয়া চৌধাৰীদেৱৰ বিচাৰৰ ওপৰত মোৰ আগতকৈ বেছি আস্থা হল আৰু বুজিলোঁ যে এনেকুৱা সম্পাদকেই লিখক গঢ়ি তোলে। তেখেতৰ লগত ঘনিষ্ঠ সম্বন্ধলৈ আহি বুজিব পাৰিছিলো যে তেখেতৰ জ্ঞানৰ পৰিসৰ বহল। সংস্কৃতৰ কিছুমান শব্দৰ ব্যুৎপত্তি আৰু সাহিত্য সম্বন্ধীয় আন কিছুমান কথা তেখেতৰপৰা ই মই শিকিছিলো।

প্ৰথম অৱস্থাত 'সুৰভি'ৰ প্ৰবন্ধবিলাক বৰ গধুৰ হৈছে বুলি বহুতে মন্তব্য কৰিছিল। চৌধাৰীদেৱক এই কথাষাৰ কোৱাত তেখেতে কৈছিল—"সুৰভিৰ প্ৰবন্ধবিলাকৰ মৰ্ম্ম গ্ৰহণ কৰিব পৰা মানুহ অসমত অন্ততঃ পাঁচজনতো ওলাব। মই সেই পাঁচজনৰ কাৰণেই আলোচনীখন উলিয়াই থাকিম।" তেখেতৰ নিৰ্ভীক সৰলতা এনেকুৱাবিলাক উক্তিত ফুটি উঠিছিল।

---

# চৌধাৰী-কৱিতাৰ অন্তৰালত

আংশিকভাৱে হলেও কৱিতা কৱিৰ ব্যক্তিগত জীৱনৰ প্ৰতিবিম্ব স্বৰূপ। সেই হেতুকে কৱিৰ ব্যক্তিগত জীৱনৰ ঘটনাৱলীৰ কিঞ্চিৎ আভাস নাপালে অনেক সময়ত তেওঁৰ কৱিতা যথাযথভাৱে উপভোগ কৰা দুৰূহ হৈ পৰে। কৱি চৌধাৰীদেৱৰ দুখেভৰা জীৱনৰ লগত তেওঁৰ কাব্য সৃষ্টিৰ নিবিড় সম্পৰ্ক।

শৈশৱৰ প্ৰতিটো ঘটনা কৱি চৌধাৰীৰ মনত কোনোবা নিপুণ চিত্ৰকৰে অঁকা ধুনীয়া ছবিৰ দৰে স্পষ্ট হৈ আছে আৰু সেইবোৰ কবলৈ পালে তেওঁ আজিও কৱি কলৰিজৰ 'এনচিয়েণ্ট্ মেৰিনাৰ' (Ancient Mariner) ৰ দৰে কৈ থাকিয়ে সুখ পায়। জীৱনৰ নিষ্ঠুৰ কাৰ্য্যচক্ৰই চৌধাৰীদেৱৰ কোমল মনত এনে দকৈ ৰেখাপাত কৰিছিল যে তাৰ ফলত তেওঁ পিছত মানুহৰ সমাজতকৈও পশুপক্ষীৰে ভৰা প্ৰকৃতিৰ শোভাৰাশি নিৰীক্ষণ কৰিহে অধিক আনন্দ উপভোগ কৰিছিল। চৰাই-চিৰিকতিৰ লগত সেই বাবেই তেওঁৰ সম্বন্ধ অন্তৰৰ সম্বন্ধ। কৱি চৌধাৰীৰ প্ৰথম প্ৰকাশিত কৱিতা 'মৰমৰ পখী'। পোহনীয়া বালিভাটো চৰাই এটি এদিন সঁজাৰপৰা উৰি গুচি যোৱাত তেওঁৰ মনত বিষম বেজাৰ লাগিছিল। মৰমেৰে পুহি ৰখা, মাত ওলোৱা চৰাই এটিও যে পলাই উৰি গুচি যাব পাৰে, তেতিয়ালৈ তেওঁৰ সেইটো ধাৰণাই হোৱা নাছিল। সেই চৰাইটোৰ চিন্তাত আকুল হৈয়ে তেওঁ 'মৰমৰ পখী' বোলা কৱিতাটি লিখে—

'নিস্বাৰ্থ প্ৰেমৰ কঠিন বান্ধনি
অলক্ষিতে সোলোকাই ;
নেদেখা নুশুনা দিক্‌ছোঁ বনলৈ
গ'ল পখী পুনৰায়।'



তেতিয়াৰপৰা তেওঁ চৰাই দেখিলেই ভাবে—এইটোনো আকৌ কি চৰাই? ইনো কি ভাল পায়? কি খায়? কি দিলেনো ইয়াক নিজৰ কৰি লব পাৰি? কিহৰ বিনিময়তনো এনে সবল প্ৰাণী এটিৰ অন্তৰ জয় কৰা যায়? কিয়নো চৰাইবোৰে স্বাধীনতা ইমান ভাল পায়? ইহঁতৰ গীতবোৰেনো অৰ্থ কিবা আছে নে নাই? গীতিবোৰনো কিয় নানা সুৰৰ আৰু নানা ঠেওৰ?—এইবোৰেই হ'ল কৱিৰ অন্তৰৰ অনন্ত প্ৰশ্ন। যোৱাটোক পোৱাৰ দুৰন্ত অভিলাষ আৰু অনুভূতিৰ সহায়ত সেই অভিলাষৰ হেতু উপলব্ধি কৰিবলৈ কৰা প্ৰয়াসতে কৱিৰ অহৈতুকী বিহঙ্গপ্ৰীতিয়ে সাৰ্থকতা লাভ কৰিছে। কৱিৰ পোনতে লিখা— 'গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী'য়ে অস্পষ্টৰপৰা স্পষ্ট আৰু স্পষ্টৰপৰা স্পষ্টতৰ হৈ ক্ৰমে 'কেতেকী চৰাই', 'কেতেকী' আৰু শেষত গৈ 'দহিকতৰা' কৱিতাত ৰূপ পাইছে। কৱিৰ অন্তৰৰ অকৃত্ৰিম বিহঙ্গ-প্ৰীতিলৈ লক্ষ্য কৰিয়ে তেওঁক বিহগী-কৱি আখ্যা দিয়া হৈছে আৰু সেই নামেৰেই তেওঁ আজি ঘাইকৈ পৰিচিত। তেওঁৰ অধিকখিনি কৱিতাই বিহগৰ মাতত পোৱা মাদকতাৰপৰা উদ্ভূত। আনকি চৌৰাশী বছৰ বয়সত সিদিনাও তেওঁ 'উৰ্ব্বশী' নামৰ কৱিতাটি মাজ নিশা সাৰ পাই গঙ্গা-চিলনীৰ গীত শুনি ভাৱাবেগত বুৰ গৈ ৰচনা কৰিবলৈ বাধ্য হৈছিল।

কৱিৰ প্ৰথম প্ৰকাশিত কৱিতা 'মৰমৰ পখীৰ' আৰু ইতিবৃত্ত আছে। 'জোনাকী' কাকতৰ প্ৰথম বছৰৰ তৃতীয় সংখ্যাত এই কৱিতা প্ৰকাশ হৈছিল। তেতিয়া 'জোনাকী' কাকত গুৱাহাটীৰপৰা ওলাইছিল আৰু তাৰ সম্পাদক আছিল সত্যনাথ বৰা ডাঙৰীয়া। ৰহস্যৰ কথা এই যে কৱিতাটোত লিখকৰ নাম প্ৰকাশ হোৱা নাছিল। কৱিতাটোৱে যেতিয়া পাঠকসকলৰ মন আকৰ্ষণ কৰিলে, তেতিয়া সম্পাদকলৈ অসমৰ নানা ঠাইৰপৰা লিখকৰ নামটো জনাবলৈ চিঠি আহিবলৈ ধৰিলে। গুৱাহাটীতো পাঠকসকলৰ অনেকেই আহি কৱিৰ আগতে কৱিতাটোৰ গুণ ৰখানিবলৈ ধৰাত কৱিৰ মন অজানিতভাৱে পুলকিত হবলৈ ধৰিলে। নহবই বা কিয়? প্ৰশংসা কোনে ভাল নাপায়? দেৱতাৰ স্তুতিগীত-

বোৰো জানো প্ৰশংসা বা চাটুবাক্যৰ আড়ম্বৰ মাথোন নহয় ? তেতিয়া সম্পাদক বৰা ডাঙৰীয়া নিজে এদিন আহি কৰি চৌধাৰীক তেওঁৰ কবিতাৰ প্ৰশংসাজ্ঞাপক চিঠিবোৰ দেখুৱাই কবিৰ নাম জানিবলৈ কৰা অভিলাষলৈ তেওঁৰ দৃষ্টি আকৰ্ষণ কৰিলে আৰু তেওঁ নিজেও কবিতাৰ গুণ বখানিলে। অকল সেয়ে নহয়, তেওঁ চৌধাৰীদেৱক 'জোনাকী' কাকতৰ কবিতা ভাগৰ সম্পাদনাৰ বাবটোও দি থৈ গ'ল। সেই বছৰৰে পুহৰ সংখ্যা কাকতত সেই যুগৰ তিনিজন বিখ্যাত কবিৰ তিনিটা বাছকবনীয়া কবিতা ওলাই গোটেই অসমতে এটা আলোড়ন তুলিছিল ; সেয়ে হৈছে দুৰ্গেশ্বৰ শৰ্ম্মাৰ 'কবিপ্ৰিয়া', আনন্দ আগৰৱালাৰ 'প্ৰণয়ৰ পৰিণাম' আৰু বিহগী-কবি চৌধাৰীৰ 'গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী।'

১৯০১ চনত গুৱাহাটীত কটন কলেজ স্থাপিত হয়। সেই কলেজৰ উদ্বোধনী উৎসৱত পাঠ কৰিবৰ কাৰণে তেওঁ 'আৱাহন' নামৰ কবিতাটি লিখে আৰু নিজে তাক সেই উৎসৱত আবৃত্তি কৰি শুনায়। বিদ্যাৰ অধিষ্ঠাত্ৰী দেৱীক উদ্দেশ্য কৰি এই কবিতা ৰচিত হৈছিল যদিও প্ৰকৃতিৰ মনোহৰ ৰূপ আৰু তাৰ মাজত থকা 'বিষাদে' মলিনা দীনা হীনা জননী জন্মভূমিৰ কৰুণ ছবি এটিও তাত প্ৰকট হৈ পৰিছিল।

ঊনৈশ শ সাত চন মাঘৰ কথা। তেতিয়া 'আলোচনী' কাকত ওলাইছিল ডিব্ৰুগড়ৰপৰা। সম্পাদক আছিল শ্ৰীলক্ষ্মীনাথ ফুকন। সেই আলোচনীত হেম গোসাঁই, সত্যনাথ বৰা আদি স্বনামধন্য প্ৰবীণ লিখক সকলৰ প্ৰবন্ধপাতি ওলাইছিল। এদিন আবেলি প্ৰত্নতত্ত্ববিদ সোণাৰাম চৌধুৰী আহি কৰি চৌধাৰীৰ ঘৰত উপস্থিত হল। তেওঁ তেতিয়া এফ-এ পাছ কৰি কমিছনাৰৰ অফিচত কাম কৰিছিল। কবি চৌধাৰীৰ ঘৰৰ সন্মুখেদিয়েই সদায় তেওঁ অফিচলৈ অহাযোৱা কৰে। দুয়ো বৰ বন্ধু আছিল। অফিচৰপৰা ঘুৰোঁতে প্ৰায়েই তেওঁ কবি চৌধাৰীৰ ঘৰত সোমাই আলাপ-আলোচনা কৰি ধপাত একো হোপা খাইহে বাট লৈছিল। সাহিত্য আৰু প্ৰত্নতত্ত্ব আলোচনাত চৌধুৰীও এজন পণ্ডিত লোক আছিল। সেই দিনা তেওঁ আহি কাষলতিৰ তলৰপৰা 'আলোচনী'খন উলিয়াই



হাঁহি হাঁহি কৰি চৌধাৰীক সুধিলে—'আপুনি কেতিয়াৰ পৰা কবিৰ হ'ল ? অহা সংখ্যা 'আলোচনী' লৈ কি কবিতা পঠালে দেখুৱাওকচোন।' কৰি চৌধাৰীয়ে একো বুজিব নোৱাৰি স্তম্ভিত হ'ল। সোণাৰাম চৌধুৰীয়ে তেতিয়া আলোচনীৰ বেটুপাতৰ বিজ্ঞাপনখন কৰি চৌধাৰীৰ চকুৰ আগত দাঙি ধৰিলে। তাত লিখা আছিল—'অহা সংখ্যাত অসমৰ বিখ্যাত কবি হেম গোসাঁই আৰু কবিৰ ৰঘুনাথ চৌধাৰীৰ বসন্তকাল সম্বন্ধে দুটা কবিতা ওলাব। চৌধাৰীৰ খং উঠিল। ইয়াৰ অৰ্থ বাৰু কি হব পাৰে ? কথা নাই বতৰা নাই সম্পাদক ফুকনে বাৰু এইদৰে বিজ্ঞাপন দিব পায় নে ?—এনেকৈ ভাবি চৌধুৰীৰ লগত কথাবতৰা পাতি সেই দিনাৰ আবেলিটো কটাই দি তেওঁ মনতে উচ্‌পিচাই থাকিল। ইয়াৰ কিছুপৰ পিছতে পিয়নে এখন চিঠি দিলেহি। চিঠিখন আছিল লক্ষ্মীনাথ ফুকনৰ। তাত তেওঁ লিখিছিল—'চৌধাৰী, মই আপোনাক নোসোধাকৈয়ে অহা সংখ্যা 'আলোচনী' ত আপুনি আৰু হেম গোসাঁয়ে দুটা বসন্ত বিষয়ৰ কবিতা দিব বুলি জাননী দিলোঁ। দোষ কৰিছোঁ, ক্ষমা কৰিব ; কিন্তু কবিতা পঠালেহে প্ৰকৃততে ক্ষমা কৰা বুলি ভাবিম পঠাব দেই। গোস্বামী ডাঙৰীয়ালৈকো লিখিছোঁ।'

ৰাতিটো সেইদৰে গ'ল। পিছ দিনা পুৱা হেম গোসাঁই কবি চৌধাৰীৰ ঘৰত ওলালহি। তেওঁৰ হাতত লক্ষ্মীনাথ ফুকনৰ এখন চিঠি। দুয়ো দুয়োলৈ দিয়া চিঠিৰ বিষয়ে আলচ কৰিলে। যাবৰ সময়ত গোসাঁয়ে কলে—'চৌধাৰা, আমি খং কৰিলে নহব। পিছে মই বুঢ়া মানুহ, মই কি লিখিম ? তুমিয়ে কিবা এটা লিখা। মই জানো তুমি পাৰিবা, তোমাৰ মচলা আছে। তুমি নোৱাৰোঁ বুলিলে নহব, লিখিবই লাগিব। লিখিবা দেই। মই কিন্তু তেনেকৈ ফুকনলৈ উত্তৰ দিম' বুলি তেওঁ উঠি গ'ল। চৌধাৰীয়ে গোসাঁইক গুৰু মনাদি মানে আৰু পৰা পক্ষত তেওঁৰ কোনো কথা নেপেলায়। গোসাঁইৰ উৎসাহ-বাণীয়ে তেওঁক অন্তৰত বল দিলে সচাঁ, কিন্তু এতিয়া লিখে কি ? কবিতা জানো তেনেকৈ লিখা যায় ? ৰাতিৰ ভোজনৰ অন্তত বিশ্বজগৎ যেতিয়া নিদ্ৰাত নিঃপালি দিয়ে চৌধাৰীয়ে

সাধাৰণতে তেতিয়া কৱিতা দেৱীৰ আৰাধনা কৰে। এনে আৰাধনাৰ ফলতে জন্ম হ'ল 'বহাগীৰ বিয়া'ৰ। 'বহাগীৰ বিয়া'ত কৱিৰ শিশু কালৰপৰা অন্তৰত পুহি ৰখা প্ৰকৃতি-প্ৰীতি আৰু চৰাই চিৰিকতিৰ লগত থকা আত্মীয়তা বান্ধ ভাঙি ওলাই আহিল। মানুহৰ মাজত দেখা বিয়া উৎসৱৰ সমাৰোহ তেওঁ বসন্ত-বলিয়া বিহগ কুলত দেখা পালে, আৰু তাকে ৰূপ দি 'বহাগীৰ বিয়া' ৰচনা কৰিলে।

"জড় জগতত জীৱ জগতত পাওঁ সকলোতে দেখা,
মহা বিশ্বজুৰি বিৰিঙিছে যেন আনন্দৰ পূৰ্ণ ৰেখা।"

'বহাগীৰ বিয়া'ত ঠায়ে ঠায়ে যি চৰাইৰ বৰ্ণনা আছে সি সকলোকালৰে পৰা কৱিৰ অন্তৰত অঙ্কিত হৈ থকা বিচিত্ৰ চিত্ৰৰ সমাৱেশ মাত্ৰ। পৰ্ব্বতে-ভৈয়ামে অনাই বনাই ফুৰি কৱিয়ে পৰম আনন্দ লাভ কৰিছিল আৰু বিভিন্ন সুৰত মাত মতা বিবিধ বিহগৰ অন্বেষণেই আছিল তেনেকৈ ফুৰাৰ এটি লক্ষ্য। চৰাইৰ মাত শুনিলে তেওঁৰ অন্তৰ আকুল হৈ পৰে। সেই মাতত তেওঁ যেন পূৰ্ব্ব জন্মৰ কিবা কিছুমান অস্পষ্ট স্মৃতিৰহে অনুসন্ধান পায়। জীৱনৰ আগছোৱাত কেতিয়াবা তেওঁ নদীৰ পাৰে পাৰে ফুৰি সৰু বালিমাহী চৰাইবোৰ উৰি ফুৰা দেখিও মনত নতুন আনন্দ আৰু প্ৰেৰণা পাইছিল। কেতিয়াবা নদীৰ গৰাত বহি ঝাও গছৰ মাজেদি অহা বতাহৰ সোঁ-সোঁৱনি শুনি থাকোঁতে নৈৰ ওপৰেদি বগা মালা এধাৰিৰ দৰে উৰি যোৱা ৰাজহাঁহবোৰ দেখি কিবা এক অজান আনন্দত তেওঁ আপোন পাহৰা হৈছিল। এইবোৰৰ স্মৃতিব্যঞ্জক উল্লেখ তেওঁৰ কবিতাবোৰত সিচঁৰতি হৈ আছে।

চৰাইবোৰৰ মাজতো যেন 'কেতেকী' তেওঁৰ অধিক চিনাকি, অধিক মৰমৰ আৰু অধিক আপোন। মাজ নিশা কেতিয়াবা কেতেকীৰ করুণ কণ্ঠস্বৰ শুনিবলৈ পালে এতিয়াও তেওঁৰ অন্তৰ ব্যথাৰে উপচি পৰে। তেওঁ নিজেই কয়—'বাস্তৱতে কেতেকীৰ এই মাতে মোক যি ধৰণে চঞ্চল কৰি তোলে আৰু আন একোৱে তেনে কৰিব নোৱাৰে।' এনে এটি আৱেগপূৰ্ণ স্মৃতিকে লৈ 'সাদৰী'ৰ 'কেতেকী চৰাই' নামৰ কৱিতাৰ জন্ম আৰু



এই 'কেতেকী চৰাই' কৱিতাই পিছত গৈ 'কেতেকী' নাম লোৱা কেতেকী কাব্যৰ উৎস স্বৰূপ। কৱিয়ে প্ৰাণ খুলি যেন প্ৰকশি কৰিছে যে কেতেকীৰ লগত তেওঁৰ নিজৰ প্ৰাণো সাঙোৰা আছে।

কলিকতালৈ যাওঁতে কৱিয়ে তাৰ বাগিচাবোৰত বিধেবিধে গোলাপ ফুল ফুলি থকা দেখি তেনেই মুগ্ধ হৈছিল। সেই গোলাপ ফুলবোৰৰ ভিতৰতো এবিধ গোলাপ আছিল বৰ ডাঙৰ জাতৰ। সেই গোলাপ হেনো পাৰস্যৰপৰা ছাৰ ৱাল্টাৰ স্কট চাহেবে নি ইংলণ্ডত ৰুইছিল আৰু তাৰেই কলম আনি মেকলে চাহেবে কলিকতাৰ ডেলহাউচি স্কোৱাৰত ৰুইছিল। এই জাতৰ গোপালৰ নামেই হৈ পৰিছিল 'ছাৰ ৱাল্টাৰ স্কট গোলাপ।' কৰি চৌধাৰীয়ে এই ধুনীয়া গোলাপৰ সঁচ নিজ বাগিচালৈ অনাৰ লোভ সামৰিব নোৱাৰিলে। তেওঁ পাঁচ টকা দি তাৰে কলম এটা আনি যত্নেৰে নিজৰ বাগিচাত ৰুইছিল। তাত মাত্ৰ সাতপাহ ফুল ফুলিছিল। সেই আপুৰুগীয়া গোলাপ ফুলকে উদ্দেশ্য কৰি তেওঁ সাদৰীৰ 'গোলাপ' কৱিতা লিখে। নিজে ৰোৱা ছাৰ ৱাল্টাৰ স্কট গোলাপত ফুল ফুলিবলৈ ধৰাত কৱিৰ মনত যি ভাৱৰ থৌকি-বাথৌ লাগিছিল, সেয়ে গোলাপ কৱিতাৰ মূল বস্তু।

'ভেঁট কলি' কৱিতাৰ সমল কৱিয়ে পাইছিল জীৱনৰ সোণাময় শৈশৱ কালতে। ক্ষেত্ৰি-হাৰদিয়া গাঁৱত থকা কালত এদিন তেওঁ সেই গাঁৱৰে তিনিজন মানুহৰ লগত নাৱত উঠি ওচৰৰে গাঁও এখনলৈ ধান আনিবলৈ গৈছিল। তেতিয়া আছিল বাৰিষা কাল। ৰাতি চাৰিও জনে খাই বৈ উঠি যাত্ৰা আৰম্ভ কৰিছিল। সেই দিনা আছিল ফৰিংফুটা জোনাক ৰাতি। নাও গৈ বিলৰ দৰে এখন বহল জলাশয়ত ওলাল। তাৰ পানী অৱশ্যে বৰ দ নাছিল। ঠাইখিনি আছিল নিজান। পানীত হাজাৰ বিজাৰ মকুৰা ফুলি আছিল আৰু তাৰ মৃদু সৌৰভত ঠাইডোখৰ তেনেই আমোল-মোলাই আছিল। ফুলবোৰ দেখি এনেহে ভাব হৈছিল যেন চাৰিওফালে এখন ধুনীয়া ফুলৰ শয্যাহে সজোৱা আছে। তাৰ ওপৰেদিয়ে নাও গৈ থাকিল। কৱিৰ কোমল অন্তৰত প্ৰকৃতিৰ সেই নয়নাভিৰাম দৃশ্য

অঙ্কিত হৈ ৰ'ল। তাৰে বহুত দিন পিছত গুৱাহাটীত থাকোঁতে সেই স্মৃতিকে লৈ তেওঁ 'ভেঁট-কলি' কৱিতা লিখিছিল। কৱিৰ মানত ভেঁট ফুল বিলৰ মাজত থকা অযত্ন-পালিতা কন্যা স্বৰূপা আৰু তাক বিধিয়ে তাহানি কৰি কালিদাসৰ উমাক সৃষ্টি কৰাৰ দৰে 'মৰতৰ শোভাৰাশি একেলগে যেন—সৰজিলে বিধি নিজানত।'

'গছৰ পাত' কৱিতাটোও কৱিৰ যৌৱন কালতে লিখা। নৈৰ পাৰেদি ফুৰিবলৈ যাওঁতে এদিন তেওঁ ডেপুটী কমিছনাৰ চাহাবৰ অফিচৰ ওচৰত থকা গছ এজোপাৰ পকা পাতবোৰ আলিৰ দাঁতিত দ'ম হৈ পৰি থকা দেখি আহি এই কৱিতাটো লিখিছিল। কৱিয়ে গছৰপৰা পাত সৰি তলভৰি থকা দৃশ্য যে সেই দিনাহে দেখিছিল এনে নহয়, অইন দহজনে দেখাৰ দৰে তেৱোঁ আগতে অনেকবাৰ দেখিছিল। সেইদিনাৰ সেই দৃশ্যটোৱে কিন্তু কৱিৰ মনত এনেভাৱে খুন্দিয়াবলৈ ধৰিলে যে, সেই নিশা খোৱা-বোৱাৰ পিছত কৱিতাটো লিখি মনটো পাতল নকৰালৈকে তেওঁৰ টোপনি অহা নাছিল।

'বশিষ্ঠাশ্ৰম' কৱি চৌধাৰীৰ অন্যতম শ্ৰেষ্ঠ কৱিতা। বশিষ্ঠাশ্ৰমৰ লগত কৱিৰ অতীত জীৱনৰ অনেক স্মৃতি বিজড়িত হৈ আছে। খোজ কাঢ়ি বা ঘোঁৰা গাড়ীত উঠি বশিষ্ঠলৈ যোৱা সেই কালত এটা অতিশয় আনন্দকৰ কাম আছিল। কিন্তু অকলে কেৱে তেতিয়া বশিষ্ঠলৈ যাবলৈ সাহ নকৰিছিল, কেইবাজনো লগ হৈ খোজ কাঢ়ি বা ঘোঁৰা গাড়ীতহে গৈছিল। সেইদিনা কৱিয়েও তেওঁৰ শৈশৱৰপৰা শুনি থকা মনোৰম বশিষ্ঠাশ্ৰমলৈ গৈ তাত চাৰিজন সঙ্গীৰে সৈতে বালিভাত খাবলৈ মন মেলিলে। সেই বছৰটো আছিল ১৮৯৯ চন, উনবিংশ শতিকাৰ শেষ বছৰ। কৱি চৌধাৰীয়ে স্কুল এৰি বালিকা স্কুলৰ প্ৰধান শিক্ষকৰ কাম গ্ৰহণ কৰিছিল মাথোন। শ্ৰীগৌৰী দত্ত মিশ্ৰ বিদ্যাভূষণ, জগন্নাথ বুজৰবৰুৱা, মাটিৰাম দাস (তেতিয়াৰ ডি, আই অফিচৰ কেৰাণী আৰু সাহিত্যিক) আৰু কৱি চৌধাৰী এই চাৰি বন্ধুৱে ঘোঁৰা গাড়ী এখন যোগাৰ কৰি ললে। আটায়ে ঘোঁৰা গাড়ীত উঠি বশিষ্ঠাশ্ৰম পালেগৈ। বশিষ্ঠাশ্ৰমত গাড়ী



এৰি চাৰিও ডেকা বন্ধুৱে আশ্ৰমৰ দৃশ্যাৱলী চাই ফুৰিবলৈ ধৰিলে। আটাই কেইজনে, বিশেষকৈ কৱি চৌধাৰীয়ে ভোক-পিয়াহ তেনেই পাহৰিলে। প্ৰকৃতিৰ মনোৰম দৃশ্যই তেওঁক তেনেই আপ্লুত কৰিলে। সন্ধ্যাললিতাকান্তাৰ কুলু কুলু সুৰে তেওঁৰ কৱি-প্ৰাণ এনেদৰে মুহি পেলালে যে নিজৰাৰ পাৰৰ শিলাখনত বহি তাৰপৰা তেওঁ নুঠায়ে হ'ল। তলত নিজৰাৰ অপূৰ্ব্ব ধ্বনি, ওপৰত কলকণ্ঠ বিহগৰ সুমধুৰ সঙ্গীত। মাজে মাজে বতাহৰ বৈ বৈ বাজি উঠা সোঁ-সোঁৱনি শব্দ। সকলোৰে সমস্বৰত ঠাইডোখৰ এখন অৱৰ্ণনীয় দেৱভূমিত পৰিণত হৈছিল। এনে পৰিৱেশত থাকি কৱিৰ মনলৈ আহিল হাজাৰ হাজাৰ বছৰৰ আগৰ বশিষ্ঠ নামৰ সৌম্য মূৰ্ত্তিৰ সেই ত্ৰিকালজ্ঞ ঋষিজনাৰ কথা। তেৱেঁই সেই ঠাইত পোনতে আশ্ৰম পাতিছিল। পিছত বেলি লহিওৱাত আটাই কেইজনে কুণ্ডত অৱগাহন কৰি নিজৰাৰ পাৰত বালিভাত খালে। চকা পাটত বহাৰ আগে আগে আনন্দাপ্লুত অন্তৰেৰে মাটিৰাম আদি তিনি বন্ধুৰ লগত কৱি চৌধাৰীও ঘৰলৈ উভতিল।

ৰাতি খাই-বই উঠি আগৰ দৰে সেইদিনাও কৱি গৈ নিজৰ সৰু বিছনাখনত উঠিল যদিও তেওঁৰ একোপধ্যে টোপনি নাহিল। বশিষ্ঠাশ্ৰমত দেখি অহা দৃশ্যবোৰে তেওঁৰ মানস চকুৰ আগতে লয়লাসেৰে নৃত্য কৰিবলৈ ধৰিলে। ঢোল-তাল-পেঁপা-কালিৰ মাতৰ কোৰ্হালত উজাগৰে ৰজনী কটাই বিয়া চাই অহা আলহীৰ কাণত গান-বাজনাৰ শব্দ টোপানিতো বাজি থকাৰ দৰে তেওঁৰো কাণত বাজিবলৈ ধৰিলে—সন্ধ্যাললিতা-কান্তাৰ কুলু-কুলু সঙ্গীত, বিবিধ বন্য বিহগৰ বিনন্দীয়া সুৰ, বতাহৰ সোঁ-সোঁৱনি ধ্বনি আৰু চতুৰ্দ্দিশ মুখৰিত কৰি অহৰহ বাজি থকা জলপ্ৰপাতৰ হৰ্ হৰ্ গৰ্ গৰ্ শব্দ। অপ্ৰকাশৰ কিবা এটা বেদনাই তেওঁক তেনেই বিহ্বল কৰি তুলিলে। তেওঁ আৰু বিছনাত থিৰেৰে থাকিব নোৱাৰিলে। উঠি বহিল। চাকি জ্বলাই ললে। ৰাতিও তেতিয়া গহীন আৰু নিস্তব্ধ হৈ পৰিছিল। তেওঁৰ মনটোৱেও

তেতিয়া প্ৰকাশ বিচাৰি তোলপাৰ লগাইছিল। মনৰ সেই অস্থিৰতা চম্ভালিব নোৱাৰি তেওঁ তেতিয়া অতৰ্কিতেই এ টুকুৰা কাগজ লৈ পেঞ্চিলেৰে কিবাকিবি লিখিবলৈ ধৰিলে। পেঞ্চিলৰ আঁচত ফুটি উঠিল— "হে পথিক! জুৰোৱাহি তাপিত জীৱন", ইত্যাদি বশিষ্ঠাশ্ৰম কৱিতা। এই বশিষ্ঠাশ্ৰম দৰ্শনৰ কথা উল্লেখ কৰি কৱিয়ে নিজে কৈছে— 'কবলৈ গলে প্ৰকৃতিৰ লগত খুব গাঢ়ভাৱে সেইদিনাৰপৰাই মোৰ মনৰ সম্বন্ধ স্থাপিত হয়। শৈশৱৰ অৰ্দ্ধবিস্মৃত আৱেগ আৰু স্মৃতি বিজড়িত অভিজ্ঞতাবোৰ যেন সঁচাকৈয়ে সেইদিনাই পুনঃ মোৰ মনত দ্বিতীয় বাৰৰ কাৰণে পোনতে সজাগ আৰু মূৰ্ত্তিমান হৈ উঠিছিল।'

১৯০৩ চনৰ কথা। সেই সময়ত দুৰ্গেশ্বৰ শৰ্ম্মাদেৱ কলিকতাৰ কলেজত পঢ়ে। তেতিয়া নুকুল হুছেইন হাজৰিকা আৰু তেওঁ দুয়ো আছিল কলিকতাৰ এ-এছ-এল ক্লাবৰ যুটীয়া সম্পাদক। তেওঁলোকে কাকতে-পত্ৰই জাননী দিলে যে সেই বছৰত ক্লাবৰপৰা অসমীয়া শ্ৰেষ্ঠ চুটি গল্প, কৱিতা ৰচনা আৰু উপন্যাসত উপযুক্ত পুৰস্কাৰ দিয়া হ'ব। জাননীয়ে আহি গুৱাহাটীত প্ৰতিধ্বনি তুলিলে। শৰৎচন্দ্ৰ গোস্বামীয়ে সেই বছৰ গুৱাহাটীৰ কটন কলেজত নাম লগাইছিল। তেওঁ কৱি চৌধাৰীৰ ঘৰলৈ আহি এদিন কলে—'আপুনি এনে কিবা এখন জাননী দেখিছে নে? সেই বিষয়ে কিবা কৰিছে নেকি?

কৱিয়ে স্বভাৱগত সুৰত উত্তৰ দিলে—'জাননী দেখিছোঁ। পিছে মইনো কিহৰ যোগ্য? 'জোনাকী'ৰ দুৰৱস্থাই মোক হতশাত বুৰাই থৈছে।' গোসাঁয়ে কলে—'নহয়, জোনাকীৰ কথা ইয়াৰ লগত নাসাঙুৰিব। আপুনি কিবা এটা কৱিতা লিখক,—লিখিবই লাগিব। ময়ো এটা গল্প লিখিম; দুয়ো পঠিয়াম। পালে পুৰস্কাৰ পালোঁ. নাপালেওনো আমাৰ ক্ষতি কি?'

যথাসময়ত গোসাঁয়ে তেওঁৰ গল্প আৰু কৱি চৌধাৰীয়ে কৱিতা পূৰ্ব্বৰ বন্দবস্ত মতে পঠালে। চৌধাৰীৰ কৱিতা আছিল 'শ্ৰীশঙ্কৰদেৱ।' নিৰ্দ্দিষ্ট সময়ত খবৰ ওলাল কৰি চৌধাৰী কৱিতাৰ প্ৰতিযোগিতাত প্ৰথম,



শৰৎচন্দ্ৰ গোস্বামী চুটি গল্পৰ প্ৰতিযোগিতাত প্ৰথম আৰু শ্ৰীগৌৰীকান্ত তালুকদাৰ 'স্ত্ৰীশিক্ষা' বিষয়ৰ ৰচনাত প্ৰথম হৈছে। কৱি চৌধাৰীয়ে প্ৰমথনাথ চৌধুৰীৰ 'পদ্মা' কাব্যখন আৰু ৰূপ ত্ৰিশ টকা পুৰস্কাৰ লাভ কৰিছিল।

'নৈৰ বুকুত' কৱিতাও কৱিৰ শৈশৱৰ জীৱনৰ স্মৃতিবাহী কৱিতা। বৰলীয়া নৈৰ পানীত কৱিয়ে শিশুকালত নাদুৰি-সাতুৰি আনন্দ উপভোগ কৰিছিল। এই নৈৰ বুকুৰ বহল জলাশয়ত সৃষ্টি হোৱা সূৰ্য্যোদয় আৰু সূৰ্য্যাস্তৰ দৃশ্য অতি মনোৰম হৈ উঠে। আকাশেদি দীঘল বিং দি গীত গাই উৰি যোৱা বিহগৰ করুণ সঙ্গীত আৰু তলৰ পানীত সূৰ্য্যাস্তৰ সোণোৱালী ছবি। তাৰেই অবিস্মৰণীয় স্মৃতি লৈ কৱিয়ে এই কৱিতা ৰচনা কৰিছিল।

'বণিজৰ কথা' কৱিতা কৱিৰ 'মনাই বৰাগী' নামৰ কৱিতাৱলীৰ অন্যতম কৱিতা। এই শ্ৰেণীৰ পাঁচোটা কৱিতাৰে 'মনাই বৰাগী' নামে কৱিতাৰ পুথি এখন ৰচনা কৰিবলৈ কৱিয়ে পৰিকল্পনা কৰিছিল। এই কৱিতাবোৰে ৰূপকৰ মাজেদি কৱিৰ অতীত জীৱনৰ একো একো অধ্যায়ৰ চিত্ৰ আৰু জীৱনদৰ্শন দাঙি ধৰে। 'বণিজৰ কথা' কৱিতাতো কৱিয়ে জীৱনৰ বিফল বণিজ যাত্ৰাৰ কথা সুন্দৰভাৱে বৰ্ণাইছে।

চৌধাৰীৰ বিখ্যাত কৱিতাৰ পুথি কেতেকীৰ অন্তৰালতো চমকপ্ৰদ কাহিনী আছে। ১৯১৫ চন মানৰ কথা। কৱি চৌধাৰী তেতিয়া তেওঁৰ বোন্দাৰ খাটত। গুৱাহাটী চহৰৰপৰা ৬।৭ মাইল পূৱে সেই বোন্দাৰ খাট। তাত মিকিৰ কছাৰী আদি জনজাতীয় লোকসকলৰ বসতি।

কেতেকী

চৌধাৰী তেওঁলোকৰ পুৰণিকলীয়া সম্পত্তি সেই খাট-খনলৈ মাজে সময়ে যায় আৰু তাতে কেতিয়াবা একেৰাহে কেইবা মাহ থাকি মাটিবাৰী চলায় আৰু নিজহাতে শাক পাচলিৰ খেতি কৰে। স্কুলত কাম কৰা দিনতো তেওঁ বন্ধ পালেই চহৰৰ হাই উৰুমিৰপৰা আঁতৰত থকা আশ্ৰম-সদৃশ এই খাটত থাকিবলৈ লৈছিল। তেতিয়া আছিল ফাগুন নে চ'ত মাহ। এদিন আবেলি চৌধাৰীয়ে

পানী আনিবলৈ বুলি খাটৰ বহাৰপৰা অলপ দূৰত থকা নিজৰা এটালৈ গৈছিল। কেইখোজমান গৈয়ে তেওঁ এটা চিনাকি বুঢ়া মিকিৰ মানুহক লগ পালে। দুয়ো তাতে থিয় হৈ অলপ পৰ কথা পাতিলে। সেই কথা পতা ঠাই ডোখৰৰ অলপ দূৰতে এজোপা প্ৰকাণ্ড ঢোপ গছ আছিল। তাৰে কাষত হঠাৎ ধপহকৈ কিবা এটা পৰাৰ দৰে শব্দ হ'ল। দুয়ো চক্ খাই উঠিল। বুঢ়া মিকিৰজনে তাত যেন কিহবাৰ সঁহাৰিহে পালে। তেওঁ কথা সাং কৰি পোনেই কলে—'দেউতা, আৰু কথা নাপাতো। আপুনি অতি শীঘ্ৰে পানী লৈ ঘৰলৈ যাওঁক। এই অলপ পিছতে ধুমুহা আহেহে লাগে। সৌ পশ্চিমৰ পিনে চাওকচোন, কুলিৰ ডিমাৰ দৰে আকাশখন কেনেকৈ ক'লা পৰি আহিছে। গছ-বিৰিখৰ পাতবোৰ দেখিছে নে? এটা পাতো ক'তো লৰা নাই। শহা-পহুৱে কাণ থিয় কৰাৰ দৰে কৰি ভয়ত একে থিৰে আছে। এইটো বতাহ-বৰষুণৰ আগ জাননী। আজি বৰ ডাঙৰ ধুমুহা আহিব। আপুনি যাওক— ময়ো আহিলোঁ' বুলি বুঢ়া গুচি গ'ল; চৌধাৰীয়েও কান্ধত একলহ পানী তুলি লৈ বেগাই ঘৰলৈ উভতিল।

তেওঁ ঘৰ পোৱাৰ অলপ পিছতে বতাহ-বৰষুণ হো-হোৱাই আহিল। চৌধাৰীয়ে তেতিয়া গৈ ভাত ৰান্ধিবলৈ জুই ধৰিছিলহে মাত্ৰ। প্ৰকৃতিৰ এনে প্ৰলয়ঙ্কৰী মূৰ্ত্তি দেখি তেওঁ তেনেই পেপুৱা লাগিল আৰু আখাৰ তলৰ জুই নুমাই থৈ বিছনাত উঠিলহি। উঠিলেও কিন্তু ৰক্ষা ক'ত? চাওঁতে চাওঁতে বিজুলী ঢেৰেকানিৰে প্ৰচণ্ড ধুমুহা আহিল। বতাহৰ হো-হোৱনি, বিজুলীৰ চিকিমিকি, মেঘৰ গৰ্জ্জন আৰু ঢেৰেকনিৰ কাণ তাল মৰা শব্দ ক্ৰমাৎ বাঢ়িবলৈহে ধৰিলে। ওচৰৰ গছ-গছনিবোৰ হুৰহুৰকৈ ভাগি পৰাৰ শব্দ শুনা গল। মাজে মাজে চৰাই চিৰিকতি-বোৰেও আতঙ্কত চিঁ চিয়ঁাবলৈ ধৰিলে। বতাহৰ হেঁচা একোটাত একো একোবাৰ চৌধাৰী থকা ঘৰটোও কেৰ-কেৰাই, মেটমেটাই উঠে। একোবাৰ বতাহৰ ছাটিত চাল উৰি যাব খোজে। তেওঁ ত্ৰাহি মধুসূদন স্মৰি বিছনাৰপৰা নামি চালপীৰাৰ তলত পেট পেলাই পৰিল। ভয়ত



জীউ উৰি গ'ল। এইদৰে প্ৰকৃতিৰ তাণ্ডৱ লীলা বহুত পৰলৈ চলি থাকিল।

এই অৱস্থা প্ৰায় মাজ নিশালৈ একেৰাহে চলিল। তাৰ পিছত বতাহৰ হো-হোৱনি ক্ৰমে কমি আহিল আৰু বৈ বৈ চলিবলৈ ধৰিলে। কৱিৰ প্ৰাণ তেতিয়াও কণ্ঠাগত। এনে দুৰ্ঘোৰ সঙ্কটৰ সময়ত বতাহৰ খন্তেকীয়া বিৰামখিনিত মাজে মাজে তেওঁৰ কাণত পৰিবলৈ ধৰিলে 'অ' কেতেকী, অ' কেতেকী।' তেওঁৰ মনলৈ যেন সাহস আহিল। অন্তৰীক্ষৰপৰা কোনো অশৰীৰী দেৱ-দূতেহে যেন তেওঁক তেনেকৈ নিৰ্ভয় আৰু আশাৰ বাণী শুনাবলৈ ধৰিলে। বতাহৰ হো-হোৱঁনিৰ মাজেদি সেই শব্দ তেওঁ যেন কেতিয়াবা স্পষ্টকৈ শুনে, কেতিয়াবা আকৌ নুশুনে। ওচৰাউচৰিকৈ থকা দুখন পৰ্ব্বতৰপৰা দুটা চৰায়েহে যেন তেনেকৈ মাতিছে এনে ধ্বনি-প্ৰতিধ্বনি উঠিছিল। কাল-নিশা প্ৰলয়ৰ ঘন-ঘোৰ আৰু ধুমুহাৰ আস্ফালন ভেদ কৰি অহা এই ধ্বনি প্ৰতিধ্বনিয়ে কৱিৰ অন্তৰত আশা আৰু আনন্দৰ পুলকৰ সঞ্চাৰ কৰিলে। মৃত্যু-ভয় তেওঁৰ অন্তৰৰ পৰা লাহে লাহে অন্তৰ্হিত হল। কিহবাই যেন তেওঁক কাণে কাণে কলেহি—'ভয় নাই, ভয় নাই, ধ্বংসৰ মাজতো জগতত সৃষ্টিৰ সুৰ বাজি থাকে।' তেওঁৰ মনৰ দুৰ্ব্বলতা আঁতৰি গ'ল। কেতেকীৰ সেই "অ' কেতেকী, অ' কেতেকী" সুৰে তেওঁক সঞ্জীৱনী শক্তি দান কৰিলে। তেওঁৰ মনত প্ৰত্যয় উপজিল কেতেকী চৰাই নহয়, কেতেকী দেৱ-দূত, কেতেকী জগতৰ শান্তিদূত।

ধুমুহা গ'ল। প্ৰকৃতিয়ে আকৌ শান্ত মূৰ্ত্তি ধাৰণ কৰিলে। অষ্টমীৰ জোন আহি পূব আকাশত দেখা দিয়াৰ লগে লগে এটা অবৰ্ণনীয় অনাবিল আনন্দই কৱিৰ মনত তোলপাৰ লগাবলৈ ধৰিলে। ধুমুহা যোৱাৰ কিছুপৰ পিছলৈও কেতেকীৰ বিননি শুনা গৈছিল। ক্ৰমে ক্ৰমে সিও কিন্তু নিজম প্ৰকৃতিৰ সুশীতল বুকুত মাৰ গ'ল। কোনোবা নিপুণ যাদুকৰে সুহুৰি মৰাৰ লগে লগেহে যেন তেওঁৰ ভোজবাজী আঁতৰি গ'ল আৰু প্ৰকৃতিয়ে সৌম্য মূৰ্ত্তি ধাৰণ কৰিলে। কৱিৰ সেইদিনা আৰু ভাত

ৰন্ধা নহ'ল। জা-জলপান কিবা অলপ খাই তেওঁ শুই থাকিল। কিন্তু শুলে জানো টোপনি আহিব? মনৰ মাজত তেওঁ পুনঃ কেতেকীৰ করুণ বিননি শুনিবলৈ ধৰিলে। নানা ভাৱে আহি জুমুৰি দি ধৰি তেওঁক তেনেই আকুল কৰি তুলিলে। চাকি জ্বলাই লৈ তেওঁ টুকুৰা কাগজত কেতেকীৰ বিননিটোকে কৱিতাত ৰূপ দিবলৈ লাগি গ'ল। ওৰে ৰাতি খাটি তেওঁ কৱিতা লিখিলে। ৰাতিপুৱা তেওঁ সেই কৱিতা আকৌ পঢ়ি চালে। তেওঁৰ মনত এনে অনুমান হ'ল যেন তেওঁ যি কৱিতা লিখি উলিয়ালে, সি তেওঁ লিখিব খোজা কৱিতাৰ ওচৰ চাপিবই নোৱাৰিলে। তেতিয়া তেওঁ বেজাৰত সেই কৱিতাটো ফালি পেলালে। বিফলতাৰ বেদনাত চকু তেওঁৰ চলচলীয়া হ'ল। কেতেকী সঁচাকৈয়ে জানো এটা চৰাই, নে ই এটা স্বৰহে মাত্ৰ? ই বাস্তৱ জগতৰ জীৱন্ত বস্তু নে হাতেৰে ঢুকি নোপোৱা এটা আদৰ্শহে? ইত্যাদি এশ এটা প্ৰশ্নই কৱিক ব্যাকুল কৰি তুলিলে। কেতেকী তেওঁৰ কাৰণে এতিয়া এটা বিৰাট প্ৰহেলিকা হৈ পৰিল। চাৰিওফালে তেওঁ কেতেকীৰ মাত শুনিবলৈ ধৰিলে। চৰাইটোৰ চিন্তাই তেওঁৰ সমস্ত মন-প্ৰাণ অধিকাৰ কৰিলে। সেই চিন্তাত তন্ময় হৈ থাকিয়ে তেওঁ আনন্দ লভিবলৈ ধৰিলে। এইদৰে প্ৰায় এবছৰ পাৰ হ'ল।

তাৰ পিছত তেওঁ আকৌ এদিন নিৰলে বহি কেতেকীৰ বিষয়ে লিখিবলৈ কাপ তুলি ললে। এইবাৰ বিধি তেওঁৰ প্ৰতি সুপ্ৰসন্ন হ'ল। কাব্যৰ অধিষ্ঠাত্ৰী দেৱীৰ কৃপাদৃষ্টি তেওঁৰ ওপৰত পৰিল। কাপ অবিৰাম চলিবলৈ ধৰিলে,

'ক'ৰপৰা তই আহিলি সোণাই,
কোন দিশে যাব উৰি ;
কিয়নো ফুৰিছ দূৰ দূৰণিত,
অকলই ঘূৰি ঘূৰি।' বুলি তোলা প্ৰশ্নতে আৰম্ভ

হৈ কৱিতা গহীন গম্ভীৰ গতিত তৰঙ্গায়িতভাৱে দীঘল হৈ যাবলৈ ধৰিলে। এসপ্তাহমানৰ ভিতৰতে পাঁচোটা তৰঙ্গত বিভক্ত হৈ সি শেষ হৈ ওলাল।



এইবাৰ পুনঃ পঢ়ি চাই কৱিয়ে তৃপ্তি লভিলে। চৰাই-কেতেকী এইবাৰ কৱিৰ মনৰ কাব্য-কেতেকীলৈ যথাযথভাৱে ৰূপান্তৰিত হ'ল। 'কেতেকী' কাব্য লিখি নিজৰ আনন্দত নিজে বিভোৰ হৈ কৱিয়ে ভালেমান দিন তাক কাকো নেদেখুৱাকৈ ৰাখিলে। পিছে কথাপ্ৰসঙ্গত এদিন তেওঁ তেওঁৰ অন্তৰঙ্গ বন্ধু দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্ম্মাক কাব্যখনৰ কথা কলে। শৰ্ম্মা তেতিয়া 'চেতনা'ৰ সম্পাদক, গুৱাহাটীত ওকালতি কৰে। তেওঁ পঢ়ি চাই বৰকৈ বখানি কলে, এ-এছ-এল ক্লাবত কৱিতাটো এদিন পঢ়িলে ভাল হব। কৱিৰ সন্মতি লৈ তেওঁ নিজেই কষ্ট স্বীকাৰ কৰি ক্লাবৰ এটা বিশেষ অধিবেশন নবীন বৰদলৈ হলত (তেতিয়াৰ কাৰ্জ্জন হলত) পাতিলে। সাহিত্যামোদী সমজুৱাসকলক তাতেই প্ৰথমে 'কেতেকী' পঢ়ি শুনালে শ্ৰীমহেন্দ্ৰনাথ ডেকা ফুকনদেৱে। ক্লাবৰ সভ্য-সকলে কাব্যখন ইমান ভাল পালে যে তাক ক্লাবৰপৰাই ধন তুলি ছপাবলৈ স্থিৰ কৰিলে। কৱি চৌধাৰীয়ে ক্লাবৰপৰা সেই উদ্দেশ্যে ধন নললে আৰু শেষত পাণবজাৰৰ কমল এজেন্সিৰপৰা প্ৰসন্ননাৰায়ণ চৌধাৰীয়ে তাক পোনতে ছপাই উলিয়ালে। প্ৰথম তাঙৰণত কেতেকীৰ পাতনি লিখিছিল দাৰ্শনিক কৱি দুৰ্গেশ্বৰ শৰ্ম্মাদেৱে। তাত তেওঁ পুৰুষ-প্ৰকৃতিৰ সম্বন্ধ বিশ্লেষণ কৰি 'কেতেকী'ৰ দাৰ্শনিক ব্যাখ্যা এটা দাঙি ধৰিবলৈ যত্ন কৰিছিল। তাৰে কিছু দিনৰ পিছত 'চেতনা' কাকতত 'কেতেকী'ৰ এটা দীঘল সমালোচনামূলক প্ৰবন্ধ প্ৰকাশ হল। প্ৰবন্ধটোত লিখকৰ নাম ধাম একো নাছিল। পিছত জানিব পৰা গল প্ৰবন্ধটোৰ লিখক ডঃ বাণীকান্ত কাকতিদেৱ। কাব্যখনৰ দ্বিতীয় তাঙৰণত কাকতিৰ সেই প্ৰবন্ধটোকে পাতনি স্বৰূপে সন্নিবিষ্ট কৰা হয়।

এইখিনিতে উল্লেখ কৰিব পাৰি যে 'কেতেকী'ক কামৰূপ আৰু মঙলদৈত 'বৌ-কাকা-ক'ত' চৰায়ো বোলা হয়। এই অঞ্চলৰ জনপ্ৰবাদ— সৃষ্টি ধ্বংস হবৰ সময়ত যেতিয়া প্ৰলয় উপস্থিত হয়, তেতিয়া দূৰলৈ যোৱা ককায়েক ঘূৰি ঘৰ নাপালেহি। ভায়েকে ককায়েকৰ চেনেহত পমি গৈ বৌৱেকক 'বৌ-কাকা-ক'ত' বুলি সঘনে সুধি সুধি চিঞৰি

থাকোঁতেই প্ৰলয় জলত পৃথিৱীখন তল গ'ল। নতুন সৃষ্টিত দ্বিতীয়বাৰ আকৌ চৰাই হৈ জন্ম লৈও ভায়েকে পূৰ্ব্বৰ দৰে সেই 'বৌ-কাকা-ক'ত' বুলিয়ে চিঞৰি ফুৰিবলৈ ধৰিলে। এয়ে 'কেতেকী' চৰাইৰ সংক্ষিপ্ত কিম্বদন্তি। 'কেতেকী' কাব্যতো কৱিয়ে বিৰহৰ ইঙ্গিত নিদিয়াকৈ থকা নাই—'কাৰ বিৰহত বিৰহিণী তোৰ, গইছে হৃদয় পমি ?'

কৱিৰ আন এখনি বিখ্যাত কাব্যগ্ৰন্থ 'কাৰবালা'ৰ গুৱিকথা স্থানান্তৰত বিবৰি কোৱা হৈছে। সেই কাৰণে এই আলচত কোনো কথা কোৱা নহল।

কৱি চৌধাৰীদেৱৰ অন্যতম কৱিতাৰ পুথি 'দহিকতৰা' তেওঁৰ 'কেতেকী'ৰ দৰে এটা দীঘলীয়া চৰাই-কৱিতা নহয়, ই বিবিধ বিষয়ৰ পঁচিশটা কৱিতাৰ এধাৰি মালা। প্ৰথম কৱিতাটোৰ নাম 'দহিকতৰা' বাবে বিহগপ্ৰেমী বিহগী কৱিয়ে কিতাপখনৰ নাম 'দহিকতৰা' দিছে। গুৱাহাটীৰ 'একতা সভাৰ'পৰা ই প্ৰথমে প্ৰকাশ হয় আৰু ডঃ বাণীকান্ত কাকতিদেৱে তাৰ পাতনি লিখি দিয়ে। ইয়াৰো অনেক কৱিতাৰ জন্ম-কাহিনী কৱিৰ ব্যক্তিগত জীৱনৰ কিছুমান ঘটনাৰ লগত সংশ্লিষ্ট হৈ আছে। সেইবোৰৰ দুই এটা আভাস দিয়া হ'ল।

দহিকতৰা

পোনতে 'দহিকতৰা'ৰ কথাকে কোৱা যাওক। 'কেতেকী'ৰ দৰে দুৰ্য্যোগৰ মাজেদি ইয়াৰ সৃষ্টি হোৱা নাছিল। তেতিয়া সেই সময়তো কৱি আছিল বীৰকুছিৰ খাটত, কোনোবা এবছৰ বহাগ নে জেঠ মাহত। সেই দিনা কৱি গৈছিল দুপৰীয়া নিজৰাত গা ধুবলৈ। নিজৰাৰ ওচৰ পাবলৈ তেতিয়াও অলপ দূৰ বাট আছিল। এনেতে কিবা এটা নতুন চৰাইৰ মাত কৱিৰ কাণত পৰিল। সেই সুৰ, সেই মাত তেওঁ আগতে শুনা নাছিল। মাতটো শুনি তেওঁ তেনেই মুগ্ধ হ'ল। চৌধাৰীদেৱৰ থকা বহাটোৰ পশ্চিমফালে এখন পথাৰ আৰু তাৰ সিমূৰে এখন বিল। নিচেই ওচৰত কোনো মানুহ-দুনুহ নাই। সেই সময়ত বিলত অসংখ্য পদুম ফুলি আছিল। এনে নিৰলাত চকুত



নপৰা কোনো নতুন চৰাইৰ সুললিত সুৰ শুনি কৱিৰ মন পুলকিত হোৱা দেখি আচৰিত হবলগীয়া একো নাই। চৰাইটোৰ মাত অনুসৰণ কৰি কৰি আগুৱাই গৈ থাকিল। তেওঁ মাতটো শুনে; কিন্তু সেই মাত ঠিক ক'ৰপৰা আহিছে গম ধৰিব নোৱাৰে। পথাৰৰ কাষত অ'ত ত'ত দুই এজোপা সোণাৰু আৰু এজাৰ গছ আছিল। গছবোৰত তেতিয়া ফুল ফুলিবলৈ ধৰিছিল। তেওঁ গীত গোৱা চৰাইটোৰ মাত অনুসৰণ কৰি আগবাঢ়ি গৈয়ে থাকিল। মাতটো তেওঁ ওচৰতে শুনিলে; কিন্তু মাত মতা চৰাইটো হলে দেখা নাপালে। দিনদুপৰীয়া এনে মায়াৰ ফান্দত পৰি কৱিয়ে কোনোবা মায়াপুৰীত প্ৰৱেশ কৰা যেনহে পালে।

অৱশেষত তেওঁ গৈ এজোপা বুঢ়া এজাৰ গছৰ তলত থমক খাই ৰল। গছজোপা বুঢ়া আছিল যদিও তাত ইমানকৈ ফুল ফুলিছিল যে গছৰ পাত এটিও নেদেখা হৈ পৰিছিল। চৰাইৰ গীতৰ পাছে পাছে গৈ কৱিয়ে দেখিলে, এটা সৰু ডালত পৰি এটা অকণমান চৰায়ে উলাহত জপিয়াই জপিয়াই আপোনপাহৰা হৈ গীত গাই আছে। কৱিও তাকে দেখি আপোনপাহৰা হ'ল। তেওঁ তাত সেইদৰে কিমান পৰ থাকিল নিজেই নাজানিলে। চৰাইটোৱে আমনি পায় বুলি তেওঁ অকণো লৰচৰ কৰা নাছিল। পিছত কোনোবা মুহূৰ্ত্তত নৰ-মনিচৰ গোন্ধ পাই ভয় খায়ে হবলা সি তাৰপৰা ভুৰুং কৰে উৰি গুচি গ'ল। কৱিয়ে তাৰ গমকে নাপালে। তেওঁ চিত্ৰত অঁকা মানুহটোৰ দৰে থৰ লাগি চায়ে থাকিল।

কিছু পৰৰ পিছত কৱিৰ চমক ভাগিল। তেওঁ তেতিয়াহে জানিবলৈ পাৰিলে যে সি একো আচহুৱা পখী নহয়, তেওঁৰ চিৰপৰিচিত দহিকতৰাহে। দহিকতৰাই যে এনে মধুৰ সঙ্গীত গায়, কৱিয়ে সেই দিনলৈকে জনা নাছিল। কৱিয়ে কিজানি ভাবিলে স্বাধীনচিতীয়া বিহগকো মুক্তকণ্ঠে গীত গাবলৈ মুক্ত পৰিবেশ লাগে।

এই ঘটনাৰ দুমাহমান পিছত কৱি বীৰকুছি খাটৰপৰা তেওঁৰ উজান বজাৰৰ ঘৰলৈ উভতি আহিল। তাৰ পিছত তেওঁ প্ৰায় চাৰি

পাঁচ মাহ অসুখত ভুগিলে। অসুখৰপৰা অলপ গা টঙাবলৈ ধৰোঁতেই এদিন শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱে তেওঁৰদ্বাৰা সম্পাদিত তেতিয়াৰ অসম ছাত্ৰ সম্মিলনৰ মুখপত্ৰ 'মিলন'ৰ কাৰণে চৌধাৰীদেৱৰপৰা এটা কৱিতা বিচৰাত কৱিৰ মনলৈ আহিল তেওঁৰ পুৰণি বন্ধু দহিকতৰাৰ স্মৃতি। তেতিয়া তেওঁ অনায়াসে অতি কম সময়ৰ ভিতৰতে 'মিলন-দূত' নাম দি 'দহিকতৰা' কৱিতাটো লিখি উলিয়ালে।

'গিৰিমল্লিকা'—'দহিকতৰা' পুথিৰ দ্বিতীয় কৱিতা। এই কৱিতাৰ বিষয়বস্তু গিৰিমল্লিকা ফুলো কৱিয়ে দেখিছিল উত্তৰ গুৱাহাটীৰ মাণকৰ্ণেশ্বৰ পৰ্ব্বতৰ ওচৰত—এদিন বালিভাত খাবলৈ গৈ দৃশ্য চাই ঘূৰি ফুৰোঁতে। তেওঁ গিৰিমল্লিকাৰ কথা আগতে শুনিছিল ; কিন্তু তেতিয়ালৈকে দেখা নাছিল। এতিয়া দেখি তেওঁ পুৰণি বন্ধুক হঠাতে লগ পোৱাৰ দৰে হ'ল। ফুলবোৰ দেখাৰ লগে লগে অতীত ভাৰতৰ বহু কথা তেওঁৰ স্মৃতি-দাপোণলৈ আহিল। ইফালে গিৰিমল্লিকা ফুলপাহো অলপ অদ্ভুত ধৰণৰ। ইয়াক পোনতে দেখিলে মূৰত ওৰণি লৈ থকা এগৰাকী সদ্যবিবাহিতা লাজুকী গাভৰুৰ দৰে লাগে। ফুলজোপাও লতা গছ, জোপোহা নহয়। ফুলিলে ই উগ্ৰগন্ধী হয় আৰু ভোমোৰাই গুণগুণনিৰে চৌদিশ মুখৰিত কৰি ৰাখে। টিপচি, মৌপিয়া, কঠাল-গুটীয়া আদি সৰু সৰু চৰাই কিছুমানে ইয়াৰ মৌ চুহি খায়। এনে প্ৰাকৃতিক দৃশ্যৰ মধুৰ স্মৃতি মনৰ সঁফুৰাত ভৰাই লৈ আহি গিৰমল্লিকাক কৱিয়ে তাৰ দুই তিনিমাহ পিছতহে কৱিতাৰ ৰূপ দিয়ে।

'পুঁৱতি তৰা'—এই কৱিতাৰ সমল কৱিয়ে পাইছিল তাহানি ডেকা কালতে পানীখাইতীৰ হাবিৰ মাজত। তেওঁ এদিন চাৰি-পাঁচজন সমনীয়াৰ লগত নাৱত পানীখাইতীলৈ গৈছিল খৰি কাটি আনিবলৈ। সেই ৰাতি তেওঁলোক তাতে থাকিল। পিছে ৰাতি নৌ পুৱাওঁতেই তেওঁলোক টোপনিৰপৰা উঠি দেখে ৰাতি তেতিয়াও পুওৱা নাই। আকাশত জোনো নাই, অথচ চৌদিশ পোহৰ হৈ আছে। সেই পোহৰত লুইতৰ পানীও জিলিকি উঠিছে। বাকী কেইজন বন্ধুৱে ৰাতি বাকী থকা



দেখি পুনৰ কিছু পৰ শুলেগৈ ; কিন্তু নুশুলে চৌধাৰীদেৱে। তেওঁ পুঁৱতি তৰাৰ জেউতি চাই পুলকিত অন্তৰেৰে মনৰ আনন্দত ৰাতিৰ বাকীখিনি সময় উজাগৰে কটাই দিলে। এই স্মৃতিকে যুগমীয়া কৰিবলৈ তেওঁ কিছু কাল পিছত 'পুঁৱতি তৰা' কৱিতা লিখে।

এসময়ত ছুটা ধুনীয়া পখিলাৰ জীৱনৰ পৰিণতিয়ে কৱিৰ মনত যি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল, তাৰেই ফল 'সৌন্দৰ্য্য-সাধক' কৱিতা। বীৰকুছি খাটত থাকোঁতে এদিন বাৰিষা এজন মিকিৰে তেওঁক ছুটা বন-মুগাৰ ডাঙৰ লেটা দিছিল। ছুদিনৰ পিছত কৱিয়ে দেখে তাৰপৰা বৰ ধুনীয়া ছুটা চিত্ৰবিচিত্ৰ পখিলা জগিছে। পখিলাজনীয়ে কণী পাৰিলে আৰু উৰাই গৈ গৈ শেষত মৰি থাকিল। মতাটো উৰি গ'ল। পখিলাৰ জীৱনৰ এই শোকাবহ পৰিণতি লক্ষ্য কৰি তেওঁ 'সৌন্দৰ্য্য সাধক' কৱিতা ৰচনা কৰিলে। সৌন্দৰ্য্য-সাধক পখিলাই নিজে সজা মেৰঘৰত নিজে বন্দী হৈ 'কৃচ্ছ্ৰ-সাধনা'ৰ মাজেদি জীৱন পাত কৰে—'নিজেই নিজৰ মেৰ-ঘৰ সাজি, নিজে বন্দী হলি গই।'

'বৈৰাগ্যৰ কথা', 'অন্তিম জ্যোতি' আৰু 'ফুলশয্যা' —এই তিনিওটি কৱিতা কৱিৰ পুঞ্জীভূত বেদনাৰ ছন্দময় প্ৰকাশ। কৱিৰ আপোন জীৱনৰ করুণ অভিজ্ঞতাবোৰেই বিভিন্ন সময়ত বিভিন্ন ৰূপত এইবোৰৰ মাজেদি প্ৰকাশ লাভ কৰিছে।

'অন্তিম জ্যোতি' কৱিতাৰ পিছত কৱিয়ে ভালেমান দিনলৈ কৱিতা লিখা নাছিল। এইদৰে 'দহিকতৰা'ৰ পঁচিশটা কৱিতাৰ ভিতৰৰ অনেক কৱিতাত কাঁৱৰ ব্যক্তিগত জীৱনৰ বেদনা স্পষ্টকৈ প্ৰকাশ পাইছে আৰু সেইবোৰৰ ৰচনাৰ ইতিহাসো কৱিতাবোৰৰ দৰেই মৰ্ম্মস্পৰ্শী। কৱিৰ ব্যক্তিগত জীৱনৰ বিবিধ অভিজ্ঞতাৰ এইবোৰ মৌকোঁহ স্বৰূপ। চৌধাৰী-কৱিতাৰ যথাযথ অধ্যয়ন আৰু উপলব্ধিৰ কাৰণে তেওঁৰ কৱিতা-সৃষ্টিৰ অন্তৰালত থকা এই বিক্ষিপ্ত ঘটনাসমূহৰ বিষয়ে জনা থাকিলে কৱিতা পঢ়ি বেছি আনন্দ উপভোগ কৰিব পাৰি।

---

# চৌধাৰী-কৱিতাৰ ধাৰা

'জোনাকী যুগ'ত যি কেইজন প্ৰথিতযশা কৱিয়ে নিজ নিজ ৰচনাৰে অসমীয়া সাহিত্য সমৃদ্ধ কৰিছিল, সেইসকলৰ ভিতৰত ৰঘুনাথ চৌধাৰী অন্যতম। অৱস্থাৰ তাড়নাত, সুযোগ-সুবিধাৰ অভাৱত আধুনিক শিক্ষা-ব্যৱস্থাৰ ৰ'দকাঁচলিত ডাঙৰ দীঘল হোৱাৰ সৌভাগ্য নহ'লেও, নিজৰ প্ৰতিভা আৰু মননশীলতাৰ বলত তেওঁ যি সৃষ্টি কৰিলে, তাৰ আদৰ অসমীয়া সাহিত্যত থাকিব। চৌধাৰী ডাঙৰীয়াই কৱিতা লিখা সময়ত অসমীয়া সাহিত্যলৈ আহিছে এক নতুন যুগ, নৱন্যাসৰ যুগ। ইংৰাজী শিক্ষাৰ যোগেদি পাশ্চাত্য শিক্ষাৰ ধাৰাৰে সমৃদ্ধ এটি নতুন দৃষ্টিভঙ্গী এই যুগৰ অলপ আগৰেপৰা আমাৰ চকুত পৰে। কিন্তু, ইংৰাজী সাহিত্যত অষ্টাদশ শতিকাৰ কৱিতা আৰু ঊনবিংশ শতিকাত নৱন্যাসৰ প্ৰভাৱত ৰচিত কৱিতাৰ মাজত যি মৌলিক দৃষ্টিভঙ্গীৰ পাৰ্থক্য আছে, অসমীয়া সাহিত্যত সেই পাৰ্থক্য দেখিবলৈ পোৱা নাযায়। অসমীয়া সাহিত্যৰ ওপৰত পাশ্চাত্য প্ৰভাৱ পৰাৰ আগলৈকে বৈষ্ণৱ যুগৰ কৱিসকলৰ প্ৰভাৱ অটুট আছে আৰু পাশ্চাত্য প্ৰভাৱৰ পিছতো আমাৰ সাহিত্যত দৃষ্টিভঙ্গী আৰু ৰচনাৰীতিৰ ক্ষেত্ৰতো যি পৰিবৰ্ত্তন আহিছে সেই পৰিবৰ্ত্তন বিপ্লৱৰ ৰূপত অহা নাই, বিকাশৰ ৰূপতহে আহিছে। জোনাকী যুগৰ কৱিসকলৰ ওপৰতো প্ৰাচীন সংস্কৃত কৱিসকলৰ, বিশেষকৈ বাল্মীকি, কালিদাস আদিৰ আৰু অসমীয়া বৈষ্ণৱ কৱিসকলৰ প্ৰভাৱ যথেষ্ট আছে। গতিকে কাব্যিক দৃষ্টিভঙ্গীৰ ফালৰপৰা জোনাকী যুগৰ কৱিসকলো প্ৰাচীন কালৰে পৰা চলি অহা এক ঐতিহ্য বা পৰম্পৰাৰ সম্পূৰ্ণ বাহিৰত নহয়। কৱি ৰঘুনাথ চৌধাৰীৰ কৱিতাবোৰৰ মাজত এই পৰম্পৰাৰ প্ৰভাৱ বিশেষ স্পষ্ট।

কৱি চৌধাৰীৰ কাব্যিক প্ৰতিভা বিকশিত হৈছে প্ৰকৃতিৰ বিচিত্ৰতাৰ প্ৰকাশৰ মাজেদি। প্ৰাচীন কালৰেপৰা প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্য্যচ্ছটাই

কৱিসকলক মুগ্ধ কৰিছে। কাৰো কাৰো হাতত মানুহ আৰু জড় চেতন প্ৰকৃতিৰ মাজত এক সগোত্ৰীয় মিলনৰ সুৰ বাজি উঠিছে আৰু কাৰো কাৰো হাতত মানৱৰ হৰ্ষ-বিষাদৰ পটভূমি স্বৰূপে প্ৰকৃতিক গ্ৰহণ কৰা হৈছে। জাৰ্মান দৰ্শন আৰু ফৰাচী মনীষী ৰুছোৰ প্ৰভাৱত কৱি ৱৰ্ডছৱৰ্থে প্ৰকৃতিৰ মাজত এক ঈশজ্যোতিৰ সন্ধান পাই মানুহক প্ৰকৃতিৰ অধীন কৰি চিত্ৰিত কৰাৰ দৰে আমাৰ ভাৰতীয় সাহিত্যত মানৱক সম্পূৰ্ণৰূপে প্ৰকৃতিৰ অধীন বুলি চিত্ৰিত কৰা হোৱা নাই। ভাৰতীয় দাৰ্শনিক ভাবধাৰাত জীৱজগতৰ সমন্বয় সাধিত হৈছে এক অনিৰ্ব্বচনীয় পৰমাত্মাৰ অস্তিত্বত। গতিকে ভাৰতীয় চিন্তাধাৰাত জীৱ আৰু জড়-জগত দুয়োটাৰে স্বাকৃতিও আছে। এই দাৰ্শনিক প্ৰভাৱ আমাৰ কৱিসকলৰ ওপৰতো পৰিছে। ৰঘুনাথ চৌধাৰীও ইয়াৰ ব্যতিক্ৰম নহয়।

সচৰাচৰ নৱন্যাসৰ কথা উল্লেখ কৰিব লগা হলে আমি ইংৰাজী সাহিত্যৰ ৰোমাণ্টিক যুগলৈ উভতি চাওঁ। পাশ্চাত্য চিন্তাধাৰাৰ প্ৰভাৱত আমাৰ সাহিত্য-সমুদ্ৰত নৱন্যাসৰ ঢৌ উঠিছে যেতিয়া সেই দেশত ফুটি উঠা বৈশিষ্ট্যবোৰৰ প্ৰতি আলোচকসকল সজাগ হোৱা স্বাভাৱিক। কিন্তু, এই কথাও বিশেষভাৱে লক্ষ্য কৰিবলগীয়া যে, কোনো নতুন চিন্তাধাৰাৰ প্ৰভাৱ বাহিৰৰপৰা আহি এখন দেশত পৰিলে, সেই প্ৰভাৱ একে ৰূপতে দুয়োখন দেশতে প্ৰকাশিত হব বুলি ধৰি লব নোৱাৰি। চৌধাৰীৰ কাব্যিক প্ৰতিভাৰ ওপৰতো সময়ৰ প্ৰভাৱ নিশ্চয় পৰিছে; কিন্তু সেই প্ৰভাৱে তেওঁক উটুৱাই নিয়া নাই। ভাৰতীয় সাহিত্যত অনুসৃত পৰম্পৰাৰ গুৰিবঠা তেওঁৰ হাততে আছে।

ইংৰাজী সাহিত্যৰ ৰোমাণ্টিক যুগৰ মুখ্য কৱিসকল হ'ল ৱৰ্ডছ্‌ৱৰ্থ, কীট্‌ছ, শ্বেলী, কোলেৰিজ, স্কট আৰু কিছু পৰিমাণে বাইৰন্। সাহিত্যত দেখা দিয়া একে নৱ-জাগৰণৰ মাজতে বহি আটাই কেইজন কৱিয়ে কাব্য-সৃষ্টি কৰিলেও এইসকলৰ মাজত সূক্ষ্ম পাৰ্থক্য সহজতে ধৰা পৰে। ৱৰ্ডছ্‌ৱৰ্থে প্ৰকৃতিৰ সৌন্দৰ্য্যৰ মাজত বিচাৰি পালে এক ঐশী



শক্তিৰ প্ৰকাশ। প্ৰকৃতিৰ সৌন্দৰ্য্যৰ মাজত তেওঁ অকল তন্ময় হৈয়েই যে পৰিল এনে নহয়; তেওঁ তাৰ মাজতে নিয়মতান্ত্ৰিকতা, শৃঙ্খলা আৰু শান্তিও দেখা পালে। কৃত্ৰিমতাৰ বশৱৰ্ত্তী হৈ প্ৰকৃতিৰ বুকুৰপৰা মানুহ আঁতৰি আহিছে আৰু নিজৰ জীৱনলৈ মাতি আনিছে অশান্তিৰ হাহাকাৰ। এটি ক্ষুদ্ৰাদপি ক্ষুদ্ৰ বস্তুৰ মাজতো তেওঁ বিচাৰি উলিয়ালে আনন্দ আৰু শান্তিৰ সুষমা। । কীট্‌ছে প্ৰকৃতিৰ মাজতে আৱিষ্কাৰ কৰিলে ইন্দ্ৰিয়গ্ৰাহ্য অপৰূপ সৌন্দৰ্য্যৰ ভাণ্ডাৰ। সৌন্দৰ্য্যলুব্ধ তেওঁৰ মনে জগতৰ ৰূপৰাশিক একত্ৰিত কৰাৰ মানসে গঢ়ি তুলিলে আকৰ্ষণীয় চিত্ৰৰ শাৰী। চৰাইৰ সুৱদি মাতত তেওঁ হৈ পৰিল অভিভূত তন্ময়। শ্বেলীৰ আছিল সংস্কাৰকামী মন। তেওঁ বিচাৰিছিল—এনে এখন সমাজ য'ত বন্ধনমুক্ত মানৱ জাতিৰ মাজতে থাকিব মুক্ত পৰিৱেশ, পূৰ্ণ স্বাধীনতাৰ বা বতাহ আৰু নিঃস্বাৰ্থ প্ৰেম। তেওঁ আকৃষ্ট হ'ল প্ৰকৃতিৰ শক্তিশালী ৰূপৰ প্ৰতি। পুৰণিক ধ্বংস কৰি নতুন সৃষ্টিৰ পাতনি মেলাৰ শক্তি তেওঁ পছোৱা বতাহৰ মাজত দেখিবলৈ পালে আৰু এই শক্তিৰ লগতে এক হৈ পৰাৰ আগ্ৰহ তেওঁৰ মনত জাগি উঠিল। কোলেৰিজে প্ৰকৃতিৰ বৰ্ণনাৰ ওপৰত অতিবাস্তৱ কল্পনাৰ ৰহন সানি সৃষ্টি কৰিলে এক সপোন ৰাজ্যৰ মনোহৰ ৰূপ। ধুমুহাৰ প্ৰচণ্ডতায়ো শ্বেলীৰ দৰে তেওঁৰ অন্তৰৰ কীচকবেণু বজাই তুলিব নোৱাৰিলে। স্কটৰ চিন্তাধাৰাই অতীতৰ বুকুৰপৰা উদ্ধাৰ কৰি নানান প্ৰাচীন কাহিনীক নৱজীৱন দিলে। বাইৰনো শ্বেলীৰ দৰে প্ৰকৃতিৰ ৰুদ্ৰৰূপ দৰ্শনৰ অভিলাষী; কিন্তু শ্বেলীৰ দৰে তেওঁ প্ৰকৃতিৰ মাজত ঈশ-জ্যোতি দেখা নাপালে। প্ৰকৃতিৰ ৰুদ্ৰৰূপকো তেওঁ ধ্বংসাত্মক বুলিহে বিবেচনা কৰিলে। তেওঁৰ হাতত সমুদ্ৰৰ উত্তাল তৰঙ্গৰ বুকুত মানুহৰ দুৰ্ব্বলতা আৰু অসহায়তাৰ ছবি ফুটি উঠিল।

ইংলণ্ডৰ নৱন্যাস যুগত প্ৰকৃতিৰ প্ৰতি যি অনুৰাগ প্ৰকাশিত হৈছে তাৰ অনুৰূপ অনুৰাগৰ প্ৰকাশ আমাৰ সাহিত্যত হৈছে নে নাই সেই আলোচনা ইয়াত অপ্ৰাসঙ্গিক; কিন্তু প্ৰাচীন কালৰপৰা আমাৰ দেশতো

সাহিত্যৰ মাজত প্ৰকৃতি-বৰ্ণনাৰ প্ৰাচুৰ্য্য আছে। মহাকৱি বাল্মীকি আৰু ব্যাসৰ কথা এৰি দিলেও কালিদাসৰ হাতত প্ৰকৃতি বৰ্ণনাই যি শ্ৰেষ্ঠ স্থান লাভ কৰিছে, সেই স্থান পৃথিৱীৰ ভালেমান সাহিত্যৰ বুৰঞ্জীত বিচাৰিলেও পোৱা নাযায়। কালিদাসৰ "ঋতু-সংহাৰ" ছয় ঋতুৰ মাদকতাপূৰ্ণ কল্পনা বিলাসী বৰ্ণনা। ইয়াত মুঠতে ১৫২টা শ্লোক আছে। ইয়াৰ উপৰিও "অভিজ্ঞান শকুন্তলম"ৰেপৰা আৰম্ভ কৰি আন আন সকলো গ্ৰন্থৰ ভিতৰতে অপূৰ্ব্ব প্ৰকৃতি-বৰ্ণনাৰ নিদৰ্শন পোৱা যায়। সংস্কৃত সাহিত্যৰ কথা এৰিলেও ভাৰতীয় প্ৰাদেশিক সাহিত্যৰ ভিতৰেদি প্ৰকৃতি-বৰ্ণনাৰ প্ৰাধান্য চকুত নপৰাকৈ নাথাকে। অসমীয়া সাহিত্যৰ ভিতৰতো মাধৱ কন্দলিৰ দিনৰেপৰা প্ৰকৃতি-বৰ্ণনাৰ প্ৰতি কৱিসকলৰ বিশেষ আগ্ৰহ দেখিবলৈ পোৱা যায়। সংস্কৃত সাহিত্যৰ আৰু অসমীয়া সাহিত্যৰ নৱন্যাস যুগৰ প্ৰকৃতি-বৰ্ণনাৰ ক্ষেত্ৰত এক গতানুগতিক ৰীতি চকুত পৰে। কিন্তু, কৱি-প্ৰতিভা অনুসৰি এই নিয়মৰ চাৰি সীমাৰ ভিতৰতো সজীৱ চিত্ৰ ফুটি উঠিছে। নৱন্যাসৰ যুগৰ কৱিসকলৰ মাজত হলে এক স্বতন্ত্ৰ দৃষ্টিভঙ্গী প্ৰকাশৰ চেষ্টা দেখিবলৈ পোৱা যায়। চিৰাচৰিত ৰীতিৰ ব্যতিক্ৰম আৰু স্বতন্ত্ৰ ভঙ্গীৰ প্ৰকাশ কম বেছি পৰিমাণে সকলো ৰোমাণ্টিক কৱিৰ লেখাতে স্পষ্ট। কৱি চৌধাৰীৰ ক্ষেত্ৰতো এইটো হৈছে; কিন্তু তেওঁৰ ক্ষেত্ৰত পাশ্চাত্য সাহিত্যৰ প্ৰভাৱত এই ব্যতিক্ৰমে জীপ লোৱা নাই।

কীট্‌ছৰ দৰে কৱি চৌধাৰীয়েও পৃথিৱীৰ বুকুত দেখিবলৈ পাইছে অপূৰ্ব্ব সৌন্দৰ্য্য-ভাণ্ডাৰ। পৰ্ব্বত-পাহাৰ, গছ-গছনি, ফল-ফুল, চৰাই-চিৰ্কতি, নৈ-বিল প্ৰভৃতি সকলো ঠাইতে তেওঁৰ ভাব-প্ৰৱন মনে সৌন্দৰ্য্যৰ সঁফুৰা বিচাৰি উলিয়াইছে। কৱি চৌধাৰীৰ মনত সাধাৰণ এপাহ ফুলো অজ্ঞাত ৰহস্যেৰে আবৃত। "তুমি (ফুল) ব্যাপক, সৰ্ব্বত্ৰ বিৰাজমান। বসন্তৰ জুৰ বতাহৰ মৃদু হিল্লোলত, কোমল পাহিবিলাকৰ নৃত্যভঙ্গীৰ গতিত তোমাৰ কি অপূৰ্ব্ব লয়লাস! লীলায়িত ছন্দৰ তালে তালে লতিকা-বেষ্টিত তৰু-শাখাবোৰে অভিবাদন জনাই স্ৰষ্টাৰ মহিমা কীৰ্ত্তন



কৰিছে। গন্ধ-ব্যাকুল বিহঙ্গকুলে পুলকভৰা ললিত ছন্দত তোমাৰ শুভ আগমনৰ সূচনা জয়গীতিৰে দিঙ্মণ্ডল মুখৰিত কৰি তুলিছে। সাদৰি! তোমাৰ মনোময়, প্ৰাণময় অনিৰ্ব্বচনীয় ৰূপ-সাৰগত বুৰ নাযায় কোন?" (ফুল, নৰমল্লিকা)

অকল ফুলৰ ক্ষেত্ৰতে নহয়, চৰাইৰ মধুৰ সঙ্গীততো কীট্‌ছৰদৰে কৰি চৌধাৰী অভিভূত হৈ পৰিছে; কিন্তু দৃষ্টিভঙ্গী আৰু প্ৰকাশ-ৰীতিৰ ক্ষেত্ৰত দুয়োৰে সাদৃশ্যত কৈ বৈসাদৃশ্যই বেছি। চৌধাৰীৰ কোনো কোনো কৱিতাৰ মাজত পোৱা দুটি এটি চিত্ৰৰ লগত ৱৰ্ড্‌ছৱৰ্থ আৰু কোলেৰিজৰ চিন্তাধাৰাৰ সাদৃশ্যও হয়তো উলিয়াব পৰা যায়; পিচে এই সাদৃশ্য ইংৰাজ ৰোমাণ্টিক কৱিসকলৰ প্ৰভাৱৰপৰা উদ্ভৱ হোৱা সাদৃশ্য নহয়। প্ৰকৃতি-বৰ্ণনাৰ ৰীতিৰ ক্ষেত্ৰতো তেওঁ কীট্‌ছ বা ৱৰ্ড্‌ছ-ৱৰ্থৰ ৰীতি অৱলম্বন কৰা দেখা নাযায়। কৱি চৌধাৰীৰ দৃষ্টিভঙ্গী সম্পূৰ্ণ ভাৰতীয়। ৱৰ্ড্‌ছৱৰ্থৰ দৰে প্ৰকৃতিৰ মাজত জীৱনীশক্তি বিচৰাৰ প্ৰয়াস তেওঁৰ কৱিতাত নাই; কিন্তু প্ৰকৃতিক সচেতন বুলি গ্ৰহণ কৰি তাৰ ওপৰত অলৌকিকত্ব আৰোপৰ চেষ্টা আছে। কোলেৰিজে প্ৰকৃতিৰ গাত অতি বাস্তৱতাৰ বহন সনাৰ আগতে এক বিশ্বাসযোগ্য পৰিবেশ সৃষ্টি কৰিবলৈ যত্ন কৰে। ভাৰতীয় ভাবধাৰাৰে অনুপ্ৰাণিত হৈ কৱি চৌধাৰীয়ে এনে পৰিবেশ সৃষ্টি নকৰি কৱিতাৰ আৰম্ভণিতে প্ৰকৃতিৰ মাজত বিচাৰি পায় ৰহস্য, মহত্ব আৰু আনকি দেৱত্ব। ভাৰতীয় সমাজত প্ৰাকৃতিক দেৱ-দেৱীৰ ৰূপত পূজা কৰাৰো ৰীতি দেখিবলৈ পোৱা যায়। গতিকে কৱিয়ে প্ৰকৃতি বৰ্ণনাৰ ক্ষেত্ৰত অলৌকিকত্ব আৰোপ কৰিলেও সহৃদয়ে তাক গ্ৰহণ কৰিবলৈ টান নাপায়। কৱি চৌধাৰীয়েও প্ৰকৃতি বুকুত লৌকিক সৌন্দৰ্য্য আৰু অলৌকিক ৰহস্য দুয়োটাকে দেখিবলৈ পাইছে।

চৌধাৰীদেৱৰ কৱিতাত পাশ্চাত্য দেশৰ কোনো ৰমণীয় কাহিনী নাইবা কোনো মহিষীৰ উল্লেখ পৰ্য্যন্ত নাই। তেওঁৰ কৱিতা লিখা হৈছে সুজলা-সুফলা-শস্য-শ্যামলা ভাৰতৰ পুণ্যভূমিত আৰু ই সঞ্জীৱিত হৈ

উঠিছে মহাকাব্য, পুৰাণ, কিংবদন্তি আদিৰ লৌকিক আৰু অলৌকিক কাহিনীৰ আলমত। একেটি কৱিতাত মাথোন তেওঁ ভাৰতৰ বাহিৰৰ 'গগনচুম্বী কলোছাছ', 'আৰব পিয়াৰী বছৰা বাণী' আৰু বেবিলনৰ গুলবাগানৰ উল্লেখ কৰিছে। পাশ্চাত্য চিন্তাজগতৰ ওপৰত প্ৰভাৱ পেলোৱা হোমাৰৰ মহাকাব্য, গ্ৰীক দেৱ-দেৱীৰ মনোৰম কাহিনী আৰু আনকি ডাণ্টে বা ছেকছ্‌পীয়েৰৰ গ্ৰন্থসমূহৰ ক্ষীণ প্ৰভাৱো চৌধাৰীৰ কৱিতাৰ ওপৰত নাই। পাশ্চাত্য সাহিত্যৰ কোনো বিশেষ প্ৰভাৱে তেওঁৰ কাব্যিক-প্ৰতিভা বিকাশত সহায় কৰিছে বুলি ভবাৰ সাক্ষ্য তেওঁৰ দ্বাৰা ৰচিত কৱিতাই নিদিয়ে। আৰবৰ মৰু-প্ৰান্তৰত হোচেনৰ আত্ম-বলিদানৰ নিষ্ঠুৰ অথচ করুণ কাহিনী অৱলম্বন কৰি লিখা হৈছে 'কাৰবালা' কাব্য; কিন্তু ইয়াতো ঠায়ে ঠায়ে প্ৰাচীন ভাৰতীয় কাব্য-কাহিনীৰ প্ৰভাৱহে বিশেষভাৱে দেখিবলৈ পোৱা যায়।

দাশৰথি-পাদস্পৰ্শে অহল্যা পাষাণী
পালে যেন মোক্ষধাম। লভিলে মুকুতি
তাড়কাৰ লীলাক্ষেত্ৰ দণ্ডক কাননে।

* * পাতিছে কৌশলে
নৰমেধ যজ্ঞ। যজ্ঞভূমি কাৰবালা।
কতজনে কতৰূপে, ই মহাযজ্ঞত
সমাপছে নিজ নিজ অমূল্য জীৱন।
এজিদ নিজেই হোতা আজিৰ যজ্ঞত
এনামৰ বংশ যত যজ্ঞ বলি ৰূপে
নিবেদিত দয়াময় ঈশ চৰণত।

* অসুৰ দলন হেতু
শুভ্ৰবস্ত্ৰা কাৰবালা ৰক্তবস্ত্ৰ পিন্ধি
আৱিৰ্ভূতা খড়্গহস্তে সমৰক্ষেত্ৰত।

চৌধাৰীৰ কেতেকী, দহিকতৰা আৰু সাদৰীৰ অন্তৰ্গত ভালেমান



কৱিতাৰ মাজত প্ৰাচীন কাব্য, পুৰাণ আদি নানান কাহিনীৰ উল্লেখ আছে। এইবোৰ কাহিনীৰ উল্লেখৰপৰা অকল সেই সেই পুথি বা আখ্যানৰ প্ৰতি থকা কৱিৰ অনুৰাগেই যে প্ৰকাশিত হৈছে এনে নহয়, কিন্তু সেই সেই কাহিনীয়ে কৱিৰ অন্তৰাত্মাৰ ওপৰত ৰেখাপাত কৰাৰো চিনাকি দিছে আৰু লগে লগে কৱিৰ কাব্যিক অনুভূতি প্ৰকাশৰ বাটো নিৰূপিত কৰিছে। চৰাই, নৈ, ফুল প্ৰভৃতি ভিন ভিন প্ৰকৃতিৰ বস্তুৰ বৰ্ণনাত কৱিৰ দৃষ্টিভঙ্গীৰ ঐক্য পৰিলক্ষিত হয়। কৱিয়ে প্ৰকৃতিৰ মাজত বিচাৰি পাইছে অলৌকিক প্ৰেমৰ পৰশ। এই পৰশ যেনেকৈ চৰাইৰ গীতত আছে, তেনেকৈ নৈৰ গতিত আৰু ফুলৰ সৌন্দৰ্য্যতো আছে।

কোমলতা পবিত্ৰতা সৌন্দৰ্য্য মাধুৰী
প্ৰেম প্ৰৱাহিনী হই
আছে চিৰকাল ৰই

স্নিগ্ধ সলিলত যেন থাকিম নাদুৰি
পূৰাবি নে বাঞ্ছা মোৰ কচোন সাদৰি ?—দহিকতৰা
প্ৰাণে প্ৰাণে ভাল পাওঁ প্ৰকৃতি বালাক

ভাল পাওঁ সৰু ঢউ কিটি,
প্ৰাণত সান্ত্বনা মোক দিছে বহু দিন
প্ৰেমময়ী গাই প্ৰেমগীতি।—নৈৰ বুকুত

প্ৰাণপিয়া! আজি মোৰ বিজন কুঞ্জত
তুলিবা নে লয়লাসে হাঁহিৰ তৰঙ্গ ?
ব্যথাৰে উপচি পৰা সৰল প্ৰাণত
দিয়া প্ৰেম মকৰন্দ অমৃত পৰশ ;
নিষ্প্ৰভ ফুলনি মোৰ হ'ক জ্যোতিৰ্ময়।—গিৰিমল্লিকা

"তুমি পৰমানন্দৰ বিচিত্ৰ আলেখ্য। সত্য শিৱ সুন্দৰৰ জীৱন্ত ৰূপ।

তুমি বৰ্ণনাৰ অতীত, কামনাৰ অতীত, অতীন্দ্ৰিয় জগতৰ জপমালা, সাধকৰ সাধনা, আন্ধাৰ নিশাৰ আঁৰিয়া” ।—ফুল, নৰমল্লিকা

চিৰকুমাৰ কৱি চৌধাৰীদেৱে লোকসমাজৰ মাজত থাকিও প্ৰকৃতিৰ বুকুত শান্তিৰ নিজৰা বিচাৰি পাইছে। চৰাইৰ সুমধুৰ গান, নৈৰ কুলু কুলু ধ্বনি আৰু ফুলৰ সৌৰভ আৰু সৌন্দৰ্য্যই তেওঁৰ সংবেদনশীল মনক সহজে আকৰ্ষণ কৰে। প্ৰকৃতিৰ এটা ৰুদ্ৰ ৰূপো আছে; কিন্তু এই ৰূপৰ পূজক তেওঁ নহয়। প্ৰকৃতিৰ ধ্বংসকাৰী শক্তি, তাৰ ক্ৰূৰতা নাইবা উদাসীনতাৰ পিনে তেওঁৰ মন আকৃষ্ট হোৱা নাই। লুইতৰ পাৰে পাৰে ফুলি থকা কঁহুৱা ফুলৰ সৌন্দৰ্য্যত কৱি অভিভূত; কিন্তু প্ৰলয় নাচন নাচি লুইতৰ বুকুত বাগৰি যোৱা ঢৌৰ ধ্বংসকাৰী শক্তিৰ প্ৰতি কৱি উদাসীন। এটা অনাড়ম্বৰ আৰু সহজ সৰল জীৱন যাপন কৰা তেওঁৰ আদৰ্শ। জীৱনৰ খেলিমেলি নাইবা খৰিয়ালৰ মাজত সোমাই নিজকে হেৰুৱাই পেলোৱাৰ দুৰ্ব্বলতা তেওঁৰ নাই। সাংসাৰিক জ্বালা-যন্ত্ৰণা আৰু ব্যক্তিগত জীৱনৰ নানান দুৰ্ব্বলতাৰপৰা আঁতৰি থকাৰ যি আকাঙ্ক্ষা সেই আকাঙ্ক্ষাই দহিকতৰা আৰু কেতেকীৰ মাতত আবিষ্কাৰ কৰিছে কামগন্ধহীন প্ৰেমৰ আদৰ্শ। লোক সমাজৰ নানান ঘাত-প্ৰতি-ঘাতৰ মাজত জীৱন অৱৰুদ্ধ হলেও সেইবোৰৰ ওপৰলৈ উঠি কৱিয়ে প্ৰকৃতিৰ সৌন্দৰ্য্য কল্পনাতে হৈ পৰিছে মুগ্ধ। তেওঁ বুজিছে জীৱন ক্ষণস্থায়ী, লৌকিক প্ৰেমগীতি চঞ্চল, পাৰ্থিৱ সম্পদ দুদিনীয়া। প্ৰকৃতিৰ বুকুত কৱিয়ে সেইবাবে বিচাৰি পাইছে সান্ত্বনাৰ বাণী আৰু শান্তিৰ জুৰণি। চৌধাৰীৰ সমসাময়িক কোনো অসমীয়া কৱিয়ে প্ৰকৃতিৰ সৌন্দৰ্য্যৰ মাধুৰ্য্যকে কাব্যৰ একমাত্ৰ বিষয়বস্তু হিচাপে গ্ৰহণ কৰি তাত গভীৰভাৱে মনোনিবেশ কৰা নাই। চৌধাৰী কাব্যৰ ঘাই উপজীৱ্য প্ৰকৃতি আৰু ইয়াৰ প্ৰতি দৃষ্টিক্ষেপ কৰি তেওঁ যি দোখছে, সি ভাৰতীয় চিন্তাধাৰাৰ স্বচ্ছ দৰ্পণত প্ৰতিবিম্বিত ছবি। চৌধাৰীদেৱৰ ‘কেতেকী’ৰ মাজেদি প্ৰাচীন ভাৰতীয় কৱি-সাহিত্যিক সকলৰ প্ৰভা মূৰ্ত্ত হৈ উঠিছে। কৱিৰ মনত কেতেকী এটা স্বৰ বা প্ৰহেলিকা নহয়। ই এটা চৰাই, সাধাৰণতে সদায় চকুৰ আগত দেখি থকা চৰাই অৱশ্যে নহয়; কিন্তু সৰগ-মৰত সকলোতে বিহৰিব পৰা অলৌকিক শক্তিসম্পন্ন এক স্বৰ্গীয় বিহগী। কেতেকী এটা চৰাই হয় নে নহয়, এই প্ৰশ্নৰ উদয় কৱিৰ মনত হোৱা নাই, উদয় হৈছে বিহগীয়ে জ্যোতিৰ্ম্ময় প্ৰেমনগৰী এৰি অহাৰ কাৰণ কি?



কৱিৰ মনৰ কেতেকী মৰ্ত্ত্যলৈ দেৱদূতীৰূপে প্ৰেমৰ সোৱাদ বিলাবলৈ আহিছে। এই বাবে কেতেকীৰ আগমনৰ লগে লগেই প্ৰকৃতি বুকুত নতুন প্ৰাণৰ সঞ্চাৰ হ’ল,—বসন্ত আহিল, আমে মলিয়ালে আৰু নানা তৰহৰ ফুলেৰে প্ৰকৃতি জাতিষ্কাৰ হ’ল। চিত্ৰৰ পিছত চিত্ৰ উত্থাপন কৰি কৱিয়ে কেতেকীৰ দ্বিতীয় তৰঙ্গ সমৃদ্ধ কৰি তুলিছে। কালিদাসৰ ‘কুমাৰসম্ভৱ’ত বসন্তৰ আবিৰ্ভাৱৰ লগে লগে ধ্যানমগ্ন মহাদেৱৰ চাৰিওকাষে অভূতপূৰ্ব পৰিবৰ্ত্তন আহি পৰাৰ দৰে কেতেকীৰ গীতৰ ধ্বনিতে যেন পৃথিৱীৰ বুকুলৈ নামি আহিছে সৌন্দৰ্য্যৰ প্ৰবাহ আৰু আনন্দৰ হিল্লোল। এই চিত্ৰ সংযোজনাৰ ক্ষেত্ৰত কৱিৰ পৰ্য্যৱেক্ষণ ক্ষমতা আৰু প্ৰকাশৰ কুশলতা লক্ষণীয়। ‘কুমাৰসম্ভৱ’ৰ বসন্ত বৰ্ণনাৰ পোনপটীয়া প্ৰভাৱ ইয়াৰ ওপৰত নাই; কিন্তু দুটি এটি চিত্ৰৰ মাজত সামান্য সাদৃশ্য আছে। তৃতীয় তৰঙ্গত হলে প্ৰাচীন কাব্য কাহিনীৰ প্ৰতি থকা কৱিৰ অনুৰাগ স্পষ্টৰূপে প্ৰকাশিত হৈছে। কেতেকীৰ স্বৰ্গীয় গীতৰ ধ্বনিত কৱিৰ সুদূৰ প্ৰসাৰী কল্পনাই অতীতৰ বুকুত বিচাৰি পাইছে নানান ৰমণীয় কাহিনী। এই আটাইবোৰ কাহিনীয়েই পুৰাণ নাইবা প্ৰাচীন কাব্যশাস্ত্ৰৰ অন্তৰ্গত।

দেৱী শকুন্তলা কণ্ব আশ্ৰমৰ ফুলনি মাজত থাকি
ধুনীয়া ধুনীয়া ফুলকলি লই গুঁঠিছিল এটি চাকি।

* *

বৈদৰ্ভী প্ৰেমত কুমাৰ নলৰ হ’ল প্ৰাণ বিচলিত।

* *

যমুনা পাৰত কদমত পৰি ঢালি দিলি কিনো প্ৰেম,
তোক পাবলৈ মাকৰ কাষত কৃষ্ণই জুৰিলে ভেম ।

*　　*

কুসুম কোমলা সৰলা উষাৰ মোহিত কৰিলি প্ৰাণ ।

'দহিকতৰা' কাৱতাৰ মাজেদিও প্ৰাচীৰ আখ্যানসমূহ নতুন ৰূপত প্ৰকাশিত হৈ উঠিছে ।—

১ । বিদ্যাধৰী চিত্ৰলেখা খঞ্জনী দিলেহি দেখা
২ । দেৱপুৰী এৰি থৈ আকাশী নৰ্ত্তকী
মৰতত ভৰি দিলে উৰ্ব্বশী কেতেকী ।
৩ । বিৰহিনী তপতীৰ বই গ'ল অশ্ৰুনীৰ
৪ । নাজানো কি গাইছিলি গিৰি কৈলাসত
মদনৰ শৰ ধৰি কাৰ তপ ভঙ্গ কৰি
অভিশপ্তা হলি তই ভোগ-বিলাসত
সিহেতু ভ্ৰমিছ নেকি মৰ্ত্ত্য প্ৰৱাসত ।

ওপৰত উল্লেখ কৰা কৱিতা দুটাৰ মাজেদিয়েই মাথোন ভাৰতীয় পুৰণি কাব্যৰ প্ৰভাৱে প্ৰকাশিত হোৱা নাই, আন আন খণ্ড কৱিতাসমূহতো এই প্ৰভাৱৰ নিদৰ্শন প্ৰচুৰ আছে। কৱিৰ চিন্তাধাৰা পৰম্পৰাগত এক আদৰ্শেৰে নিয়ন্ত্ৰিত নহলে ভিন ভিন কৱিতাৰ বৰ্ণনাৰ মাজেদি এই আদৰ্শ সঘনে পৰিস্ফুট নহ'লহেঁতেন ।

নন্দন-নন্দিতা তুমি দেৱ পাৰিজাত
যাৰ গন্ধ-মদিৰাত মুগ্ধ দেৱপুৰী ।—গিৰিমল্লিকা
অলকাসুন্দৰী অলকানন্দাই
কোমল হাতেৰে পৰশি গ'ল ।—অভিসাৰ
উঠাহে ঋত্বিক ধ্যানী অমৃতৰ পুত্ৰ ।—প্ৰশস্তি
গৰল উদ্ভৱ হ'ল সিন্ধু-মন্থনত
অমৃতৰ নাপালো সন্ধান ।—অন্তিম জ্যোতি



উৰ্ব্বশী, মেনকা, ৰম্ভা কিম্বা সুৰবালা ।—ফল্গু
প্ৰিয়া বিৰহত　　　বিৰহী যক্ষক
প্ৰেমৰ বাতৰি দিয়া ।—বৰ্ষা

ইয়াৰ উপৰিও দীপক, পঞ্চম, ভৈৰৱী, হিন্দোল, ললিত, মল্লাৰ পুৰবী প্ৰভৃতি ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতৰ ৰাগ-ৰাগিণীৰ উল্লেখ চৌধাৰী-দেৱৰ কৱিতাত চকুত পৰে। "পকা বিম্বফল সদৃশ ওঠ", "তৃষ্ণাতুৰ চাতক", "দশন মুকুতাপান্তি", "কুসুম কোমলা". "কীচক বেণু" প্ৰভৃতি শব্দগাঁথনিৰ মাজতো জাতীয় সাহিত্যৰ পৰম্পৰাৰ প্ৰভাৱেই স্পষ্ট ।

তথাপি চৌধাৰীদেৱৰ কাব্যিক প্ৰতিভাৰ ওপৰত প্ৰাচীন চিন্তাধাৰাৰ প্ৰভাৱ স্পষ্ট হলেও প্ৰকৃতিৰ বৰ্ণনাৰ মাজত তেওঁৰ এক নিজস্ব বৈশিষ্ট্য ফুটি উঠিছে। দৈনন্দিন জীৱনত ঘটা সৰু-বৰ ঘটনাৰ মাজতো সৃষ্টিধৰ্ম্মী কৱিৰ মনে সৌন্দৰ্য্যৰ নিজৰা আৱিষ্কাৰ কৰিবলৈ সক্ষম হৈছে। ৰমণীয় চিত্ৰসংযোগৰ প্ৰাচুৰ্য্যেৰে তেওঁৰ কেইবাটাও কৱিতা উপচি পৰিছে। ক'ৰবাত ক'ৰবাত আকৌ ঘৰুৱা চিত্ৰৰ সহায়তে সুন্দৰ আৰু মনোগ্ৰাহী ভাৱৰ ব্যঞ্জনা ফুটাই তোলা হৈছে ।

চৌধাৰী দেৱৰদ্বাৰা ৰচিত কোনো এটি কৱিতা বিশ্লেষণ কৰি চালে তাৰ কেন্দ্ৰস্থ ভাব কেনেকৈ এক নিৰ্দ্ধাৰিত সুঁতিয়েদি বৈ গৈছে তাক ধৰিব পৰা যায়। অন্তঃসলিলা ফল্গুৰ দৰে অলব্ধ কামনাৰ এক অস্পষ্ট বেদনা সৰহ ভাগ কৱিতাৰ মাজেদি ধ্বনিত হৈছে। এই বেদনা হয়তো জীৱ-জগতৰ কামনা-বাসনাৰে উৎপীড়িত প্ৰাণৰ বেদনা। কোনো বিশেষ পাৰ্থিৱ বস্তুক কেন্দ্ৰ কৰি এই বেদনাৰ উদ্ভৱ হয়তো হোৱা নাই। সেই বাবে বিশেষ পাৰ্থিব সমাদৰ লাভত ইয়াৰ নিবৃত্তিও নাই। মানৱ-সমাজৰ নীচতা আৰু স্বাৰ্থপৰতাৰ চিন্তাই এই বেদনা প্ৰকাশৰ বাটলৈ আনিছে। পাৰ্থিব সম্পদৰ মাজত এই বেদনাৰ নিবৃত্তি বিচৰাৰ ব্যৰ্থপ্ৰয়াস কৱিৰ জীৱনত নাই। প্ৰকৃতিৰ অনুপম সৌন্দৰ্য্যত, জুৰিৰ স্নিগ্ধ জলধাৰাৰ মাজত, কেতেকী দহিকতৰাৰ মৌ-মিঠা গীতত কৱিৰ যৌৱনদীপ্ত অন্তৰতো উঠিছিল আনন্দৰ খলকনি। পৰিণত বয়সতো সেই আনন্দকণা লাভৰ

আশাত সংসাৰৰ জ্বালা-যন্ত্ৰণা পাহৰি তেওঁ প্ৰকৃতিৰ পূজাৰী হৈ আছে। সিদিনা মাথোন প্ৰকাশিত হোৱা 'উৰ্ব্বশী' কৱিতাতো এই প্ৰীতিৰেই ভাৱ উজ্বলি উঠিছে। কৱিয়ে প্ৰকৃতিৰ মাজত যি শান্তিৰ জুৰণি বিচাৰিছে, সেই শান্তি হয়তো বাস্তৱ জীৱনতে লাভ কৰা নাযায়। তথাপি এটা অলব্ধ আদৰ্শই কৱিক আগুৱাই যাবলৈ অনুপ্ৰেৰণা যোগাইছে আৰু তেওঁৰ অন্তৰো সৰল কৰি তুলিছে। সেই বাবে মৃত্যুৰ আগমনবত কৰি আতঙ্কিত হোৱা নাই। দূৰতে জ্বলি উঠা প্ৰলয়ৰ অগ্নিশিখা ভয়ঙ্কৰ হলেও বিতোপন। মৃত্যু জীৱৰ চিৰসঙ্গী। মৃত্যুৰ পৰপাৰত আছে যাতনাৰ শেষ আৰু প্ৰাণৰ সান্ত্বনা।

আহাঁ মোৰ চিৰ সঙ্গী আহা প্ৰিয়সখা !  
তোমাৰ মুখকে চাই দুখ পাহৰিম,  
দিব্য ৰূপ ধৰি তুমি দিবা মোক দেখা  
যিদিনা চিতাক মই সাৰটি ধৰিম।  
সিদিনাহে দূৰ হব সংসাৰ যাতনা  
সিদিনাহে প্ৰাণে মোৰ লভিব সান্ত্বনা।

---

# নৱন্যাস

পশ্চিমীয়া সভ্যতাৰ সংস্পৰ্শলৈ অহাৰ পিছত আমাৰ জাতীয় জীৱন, কলা-কৃষ্টি, সাহিত্য-সঙ্গীত সকলো ক্ষেত্ৰতে নতুন নতুন ভাৱৰ পৰীক্ষা আৰু অনুশীলন হবলৈ ধৰিলে। এই সন্দৰ্ভত গঢ় লৈ উঠা ৰোমাণ্টিক ভাৱৰাশিৰে অসমীয়া সাহিত্যত এক নতুন যুগৰ সূচনা কৰিলে। প্ৰকৃতি ৰাজ্যত ঋতু পৰিবৰ্তন হোৱাৰ দৰে সমাজৰ সকলো অঙ্গলৈ পৰিবৰ্ত্তনৰ ঢৌ আহে। সুসঙ্গত, সুসংবদ্ধ সমাজ ব্যৱস্থাই কালৰ পৰিবৰ্ত্তনসমূহ আকোৱালি লয়। সেই বুলি কালৰ সোঁতত উটি-ভাহি নাযায়। ঋতু-পৰিবৰ্তনৰ লগে লগে ফুল-পাতৰ সালসলনি হয়; মূল গাগছ কিন্তু সদায় বাঢ়িয়ে থাকে। অৰণ্যে যি গছৰ শিপা দুৰ্ব্বল তাক যি কোনো সোঁতে উভালিব পাৰে, উটুৱাই নিব পাৰে। হেম সৰস্বতী, মাধৱকন্দলীৰ দিনৰপৰা অসমীয়া সাহিত্যৰ যি গাগছ বাঢ়ি আহিছে, সি যুগৰ স্বাক্ষৰ বুকুত লৈ, যুগ-যুগান্তৰৰ ভাবধাৰাৰ ৰস আহৰণ কৰি নিজৰ পৰিপুষ্টি সাধন কৰিছে; নিজৰ ক্ৰমবৰ্দ্ধিষ্ণু জীৱনী-শক্তিৰ পৰিচয় দিছে। অসমীয়া সাহিত্যৰ ৰোমাণ্টিক যুগতো অসমৰ কৱি সাহিত্যিকসকলে নিজৰ পৰম্পৰা আৰু পৰিবেশ অনুযায়ী যুগোচিত অথচ যুগজয়ী সাৰ্থক সাহিত্য সৃষ্টি কৰিছে।

ৰঘুনাথ চৌধাৰী দেৱ ৰোমাণ্টিক যুগৰ খ্যাতনামা কৱি। সাধাৰণতে তেওঁক বিহগী কৱি, প্ৰকৃতি কৱি আদি আখ্যা দিয়া হয়। এই আখ্যাসমূহে কৱিৰ একো-একোটি স্বকীয় বৈশিষ্ট্যৰ পৰিচয় দিয়ে। কুলিকেতেকীৰ মাত শুনাৰ লগে লগে, গোলাপ, গিৰিমল্লিকা দেখা পোৱাৰ লগে লগে ৰঘু চৌধাৰীৰ কথা আমাৰ মনত পৰে। তেওঁৰ কৱিতাৰ পদ আওৰাবলৈ মন যায়ঃ—

কাৰ পৰশত ফুলিলি বান্ধৈ  
অ' মোৰ সাদৰী ফুলাম পাহি !

শ্যামলী পাটৰ ওৰণি গুচাই
কাৰ ফালে চাই মাৰিলি হাঁহি ?

কথা কেইআষাৰ আওৰালেই চকুৰ আগত গোলাপ ফুলৰ ছবি ভাহি উঠে আৰু এটি গোলাপ ফুল দেখিলেই তেওঁৰ কৱিতাৰ সুৰ কাণত বাজি উঠে। প্ৰকৃতিৰ যি বিষয়তে তেওঁ হাত ফুৰাইছে, সেয়ে পাঠকৰ মানসপটত সাঁচ বহুৱাই থৈছে। ডঃ জনছনে গোল্ডস্মিথৰ কৱিতা পঢ়ি কৈছিল—'Whatever he has touched, he has adorned'. তেওঁৰ হাতৰ পৰশ পাই সকলো বস্তুই শুৱনি, সুগঢ়ী হৈ উঠে। চৌধাৰীৰ কাব্য-ফুলনি প্ৰকৃতিৰ সৌন্দৰ্য্য-মাধুৰীৰ সুষমাৰে পৰ্য্যবসিত। অসমীয়া কাব্য-সাহিত্যত তেওঁ জীৱন্ত ফুলনি ৰচনা কৰিছে। তেওঁৰ প্ৰকৃতি কৱি আখ্যা সাৰ্থক হৈছে। প্ৰকৃতিৰ বিশেষ এক জীৱনৰ লগত কৱিৰ আত্মীয়তা আৰু নিবিড়ভাৱে ফুটি উঠিছে। সেয়ে হল চৰাই জীৱন। ফুলৰ ৰূপ আছে, চৰাইৰ সুৰ আছে। সেই সুৰৰ কুহকে কৱিক অধীৰ কৰিছে ঃ—

কৰ পৰা তই আহিলি সোণাই
কোন দিশে যাৱ উৰি—
কিয়বা ফুৰিছ দূৰ-দূৰণিত
অকলই ঘূৰি ঘূৰি !

চৰাইৰ উন্মুক্ত জীৱন। দেশে-বিদেশে তাৰ অবাৰিত গতি। যুগ যুগ ব্যাপি তাৰ কণ্ঠত সেই একে অবিনাশী সুৰ।

Thou wast not born for death, Immortal Bird ! (Keats) নিত্যনতুন ই এক প্ৰেমৰ প্ৰৱাহ। অনাদি অনন্ত ই এক আনন্দ উচ্ছ্বাস। এই উচ্ছ্বাসত কৱি উটি-ভাহি ফুৰিছে আৰু ইয়াৰ সাবলীল গতিয়ে অসমীয়া কাব্য-সাহিত্য প্লাৱিত কৰিছে। বিহগী কৱি আখ্যাই ৰঘুনাথ চৌধাৰীৰ চৰাই জীৱনৰ লগত থকা নিবিড় সম্বন্ধৰ সম্পূৰ্ণ চিনাকি দিয়ে। লগতে ই তেওঁৰ সৃজনী প্ৰতিভাৰ



যথাৰ্থ স্বীকৃতি। ফুল, চৰাই-প্ৰকৃতি আৰু শিশু, কৱিৰ এক ব্যাপক অনুভূতিৰ অন্তৰ্গত বিষয়, সেয়ে হল ৰোমান্টিক অনুভূতি। উনৈশ শতিকাৰ ইউৰোপীয় সাহিত্যত এই অনুভূতিয়ে বিশেষকৈ প্ৰসাৰ লাভ কৰিছিল। ৰোমান্টিক অনুভূতিৰ মূল উৎস আছিল বিপ্লৱ। মানুহৰ মনত সংৰক্ষণশীল মনোবৃত্তি আৰু এনেকুৱা সমাজ ব্যৱস্থাৰ বিৰুদ্ধে যি বিক্ষোভ আৰু বিদ্ৰোহৰ ভাৱ জাগি উঠিছিল, সেয়ে যুগৰ সাহিত্যত মুক্তি লাভ কৰিছিল। এয়ে ৰোমান্টিক সাহিত্য। ৰাজনৈতিক মতবাদৰপৰা সাহিত্যৰ আঙ্গিক সম্পৰ্কীয় বিষয়লৈকে ৰোমান্টিক লিখকসকলে এক বৈপ্লৱিক ভাৱ পোষণ কৰিছিল। ৰোমান্টিছিজমৰ গুৰু আছিল ফৰাচী দাৰ্শনিক জিনজেকছ ৰুছো। তেওঁৰ ৰচিত গ্ৰন্থ 'কনট্ৰাক্ট্ চোচিয়েল' 'এমিন', 'নিউ হেলইচ' আৰু 'কন্‌ফেছন' এই নৱ জাগৰণৰ বাইবেল আছিল। এই গ্ৰন্থসমূহৰ যোগেদি ৰুছোৱে প্ৰকৃতি সম্পৰ্কীয় কিছুমান তথ্যপূৰ্ণ আলোচনা দাঙি ধৰিছিল। তেওঁ কৈছিল—মানুহৰ জন্মগত ক্ষমতাসমূহ সমাজৰ কৃত্ৰিম ব্যৱস্থাৰ তাড়নাত ধ্বংস হৈ যায়। প্ৰকৃতিৰ সৌন্দৰ্য্যৰ মাজত যদি মানুহে নিজৰ সহজাত বৃত্তিসমূহ কৰ্ষণ কৰিলেহেঁতেন, তেনেহলে জীৱনৰ ইমান হা-হুতাহ, সমাজৰ ইমান অমিল-অসুয়াই ঠাই পাব নোৱাৰিলেহেঁতেন। সমাজ সুন্দৰ কৰিবলৈ হলে, জীৱন সুখৰ কৰিবলৈ হলে, আমি গাঁৱলৈ উভতি যাব লাগিব। গাঁৱৰ মানুহ প্ৰকৃতিৰ মানুহ। গাঁৱলীয়া জীৱনৰ লগত প্ৰকৃতিৰ নেবানেপেৰা সম্বন্ধ। এই সহজ সৰল জীৱনে মানুহৰ একমাত্ৰ কাম্য বিষয় হোৱা উচিত। ৰুছোৰ 'প্ৰকৃতিলৈ উভতি যোৱা' (Return to nature) ধ্বনিয়ে ফৰাচী দেশ নিনাদিত কৰিলে। এয়ে ফৰাচী-বিপ্লৱৰ আদৰ্শ হৈ পৰিল। সমতা (equality), মুক্তি (liberty) আৰু ভ্ৰাতৃত্বৰ (fraternity) ধাৰণা মানুহৰ মনত যিমানেই স্পষ্ট হৈ আহিল, সিমানেই সমাজৰ বন্ধন, বৈষম্য, কুৰীতি, কদাচাৰসমূহৰ বিৰুদ্ধে তুমুল সংগ্ৰাম আৰম্ভ হ'ল। ৰোমান্টিক সাহিত্যৰ এই মহান বুনিয়াদেহে ইয়াক চাৰিওফালে সৰবৰহী কৰি তুলিলে।

ৰুছোৰ ভাৱধাৰা অনুসৰণ কৰি ইংৰাজ কৱি ৱৰ্ডছৱৰ্থে নানা তৰহৰ প্ৰকৃতি বিষয়ক কৱিতা লিখি উলিয়ালে। তেওঁৰ কৱিতাত এক সহজ সৰল জীৱনৰ আকাঙ্ক্ষা ফুটি ওলাল। এই জীৱন পাবলৈ হলে আমাৰ শিক্ষা-দীক্ষা কেনে হোৱা উচিত এই বিষয়ে তেওঁ ৰুছোৰ 'এমিল' গ্ৰন্থৰ আহিত 'লুচি' কৱিতা লিখি উলিয়ালে। লুচি আছিল প্ৰকৃতিৰ অবোধ সন্তান ঃ—

'নাই কেৰে শলাগনি দিয়ে মৰমৰ
নাই কেৰে পৰে প্ৰণয়ত।' (দুৰ্গেশ্বৰ শৰ্ম্মা)

জনকোলাহলৰ আঁতৰত শান্তি-সুষমাৰ মাজত আলফুলকৈ বাঢ়ি অহা লুচিয়ে হল কৱিৰ প্ৰাণৰ দয়িতা ঃ—

A violet by a mossy stone
Half hidden from the eye,
Fair as a star, when only one
Is shining in the sky.

সুনীল গগনৰ অকলশৰীয়া তৰাৰ দৰে শেলুৰৈ-শিলনিৰ বুকুত লুচিৰএক উজ্জল আৰু মধুৰ জীৱন। প্ৰকৃতিবালা লুচিয়ে কিহৰ গুণত সৰ্ব্বগুণসম্পন্না হৈ উঠিছিল? "Education of Nature" কৱিতাত তেওঁ ইয়াৰ নিৰ্দ্দেশ দিছে। লুচিৰ মনৰ সুকুমাৰ বৃত্তিসমূহ সমাজৰ প্ৰভাৱত বিকৃত হৈ পৰিবলগীয়া হোৱা নাছিল। নিজৰ সক্ৰিয় অনুভূতিসমূহ পৰিচালনা কৰি লুচিয়ে জীৱনৰ প্ৰকৃত শিক্ষা লাভ কৰিছিল। মুক্ত বিহঙ্গমৰ দৰে পৰ্ব্বতে-ভৈয়ামে, নৈয়ে-জুৰিয়ে ঘূৰি ফুৰি লুচিয়ে মুকলি জীৱন যাপন কৰিছিল। প্ৰকৃতি আয়ে যেন তেওঁৰ 'মৰমৰ বাছা'ক আপোন মনে সকলো শিক্ষা দান কৰিছিল। হৰিণাৰ নাচোনৰ লয়লসি, নিজৰাৰ উদাত্ত সুৰ, তৰালিৰ উন্মুক্ত জীৱন, মেঘালিৰ মধুৰ মূৰ্চ্ছনা এই সকলোৱে লুচিৰ শিক্ষাৰ বাহন। প্ৰকৃতিয়ে লুচিৰ জীৱনৰ প্ৰেৰণা আৰু নিয়ন্ত্ৰণ (law and impulse)।



ৰুছো আৰু ৱৰ্ডছৱৰ্থৰ প্ৰকৃতি-প্ৰীতি ৰোমাণ্টিক কৱিতাৰ এক বিশিষ্ট অঙ্গ। চৌধাৰীৰ কৱিতাতো কৱি আৰু প্ৰকৃতিৰ মাজৰ এক নিৰবচ্ছিন্ন সংহতিৰ ৰূপ প্ৰতিভাত হৈছে। প্ৰকৃতিৰ দৃশ্যমান জগতখনে তেওঁক আপোনপাহৰা কৰি তুলিছে ঃ—

মোহন মূৰতিখনি প্ৰাণ ভৰি চাওঁ
চকুৰ নপৰে ছেদ তধা লাগি ৰওঁ।

সাদৰী, কেতেকী আৰু দহিকতৰাত তেওঁৰ প্ৰকৃতি বিষয়ক কৱিতাসমূহ স্তূপীকৃত হৈ আছে। এই কৱিতাবোৰ কৱিৰ নৈসৰ্গিক সংসৰ্গত হোৱা স্বতঃস্ফূৰ্ত্ত আবেগৰ ঢৌ। তাৰ মাজত প্ৰকৃতিৰ প্ৰতি কৱিৰ গভীৰ আত্মোৎসৰ্গ আৰু নিবিড় আত্মীয়তাৰ ভাব পৰিস্ফুট হৈ উঠিছে। চিৰকুমাৰ চৌধাৰীদেৱে আজীৱন প্ৰকৃতিৰ ৰেহৰূপ চাই 'কান্তা সুখ' অনুভৱ কৰিছে। কৱি আৰু প্ৰকৃতিৰ মাজত প্ৰেমিক প্ৰেমিকাৰ সম্বন্ধ গাঢ় হৈ উঠিছে। তেওঁৰ কৱিতাসমূহ হ'ল প্ৰিয় বিহঙ্গিনীলৈ লিখা বিভিন্ন ধৰণৰ প্ৰেম-পত্ৰ। ইয়াত কেতিয়াবা বিৰহৰ দাবাগ্নিও জ্বলি উঠিছে ঃ—

ই জীৱনে আৰু নাপাওঁ সি সুখ
মিলন মাধুৰীপাৰ।

কেতিয়াবা মিলনৰ আনন্দ উদ্ভাসিত হৈ পৰিছে ঃ—

দুইৰো দুখনি হিয়া একেখনি হৈ
বন্ধা আছে প্ৰণয় ডোলত,......
কদাপিতো দুজনৰ নহব বিচ্ছেদ।

ইয়াত পাওঁ আদি ৰসৰ বাৰ্ত্তা ঃ—

তেজে ফুটো ফুটো কৰা সুকোমল অধৰত
চুম্বন-মদিৰা সুধা শ্ৰৱে প্ৰেম পৰশত।

প্ৰাপ্তিৰ পৰম আনন্দ ঃ—

ঢালি দি সুৰভি-ভাণ্ড গুচালা প্ৰাণৰ তৃষ্ণা।

সঙ্গ-সুখৰ কোমল নিৰ্য্যাস ঃ—

সৌন্দৰ্য্যৰ সম্ভোগত উথলি উঠিল প্ৰাণ।

প্ৰকৃতিক মানৱীয়ত্ব আৰোপ কৰাত ৰঘু চৌধাৰী সিদ্ধহস্ত লইঁপইীয়া 'গছৰ পাত' এটিৰ ধূলিধূসৰিত অৱস্থা দেখি নশ্বৰ জীৱনৰ করুণ কাহিনী সুঁৱৰিবলগীয়া হয়। নির্ম্মম ব্যাধৰ কূট চক্ৰান্তত পৰি নিমাখিত 'হৰিণা পোৱালী' টিয়ে হুৰাওবাৰে কন্দা শুনিলে অসহায় জীৱনৰ প্ৰতি গভীৰ বেদনা উঠলি উঠে। ৱৰ্ডছৱৰ্থৰ প্ৰকৃতি বৰ্ণনাত গ্ৰাচামিয়াৰ, ডাভডেলৰ বা-বতাহৰ উমান পোৱাৰ নিচিনা ৰঘু চৌধাৰীৰ বৰ্ণনাও জাতে-পাতে অসমীয়া। চৌধাৰীৰ কৱিতাত কেতেকীৰ মাত শুনি শিপিনী বোৱাৰীৰ হাতৰ মাকো হাততে বয়, জীয়াৰী ছোৱালীৰ যঁতৰৰ মহুৰা যঁতৰতে থাকে। তেওঁৰ বসন্ত-বন্দনাত 'মন্দিৰৰ উপেক্ষিত ৰবাৰ ফুলেও নিজৰ সামান্য শুভ্ৰ পৰিমল যাচি দিয়ে, তেওঁৰ 'বহাগী' 'ছোৱালীক ময়ূৰে গোমচেং মেখেলা পিন্ধায়, ৰচকী পখিলাই বিহাত বুটা তুলি দিয়ে। চৌধাৰীৰ সকলো চিত্ৰতে বীৰকুছি, লাওপাবাৰ সাকুৰা মাটিৰ সাঁচ বহি আছে। তেওঁৰ প্ৰাকৃতিক চিত্ৰত মানৱীয়ত্ব আছে; কিন্তু অপ্ৰাকৃতিক একো নাই, সত্যৰ অপালাপ নাই। ৱৰ্ডছৱৰ্থৰ দৰে চৌধাৰীৰ প্ৰকৃতি-কৱিতা সম্পূৰ্ণৰূপে প্ৰাকৃতিক। কিন্তু ৱৰ্ডছৱৰ্থে প্ৰকৃতিৰ যোগেদি ঐশ্বৰিক শক্তিৰ সন্ধান পাইছিল ঃ—

To me the meanest flower that blows can give thought that lie too deep for tears.

ৱৰ্ডছৱৰ্থে প্ৰকৃতিৰ প্ৰকৃতৰূপ বৰ্ণনা কৰাৰ উপৰিও ইয়াক ভাবৰ প্ৰতীক হিচাপে ব্যৱহাৰ কৰিছিল। প্ৰকৃতিৰ সংস্পৰ্শত তেওঁ পৰমাৰ্থিক সত্তাৰ সাক্ষাৎ পাইছিল ঃ—

And I have felt
A presence that disturbs me with the joy
Of elevated thoughts ; a sense sublime
Of something far more deeply interfused



চৌধাৰীৰ প্ৰকৃতি বৰ্ণনাত এনে কোনো পৰম সত্তাৰ আভাস নাথাকিলেও ৰূপৰ পৃথিৱীত তেওঁ ৰূপৰ পূজা কৰিছে; ৰূপ-মাধুৰী পান কৰিছে। কীটছৰ নিচিনা তেওঁৰ কাৰণে ৰূপৰ অতীত কোনো কথাৰে সত্যতা নাই। "What imagination seizes as beauty must be truth." সত্যই সুন্দৰ, সুন্দৰেই সত্য। A thing' of beauty is a joy for ever. 'সুন্দৰৰ আৰাধনা জীৱনৰ খেলা। সুন্দৰেই আনন্দ; 'সত্যম্ সুন্দৰম্, আনন্দম্' ৰূপপিয়াসী কৱিসকলৰ এয়ে জীৱন-দৰ্শন। কীটছ্ আৰু ৰোজেটিকে আদি কৰি ৰাফেলৰ পূৰ্ব্বৱৰ্ত্তী কৱিসকল এই সৌন্দৰ্য্যৰ সন্ধানতে ব্যস্ত। 'ৰূপ লাগি আখি ঝুৰে'... ...।

সৌন্দৰ্য্যৰ আকৰ্ষণ ৰোমাণ্টিক কৱিতাৰ এক বিশেষ লক্ষণ। এই খিনিতে ক্লাছিকেল কৱিতাত কোৱা কথাৰ সত্যতা আৰু গুৰুত্ব অতীৱ প্ৰয়োজনীয়। ৰোমাণ্টিক কৱিতাত কথাৰ বৈচিত্ৰ্য আৰু অভিনৱত্বৰ প্ৰতি বিশেষ মনোযোগ দিয়া হয়। ক্লাছিকেলধৰ্ম্মী কৱি পোপে কৱিতাৰ সূত্ৰ ৰচিছিল এই বুলি ঃ—

What oft was thought, never well expressed.

ৰোমাণ্টিক কৱি ৱৰ্ডছৱৰ্থৰ কৱিতাৰ সূত্ৰ আছিল ঃ—

Spontaneous overflow of powerful feeling.

ক্লাছিকেল কৱি সংযত, তেওঁলোকৰ ভাব চিৰন্তন সত্যৰ ওপৰত প্ৰতিষ্ঠিত। তেওঁলোকৰ প্ৰকাশভঙ্গী চিৰাচৰিত ৰীতি-নীতিৰ অনুমোদন সাপেক্ষ। ৰোমাণ্টিক কৱি বিপ্লৱী। অতীতৰ আদেশ বা অনুজ্ঞাই হ'ল তেওঁলোকৰ মুক্তিকামী, দিগন্তপ্ৰসাৰী আবেগ অনুভূতিসমূহক শৃঙ্খলিত কৰাৰ সজ্ঘবদ্ধ চেষ্টা। যুক্তিবাদ তেওঁলোকৰ জন্মগত মুক্তিবাদৰ ঘোৰ পৰিপন্থী। কীট্‌ছে কৈছিল—নিউটনে ৰামধনুৰ ওপৰত কাঁৰ মাৰিছে। সৌন্দৰ্য্যৰ অপূৰ্ব্ব চানেকী আকাৰ এই ৰামধনু। পদাৰ্থ-বিজ্ঞানৰ হাতত ই অপদাৰ্থ বিষয় হৈ পৰিল। এই যুক্তিত, এই ব্যাখ্যাত সৌন্দৰ্য্যৰ আত্মাই ধৰা নিদিয়ে। উদ্ভিদ তত্ত্বজ্ঞসকলে উদ্ভিদৰ ৰূপ কাটি ছিঙি

টুকুৰাটুকুৰ কৰে। সেয়েহে ৰোমাণ্টিক কৱিসকলে দিঠকক নেওচি কল্পলোকত, গজদন্তমিনাৰত বাস কৰিবলৈ বিচাৰে ঃ—

Ever let the fancy roam
Pleasure never is at home—Keats.

চৌধাৰীও তেনে এক কল্পলোকৰে অধিবাসী। 'মাতৃদেৱী'ৰ লগত তেওঁ এনে ঠাইত থাকিব খোজে ঃ—

"সদায় ফুলিছে য'ত নন্দন কানন"

আশৈশৱ মাতৃহীন কৱিয়ে এনে এখন সুন্দৰ ৰাজ্যৰ কল্পনা কৰি আহিছে য'ত তেওঁৰ পুণ্যশীলা মাতৃদেৱীয়ে চিৰকাল বিচৰণ কৰি আছে। মৃতকৰ সদ্গতি সকলোৱে কামনা কৰে; যদিও এই সম্পৰ্কে বহুতৰে ধাৰণা অস্পষ্ট। কোনো মহাকাশযাত্ৰীয়ে সেই ইন্দ্ৰৰ অমৰাৱতীৰ কাহিনী আমাক কোৱাহি নাই; কিন্তু কৱি চৌধাৰীৰ কল্পনাত সেই 'চিৰ-শান্তিধাম' তেওঁৰ হাতৰ লাখুটীডালৰ দৰেই সঁচা। অনুভূতিৰ সত্যতা ৰোমাণ্টিক কৱিয়ে কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰে। সেয়েহে তেওঁ-লোকৰ কৱিতাত নতুন নতুন কলা-কৌশলৰ প্ৰয়োগ, নতুন নতুন ভাবৰ সম্ভাৰ।

কৱি চৌধাৰী প্ৰেমৰ পূজাৰী, সৌন্দৰ্য্যৰ উপাসক। তেওঁৰ মানত প্ৰেমৰ অৰ্থ অকপট, অকুণ্ঠিত আত্মদান; সৌন্দৰ্য্যৰ অৰ্থ অকৃত্ৰিম, অনাবিল ৰূপ। তেওঁ বিচাৰে হিয়াভৰা অকপট প্ৰেম, তেওঁ দেখে সৌন্দৰ্য্যৰ দিব্য আভৰণ। 'হেঁপাহ' কৱিতাত তেওঁ অন্তৰৰ অদম্য সৌন্দৰ্য্য স্পৃহাৰ কথা চমকপ্ৰদভাৱে প্ৰকাশ কৰিছে ঃ—

মালতী তগৰে জাতিষ্কাৰ কৰে
পুষ্প উপবনখনি
ইচ্ছা হয়, হওঁ পুৱতি অৰুণ,
জেউতি চৰাওঁ নিতৌ নতুন
দিওঁ নিৰমল হিয়াত চিকোণ
প্ৰেম-নিয়ৰৰ পানী।



প্ৰকৃতিৰ বুকুত সৌন্দৰ্য্যৰ কণিকাবোৰ ভাহি ফুৰিছে। সৌন্দৰ্য্যৰ মহামেলা চাই কৱিৰ অন্তৰ আনন্দত অধীৰ হৈ উঠিছে। কৱিয়ে কামনা কৰে, তেওঁ যেন এই আনন্দ-সাগৰত চিৰকাল নাদুৰিসাঁতুৰি থাকিব। 'হেঁপাহ' কৱিতাটো সকলো সৌন্দৰ্য্য প্ৰেমিকৰে এটা অতি হেঁপাহৰ কৱিতা। 'গিৰিমল্লিকাতো' সেই একে ৰূপৰ পোহাৰ ঃ—

নন্দনৰ ৰূপ জ্যোতি পৰিমল সুধা,
কৰি আহৰণ বিশ্ব বিজয়িনী ৰূপে
মোহিলা নিতম্ব দেশ বিজন প্ৰান্তৰ।

গিৰিমল্লিকাৰ জগৎজিনা ৰূপৰেখা; ই নন্দনৰ পাৰিজাত। ব্ৰহ্মপুত্ৰৰ বিজন প্ৰান্তৰ প্ৰকৃতিক ই সজীৱ কৰি তুলিলে। ইয়াৰ মধুৰ স্পৰ্শই কৱিৰ নিঃসঙ্গ জীৱনৰ নীৰৱতা দূৰ কৰি আকুল তন্ময়তাৰ ভাব জগাই তুলিলে। গিৰিমল্লিকা তেওঁৰ জীৱনৰ চিৰবাঞ্ছিত, চিৰ কল্পিত প্ৰেম নিধি। ইয়াৰ 'অকৃত্ৰিম প্ৰণয়ৰ স্নেহ আলিঙ্গন'ত কৱিৰ 'নিষ্প্ৰভ ফুলনি জ্যোতিৰ্ম্ময়' হৈ উঠিল। পূৰ্ণিমাৰ জোনৰ দৰে গোলাপ ফুলৰ ৰূপ-লাৱণ্যয়ো কৱিক হাত বাউল দি মাতিছে। গোলাপ ফুল সকলো সৌন্দৰ্য্যৰ মূৰ্ত্ত প্ৰকাশ; পৃথিৱীৰ সকলো ৰূপ-মাধুৰীৰ আধাৰ। গোলাপৰ ৰূপ-তৰঙ্গত মুগ্ধ হৈ পাপিয়াই স্নিগ্ধ সুৰ ধৰিছে। এই ৰূপৰ জোৰাৱে আৰবপিয়াৰী বছৰা ৰাণীৰ মুখৰ সৌন্দৰ্য্য বঢ়াইছে আৰু 'বাদচা-হেৰেম' গুলজাৰ কৰি তুলিছে। সেই সৌন্দৰ্য্যৰ তীব্ৰ আকৰ্ষণে কৱিৰ প্ৰাণত সৃষ্টি কৰিছে প্ৰেমৰ তুফান।

ফুলে ফুলে কৱিয়ে চাই ফুৰে অৰূপৰ ৰূপ। তাতে চৰাইৰ গীতে তেওঁৰ এই মধুৰ অন্বেষণ আৰু মধুৰিমাময় কৰি তোলে। ফুল, চৰাই ৰূপ আৰু সুৰ এয়ে কৱিৰ মানত 'নৱ জীৱনৰ দুৰ্ল্লভ মাধুৰী।' বাস্তৱৰ মাজত থাকিও ৰোমাণ্টিক কৱি বাস্তৱতাৰ পৰা সম্পূৰ্ণৰূপে মুক্ত। কল্পনা-ৰাগীয়ে তেওঁৰ বাস্তৱতা দোষ নাশ কৰে। He is in the world; but not of the world. সংসাৰ তেওঁৰ আলহীঘৰ, জীৱন তেওঁৰ

তীৰ্থ-যাত্ৰা, লক্ষ্য তেওঁৰ সৌন্দৰ্য্যৰ পূজা-আয়োজন। গুৱাহাটীৰ উপকণ্ঠৰ বিজন প্ৰান্তত, ব্ৰহ্মপুত্ৰৰ বিৰাট চাপৰিত কৰিয়ে ৰূপতীৰ্থ তৈয়াৰ কৰিলে। ইয়াতেই 'বহাগীৰ বিয়া'। ইয়াতেই 'কেঁচাসোণ' যেন ৰূপটি চিকোণ 'ছায়াচিত্ৰৰ' প্ৰেম আলিঙ্গন। ইয়াতেই 'মানসমোহিনী,' 'জীৱনতোষিণী' "প্ৰিয় বিহঙ্গিনী"ৰ কোমল কূজনে কৱিৰ প্ৰাণত গভীৰ আলোড়নৰ সৃষ্টি কৰিছিল। ইয়াতে কৱিৰ কল্পনাকুঁৱৰী, মানসী প্ৰতিমাই গোলাপ, গিৰিমল্লিকা, কেতেকী, দহিকতৰাৰূপে আত্মপ্ৰকাশ কৰিছিল আৰু ইয়াতে কৱিয়ে জীৱনৰ হেৰোৱা মাণিক বিচাৰি পালে। প্ৰকৃতিৰ আত্মাৰ লগত তেওঁৰ আত্মাৰ মিলন হ'ল। নিজৰ সুখদুখ, হৰ্ষবিষাদ, সকলো ভাবৰ লগত তেওঁৰ প্ৰিয়তমা প্ৰকৃতিৰ নিগুঢ়, নিবিড় সম্বন্ধ গঢ় লৈ উঠিল। অনুভূতিৰ তীব্ৰতা আৰু কল্পনাৰ সাৱলীলতা ৰক্ষা কৰি চৌধাৰীদেৱে প্ৰকৃতি সম্বন্ধীয় যি মধুৰ, গভীৰ আৰু নিবিড় পৰিচয়ৰ কাহিনী দাঙি ধৰিছে, সি অসমীয়া কাব্য সাহিত্যৰ এক গৌৰৱময় অধ্যায়। বিশ্ব, উপমা, গছৰ পাত, গোলাপ, গিৰিমল্লিকা, বহাগীৰ বিয়া, পুৱতি তৰা, বিভুতি, মধুলিহ, অঞ্জলি, মৰমৰ পখী, বিষাদ, হেঁপাহ, কেতেকী, দহিকতৰা, সৌন্দৰ্য্য সাধক, অভিসাৰ, বিশ্বৰূপ, নশ্বৰতা, আকাঙ্ক্ষা, অন্তিম জ্যোতি, ফুলশয্যা, প্ৰশস্তি, কৱিপ্ৰিয়া, অনাহূত আদি এই কৱিতাবোৰ 'চৰাই আৰু উদ্ভিদ জগতৰ মনোৰম সাধুকথাৰ নিচিনা।' প্ৰতিটো কৱিতাই অসমীয়া লিৰিক কৱিতাৰ বিতোপন নিদৰ্শন ; একো একোটা মৌলিক চিত্ৰ। তেওঁৰ কেতেকী আৰু দহিকতৰা অসমীয়া ৰোমাণ্টিক যুগৰ মনোৰম সৃষ্টি।

---

# প্ৰকৃতি

পৰিদৃশ্যমান জগতখনৰ বিবিধ-উপাদান আৰু দৃশ্যৰাজিয়ে কৱিসকলৰ লিখনীত দুই ধৰণে স্থান পায়। কিছুমান কৱি প্ৰকৃতি জগতৰ বহিঃ ৰূপৰ বৰ্ণনাতে সীমাবদ্ধ হৈ থাকে আৰু কিছুমানে প্ৰকৃতিৰ বিবিধ দৃশ্য নাইবা নৈ-নলা, চৰাই-চিৰিকতি, ফুল-ফল আদিৰ লগত আপোন মনৰ সংযোগ ঘটাই কোনো এটা দৰ্শন প্ৰতিষ্ঠিত কৰে। প্ৰথম বিধত প্ৰকৃতিৰ লগত মানৱ-অনুভূতিৰ যোগাযোগ নঘটে ; মাত্ৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ সূক্ষ্ম বৰ্ণনা পোৱা যায়। দ্বিতীয় বিধত হ'লে প্ৰকৃতিত সজীৱতা আৰোপ কৰি মানুহৰ সুখ-দুখ আৰু চিন্তা-ধাৰণাৰ সৈতে প্ৰকৃতিৰ ওতঃপ্ৰোত সম্বন্ধৰ ৰূপ দাঙি ধৰা হয়, প্ৰকৃতিক ৰহস্যময়ী ৰূপে লৈ প্ৰকৃতিৰ গোপন কাৰ্য্যকলাপ অনুধাৱন কৰা দেখা যায়। প্ৰকৃত কৱিয়ে এটি সত্তাক বিবিধৰূপে বৰ্ণাই একং সত্তং বহুধা কল্পয়তি ( ঋগ্বেদ )। প্ৰাচ্য কৱি আৰু শিল্পীসকলৰ বৈশিষ্ট্যও ইয়াতে। প্ৰাচ্য শিল্পীৰ প্ৰধান লক্ষণ হৈছে আত্মবিলোপ। তেওঁৰ অনুধাবনৰ বস্তু হৈছে দৃশ্যমান বস্তুৰাজিৰ মাজৰ জীৱন-স্ফূৰ্ত্তিৰ ৰহস্যখিনি। (১) প্ৰায় সকলো কৱিৰে বৰ্ণনাত বস্তুৰ প্ৰকৃতি জগতত যি ধৰণে আছে ঠিক তেনে ধৰণে পোৱা যায়। ইয়াত প্ৰকৃতি জগতৰ আনন্দৰ বৰ্ণনা থাকিব পাৰে, কিন্তু কৱি মনৰ কোনো সংযোগ নাই। ইয়াত আছে মানৱসংসৰ্গবিহীন প্ৰকৃতিৰ স্তূপীকৃত সৌন্দৰ্য্যৰ ধ্যান আৰু নিজৰ সৌন্দৰ্য্যত প্ৰকৃতিৰ নিজৰেই আনন্দোৎসৱ এটি। (২) চৌধাৰীদেৱৰ কৱিতাতো পাওঁ ঃ—

(১) Dr. C. P, Ramaswami Aingar Treatment of Landscape in Eastern and Western Poetry, 1956.

(২) ডঃ কাকতিঃ দহিকতৰাৰ পাতনি

(ক) লুইতৰ কাণে কাণে কঁহুৱাৰ ফুল
বতাহত হালিজালি ঢৌৰে ঢোৰে ঢৌ খেলি
তুষাৰ ধৱল কান্তি ধৰিছে বিপুল ।—'দহিকতৰা'

(খ) কাষত মঙ্গল-ঘট ফুলৰ কৰণি
মিলি যত বনবালা
পিন্ধাইছে বনমালা
বুকুত সজাই দিছে ঢুগঢুগিখনি
ধৰিছে উষাই ৰূপ কনকবৰণী ।—'দহিকতৰা'

কেতিয়াবা কেতিয়াবা এনে প্ৰকৃতিৰ বৰ্ণনাত কোনো এডোখৰ ঠাইৰ পাৰিপাৰ্শ্বিকতাৰ মনোৰম চিত্ৰ একোটি পাঠকৰ মানস-পটত প্ৰতিফলিত হয়। চৌধাৰীৰ 'বশিষ্ঠাশ্ৰম'ৰ বৰ্ণনা এনে বিধৰ। বশিষ্ঠাশ্ৰমলৈ নোযোৱা লোকেও কৱিতাটো পঢ়ি যোৱা জনৰ নিচিনাই অনুভৱ কৰিব ঃ—

চাৰি দিশ নিজঞ্জাল নিমাত নিজম
গম্ভীৰ প্ৰকৃতি যোগী ধ্যানত মগন ।
ঢুকাযে ফুলৰ শাৰী গছলতিকাই
হালিজালি সেৱা কৰে ঋষিৰ পাৱত ।
সুৰগী কুলিয়ে মাতে অপূৰ্ব্ব তানেৰে
জিলীয়ে বজায় বীণা মিলন সুৰত ।

কোনো কোনো ক্ষেত্ৰত প্ৰাকৃতিক শোভা-সৌন্দৰ্য্যবোৰৰ আকৰ্ষণ ইমান বেছি হয় যে সেইবোৰৰ প্ৰতি এটা তীব্ৰ আসক্তিৰ ভাব জাগি উঠেঃ— জিৰজিৰকৈ বৈ যোৱা পৰ্ব্বতীয়া জুৰিটিলৈ মোৰ তীৰ্থ আসক্তি জন্মিছিল (ৱৰ্ডছৱৰ্থ)। কৱি চৌধাৰীৰ ভাষাত ঃ—প্ৰাণে প্ৰাণে ভাল পাওঁ প্ৰকৃতিবালাক, ভাল পাওঁ সৰু ঢউ কিটি ।—নইৰ বুকুত

বিৰাট বিশ্বৰ চাৰু চিত্ৰ দেখি অতীত মনত পৰে,
চিৰকাল যেন উমলি ফুৰিম অজান শিশুৰ দৰে ।—উপমা
কতদিন লুইতৰ দাঁতিয়ে দাঁতিয়ে



ৰং মনে ফুৰি আহি দুৰ্ব্বা আসনত বহি
প্ৰকৃতিৰ সান্ধ্য শোভা প্ৰাণ ভৰি চোৱা
উলাহ মনেৰে কত সুখ গীত গোৱা ।—সখীলৈ

কৱিৰ গদ্য-কৱিতা 'নৱমল্লিকা'ত এই ভাবটি আৰু স্পষ্ট হৈ উঠিছে ঃ— ভাল পাইছিলো অনাঘ্ৰাত অৱগুণ্ঠিতা এপাহি ধুনীয়া ফুল।··· ··· ··· আৰু ভাল পাইছিলো অপ্সৰা-কণ্ঠ-বিনিন্দিত অমৃত নিস্যন্দিনী প্ৰহেলিকা-ময় আজলী পখীটিৰ গগন প্লাৱিত অস্ফুট গীতি-তৰঙ্গ।··· ··· ··· বসন্তৰ প্ৰভাতৰ স্নিগ্ধতা, অনবদ্য ৰূপৰ মুগ্ধতা। ঢুপৰীয়া বহাগী জহত সুশীতল শ্যামল নৱ-পল্লৱিত গিৰিপাদপৰপৰা ঢালি দিয়া দীঘলীয়া সুৰৰ পীযুষ ধাৰা। নাজানো জীৱনৰ এই সহজাত মমতাখিনি কোন সতে ত্যাগ কৰোঁ।—তন্ময়তা।

প্ৰকৃতিৰ বিবিধ উপাদানৰ লগত নিজকে বিলীন কৰি প্ৰকৃতি-জগতত বিৰাজ কৰা আনন্দ উপভোগ কৰিবলৈ থকা অভিলাষটো চৌধাৰীৰ প্ৰকৃতি-কৱিতাৰ এটা বিশিষ্ট সুৰ। ডঃ কাকতিয়ে কোৱাৰ নিচিনা 'এনে কৱিতাৰ ভিতৰেদি প্ৰেমিকৰ লোলুপ স্পৃহা জাগি উঠা দেখা যায়।' হেঁপাহ কৱিতাটো এই ভাবাপন্ন ঃ —

বিহৰিছে আহা, কুঞ্জ-কাননত
প্ৰেমিকা বসন্ত ৰাণী ;
ইচ্ছা হয়, যেন মন-পখী মোৰ
কৰে গুণগান নৱ বসন্তৰ,
দিওঁ ঢুগালত হেঙুলী বোলৰ,
কুঙ্কুম চন্দন সানি।

যুগে যুগে কৱিসকলে প্ৰকৃতি-জগতৰ সৈতে তেওঁলোকৰ বৰ্ণনীয় বস্তুৰ সাদৃশ্য দেখে আৰু সেই কাৰণে সকলো দেশৰ কৱিয়ে ৰূপক, উপমা আদিৰ সহায়ত প্ৰকৃতি-জগতৰ ওচৰ চাপে। প্ৰাচীন অসমীয়া

সাহিত্যতো ইয়াৰ উদাহৰণ প্ৰচুৰ পৰিমাণে আছে। শূৰ্পণখাই লক্ষ্মণৰ ৰূপৰ বৰ্ণনা দিছে ঃ—

ৰুচিকৰ কৰ্ণ কম্বু কণ্ঠ মনোহৰ
নাসা তিল ফুল জিনি চিবুক সুন্দৰ।
তপ্ত সুৱৰ্ণৰ কান্তি শৰীৰ নিকুজ
মৃণাল সদৃশ সুবলিত দুই ভুজ।
—মাধৱকন্দলীৰ ৰামায়ণ, অৰণ্যকাণ্ড

শঙ্কৰদেৱেও ৰাম-বিজয় নাটত সীতাৰ ৰূপ বৰ্ণাইছে ঃ—

পদ পঙ্কজ নৱ পঙ্কজ কান্তি
চম্পক পাকৰি আঙ্গুলিক পান্তি।
নখচয় চাৰু চান্দ পৰকাশ
লহু লহু মত্ত গজ গমন বিলাস।

চৌধাৰীৰ কবিতাতো এনে বৰ্ণনা পোৱা যায় ঃ—

আহা কি অপূৰ্ব্ব ৰূপৰ মাধুৰী দশন মুকুতা পান্তি
পকা বিম্বফল সদৃশ লাৱণ্য হেঙুলীয়া ওঠ দুটি।—ছায়াচিত্ৰ

'যুগলতৰা' কবিতাটি প্ৰায় একে ভাৱৰ যদিও কবিয়ে তাত প্ৰকৃতি-জগত আৰু মানৱ অন্তৰত থকা নানা সৌন্দৰ্য্যৰ মাজেৰে 'প্ৰিয়তমা'ক বিচাৰি পাইছে। আশা, শান্তি, প্ৰেম, প্ৰীতি, সৰলতা, কোমলতা, অনুপম কান্তি, শোভা আদিয়েই কবি-প্ৰিয়াৰ দুচকু। 'বহাগীৰ বিয়া' কবিতাটোত আকৌ প্ৰকৃতি-জগতৰ বিশিষ্ট সৌন্দৰ্য্যযুক্ত গছ, লতা, ফুল, চৰাই আদি একেলগ কৰি বহাগীক 'পাটৰাণী'ৰূপে সজাই তুলি প্ৰকৃতিক এজনী অসমীয়া কইনাৰ ৰূপ দিওঁতে কবিৰ কল্পনা আৰু বৰ্ণনা-পটুতাৰ পৰিচয় পোৱা গৈছে ঃ—

পিন্ধালে ময়ূৰে গোমচেং মেখেলা,
ভমকাফুলীয়া চাই,
দিলে বুটা তুলি ফুলবছা ৰিহা
ৰচকী পখিলী বাই।



ইয়াতে ৰামায়ণৰ চিত্ৰকূট বৰ্ণনাৰ কথা মনত পৰে। কন্দলীয়ে সীতাৰ শাৰীৰিক ৰূপ-লাৱণ্য প্ৰকৃতিৰ বিবিধ বস্তুৰ ওপৰত আৰোপ কৰি প্ৰকৃতিৰ লগত সীতাৰ অভেদত্ব স্থাপনৰ চেষ্টা কৰিছে ঃ—

বদন উপৰে তোৰ নয়ন যুগলে।
খঞ্জন দুতয় যেন চলয় কমলে॥
জনকৰ জীউ দেখ নদী মন্দাকিনী।
তোমাৰ সদৃশ সুশোভিত মধ্যক্ষীণী॥

মানৱৰ কাৰ্য্য আৰু অনুভূতিৰ প্ৰতিক্ৰিয়া দেখুৱায়ো কোনো কোনো কবিয়ে প্ৰকৃতিৰ বৰ্ণনা কৰে নাইবা মানুহৰ কাৰ্য্যাৱলীৰ পটভূমিৰূপে প্ৰকৃতিক দৰ্শোৱা হয়। চৌধাৰীৰ কবিতাত প্ৰকৃতিক মানৱ-ইতিহাসৰ সংৰক্ষক আৰু মানৱ-নাটখনিৰ নীৰৱ দৰ্শকৰূপে চিত্ৰিত কৰা হৈছে ঃ—

বহুল শ্যামল ক্ষেত্ৰ শিলনিৰে গঁথা,
লেখা আছে বশিষ্ঠৰ হৃদয় দুৰ্গত—
অতীত গৌৰৱ স্মৃতি আৰু পুণ্য কথা,
বিশ্ব-লীলা অভিনয় কীৰ্ত্তি শত শত।—বশিষ্ঠাশ্ৰম

কিন্তু মানৱ-সমাজ আৰু প্ৰকৃতি-জগতৰ মাজৰ বৈষম্য বা বৈপৰীত্য দেখুৱাওঁতে কবি চৌধাৰীৰ লিখনী বেছি প্ৰৱাহশীল হৈ উঠিছে। কবিতাত এই বৈপৰীত্য কেতিয়াবা প্ৰকৃতি-জগতৰ সনাতন ৰূপক মানৱ-জগতৰ ক্ষণভঙ্গুৰ ৰূপৰ লগত তুলনা কৰি দেখুৱা হয়, নাইবা প্ৰকৃতি-জগতৰ কোনো এটি ঘটনাৰ তুলনাত মানৱ-জীৱনৰ কোনো এটি ঘটনাৰ মূল্য-হীনতালৈ ইঙ্গিত দি বৰ্ণনা কৰা হয়। চৌধাৰীৰ কবিতাত প্ৰকৃতিৰ এই দুয়ো ৰূপ দেখা পোৱা যায় ঃ—

(ক) কত যুগ মাৰ গ'ল কালৰ সোঁতত
আজিও বশিষ্ঠাশ্ৰম আছে একে ভাৱে।—বশিষ্ঠাশ্ৰম

(খ) আজিও তটিনী আগৰ দৰেই
কুলু কুলু গীত গায়।—ছায়াচিত্ৰ

(গ) বীণাৰ মধুৰ তানে নাপাওঁ সান্ত্বনা প্ৰাণে
অস্ফুট সঙ্গীতে দিয়া মৃত সঞ্জীৱনী,
গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী।

মানুহে গঢ়া বীণাৰ কৃত্ৰিম সুৰৰ লগত প্ৰিয় বিহঙ্গিনীৰ স্বাভাৱিক সুৰৰ কোনোমতে তুলনা হব নোৱাৰে। সেইদৰে—

আকৌ এদিন আহিব শৰৎ
হাঁহিব শেৱালি পাহি,
ঠেও ধৰি ধৰি কৰিব নৰ্ত্তন
খঞ্জনী পখীটি আহি।
কিন্তু মোৰ সেই মানস-কুসুম
গইছে যিদিনা সৰি,
সৌন্দৰ্য্য পৰাগ শূন্য হিয়াখনি
নুঠে আৰু ঠন ধৰি।—বিষাদ

প্ৰকৃতি-জগতৰ কাৰ্য্যাৱলীৰ যোগেদি কোনো কোনো সময়ত কৰি-সকলে একোটা মহান সত্য উপলব্ধি কৰে। প্ৰকৃতিয়েই যেন গুৰু। (৩) আমাৰ কৱিয়ে জগতৰ পৰিবৰ্ত্তনশীলতাৰ শিকনি প্ৰকৃতিৰপৰা গ্ৰহণ কৰিছে ঃ—

কালি যাক দেখিছিলো নাচি বাগি ফুৰা
আজি তাৰ ধূলিত শয়ন!—গছৰ পাত

সমাজৰ অন্যায়-অবিচাৰ, অন্তঃসাৰ-শূন্যতা আদিয়ে কেতিয়াবা কৱি-মন বিদ্ৰোহী কৰি তোলে। তেতিয়া কৱিয়ে মানৱ সমাজৰ তুলনাত প্ৰকৃতি-সমাজখন উচ্চ স্তৰৰ যেন দেখি তাৰ জয়গান আৰম্ভ কৰে। কৱি চৌধাৰীয়ে জীৱনৰ নানা বিপৰ্য্যয়ৰ মাজত পৰি মানুহৰপৰা একোকে নেপাই মানৱ সমাজৰ বিপক্ষে যেন অভিমানহে চলাইছে। কৱিয়ে 'বিশ্বভাণ্ডাৰত মৰম-ভিখাৰী' হৈ 'অন্তৰ দান' খুজিছিল। কিন্তু 'সিন্ধুৰ-

(৩) E. Blunden :—Nature in English Literature, 1929.



মন্থন'ত গৰল উদ্ভৱ হ'ল। কৱিৰ জীৱন দুৰ্ব্বহ হৈ উঠিল। 'ব্যথাৰ সহস্ৰ জলা' আৰু 'ব্যৰ্থতাৰ গ্লানি'য়ে কৱিৰ বুকুত 'তপত উচ্ছ্বাস'ৰ সৃষ্টি কৰিলে। তেওঁ 'কেউপিনে হাহাকাৰ' দেখিলে। তদুপৰি হিংসা, দ্বেষ, প্ৰৱঞ্চনা আদিৰ মাজত পৰি 'দেৱদাৰু তৰু পুৰি দেই ছাৰখাৰ হ'ল!' কৱিৰ মনে মানুহৰ মাজত শান্তি নেপালে। কৱিৰ অশান্ত মনে সেই হেতুকে প্ৰকৃতিৰ মাজত শান্তি বিচাৰিছে। 'বৈৰাগ্যৰ কথা' আৰু 'কেতেকী' কাব্যৰ প্ৰথম তৰঙ্গত মানৱ সমাজ অৰু প্ৰকৃতি-সমাজৰ মাজত এটা বিৰুদ্ধ ভাৱ পৰিলক্ষিত হৈছে ঃ—

হিংসা দ্বেষ প্ৰৱঞ্চনা সংসাৰৰ বিড়ম্বনা
লোভৰ বেহানি তাত একো নাইকিয়া।—বৈৰাগ্যৰ কথা।
নহয় ই ঠাই নন্দন কানন
নহয় অমৰাৱতী,
আচল পিছল আছে বহু বাট
আছে বহু লটিঘটি।
নিস্বাৰ্থ মৰম নাপাবি ইয়াত
নাপাবি অমিয়া সুখ,
আদৰি সাদৰি কোনেবা মাতিব
কোনে পতিয়াবি দুখ?—কেতেকী. ১ম তৰঙ্গ

প্ৰকৃতি জগতত হলে 'কোমলতা, সবলতা, স্বৰগৰ পৱিত্ৰতা' আৰু 'আনন্দ-মূৰতি নিতৌ বিৰাজে।' সেয়েহে সংসাৰ-পথিকক কৱিয়ে আহ্বান জনাইছে ঃ—

হে পথিক জুৰোৱাহি তাপিত জীৱন
ক্ষন্তেক বহিলে হিয়া পৰিব শীতল,
ভাগৰুৱা পথিকৰ শান্তি নিকেতন
অময়া প্ৰেমৰ পুৰী গিৰি সন্ধ্যাচল।—বশিষ্ঠাশ্ৰম

* * * *

সংসাৰ তপন তাপে জৰ্জ্জৰিত তনু
নাপালে শান্তিৰ ছাঁয়া মৰু জীৱনত ।—ফল্গু

'নৰমল্লিকা'ৰ অন্তৰ্গত 'ফুল' নামৰ প্ৰবন্ধটিতো ইয়াৰ প্ৰতিধ্বনি শুনা গৈছে ঃ—প্ৰিয়দৰ্শনে ! দুখ-দৈন্য আদি আলৈ-আহুকালে আগুৰি থকা সংসাৰ মৰুভূমিৰ তুমিয়ে নিৰ্ম্মল উৎস, শান্তিৰ পূতধাৰা !

'প্ৰেম' আৰু 'শান্তি' এই দুটাৰ অভাৱ কৱিয়ে আজীৱন অনুভৱ কৰিছে। কৱিৰ অন্তৰ বিষাদেৰে পৰিপূৰ্ণ। কৱিয়ে কাৰো মৰম নেপায়, তেওঁৰ অন্তৰত হাঁহি নাই। এই অভাৱ পূৰণৰ অৰ্থে প্ৰকৃতিৰ বিবিধ বস্তুৰ ওচৰত তেওঁ কাতৰ মিনতি জনাইছে। গিৰিমল্লিকা, পুৱতি তৰা, ভেঁটকলি, গোলাপ আদি কৱিতাত এনে ভাব পোৱা যায়। প্ৰকৃতিৰ বিবিধ বস্তুৰ সম্যক পৰিচয় নেপালেও কৱিয়ে অন্ততঃ এইখিনি জানে যে সেই সেই বস্তুবোৰ যেন সৌন্দৰ্য্য, প্ৰেম, আনন্দ আৰু শান্তিৰ আকৰ। নৰমল্লিকাত 'ফুল'ক সম্বোধন কৰি কৱিয়ে লিখিছে ঃ—তুমি থাকা বহুত দূৰৈত, তেও বুকুৰ মৰম সকলোকে সমানে বিলোৱা। মৰম ভৰা বুকুখনিত বিষাদৰ কালিমা যেন সমূলি নাই। তুমি চিৰআনন্দময়ী, চিৰকল্যাণময়ী আৰু চিৰহাস্যময়ী। সৃষ্টি-পদাৰ্থৰ মাজত তুমি শ্ৰেষ্ঠৰো অতি শ্ৰেষ্ঠ শোভনীয় বস্তু !

ঠিক সেইদৰে 'গিৰিমল্লিকা'ৰ আগমনিত কৱিয়ে অনুভৱ কৰিছে ঃ—লতিকাৰ কুঞ্জপল্লৱত উঠিছে উথলি যেন প্ৰেমৰ তৰঙ্গ ! তেওঁৰ হাঁহিত 'বনে বনে হৰিতা ক্ষেত্ৰত তৰু তৃণ লতিকাৰো চমক' ভাগিছে। গতিকে কৱিৰ প্ৰাৰ্থনা ঃ—

প্ৰাণপ্ৰিয়া আজি মোৰ বিজন কুঞ্জত
তুলিবা নে লয়লাসে হাঁহিৰ তৰঙ্গ ?
ব্যথাৰে উপচি পৰা আকুল প্ৰাণত
অকৃত্ৰিম প্ৰণয়ৰ স্নেহ আলিঙ্গন।



আনকি 'দিকদিগন্তৰ বালিৰে ভৰা প্ৰস্তৰ কঙ্কৰময় মৰুভূমিখনি'তো কৱিৰ মনে মোহিনী ৰূপ দেখিবলৈ পাইছে ঃ—

হে দেৱি অনন্তৰূপা বিশ্ববিমোহিনী
মায়াময়ী মৰুবালা ! অনন্ত বিস্তাৰি
আহা কি অপূৰ্ব্ব ধৰিছা মোহিনীৰূপ !—কাৰবালা।

এইদৰে গৈ গৈ কৱিসকলৰ মনে আৰু উচ্চ স্তৰলৈ গতি কৰে। লাহে লাহে তেওঁলোক দাৰ্শনিকৰ শাৰীলৈ উঠে আৰু বিশ্বজগত জুৰি এটি মাত্ৰ শক্তিৰ সন্ধান পায়। তেতিয়া পাৰ্থিৱ অসুখ-অশান্তি, বিৰহ-ব্যথা আৰু নিৰানন্দৰ ঠাইত শান্তি, সুখ, মিলন আৰু আনন্দৰ আভাস বিশ্ব জুৰি বিৰিঙি উঠে। প্ৰকৃতিৰ সৈতে যোগসূত্ৰ স্থাপন কৰি বহু সাধনাৰ ফলতহে এনে ধাৰণাৰ অধিকাৰী হব পাৰি। কৱি চৌধাৰীয়ে বহু বছৰ জুৰি ধ্যান-ধাৰণাৰ ফল স্বৰূপে বিশ্ব বিয়পি থকা এনে এটি 'আনন্দৰ ৰেখা' অনুভৱ কৰিছে। অকল আনন্দৰ ৰেখাই নহয়, বিশ্ব-বিয়পা সুৰ এটিও তেওঁ শুনিবলৈ পাইছে। ৰবীন্দ্ৰনাথৰ ভাষাত কবলৈ হ'লে 'জগৎ জুড়ে উদাৰ সুৰে আনন্দ গান বাজে।' চৌধাৰীয়ে গাইছে ঃ—

মহা বিশ্ব জুৰি বিৰিঙিছে যেন
আনন্দৰ পূৰ্ণ ৰেখা।—বহাগীৰ বিয়া

ৰভিয়াল পখী ধৰিছে গানৰ
ভুবন ভুলোৱা সুৰ—মৰমৰ পখী

মেলি দিছ সঁফুৰাটি মোহিনী কণ্ঠৰ
বই গ'ল বিশ্বব্যাপি দিক দিগন্তৰ।—দহিকতৰা

নিশাৰ নিস্তব্ধতা জয় কৰি ক'ৰবাৰপৰা এটি আনন্দৰ অনাহূত সুৰ গগন ভেদি বাজি উঠিছে।—চন্দ্ৰমল্লিকা

জীৱন-পথত বহু দূৰ আগবঢ়াৰ পিছতহে এনে এটি সুৰ কাবোবাৰ কৃপাত কৱিয়ে হঠাৎ শুনিবলৈ পায় ঃ—

ছন্দহীন জীৱনৰ পদূলি মুখত
শুনো কাৰ মৃদু পদধ্বনি।
আচম্বিতে আহি কোনে কৰিলে মুখৰ
প্ৰাণৰ নিবিড় নীৰৱতা।—অনাহূত

এই অমূৰ্ত্ত সুৰ আৰু আনন্দক এটি মূৰ্ত্ত ৰূপ দি চৌধাৰীয়ে তাকেই বিশ্ব-ব্ৰহ্মাণ্ডৰ গুৰিতে থকা একমাত্ৰ চৰম বা পৰম শক্তিৰূপে কল্পনা কৰি তেওঁৰ সৈতে মিলন-বিৰহৰ মধুৰ সমন্বয় ঘটাইছে। এইখিনিতেই চৌধাৰীৰ প্ৰকৃতিমূলক কৱিতাই চৰম ৰূপ লৈছে আৰু এইখিনিয়েই অসমীয়া কাব্য-সাহিত্যত চৌধাৰী-কৱিতাৰ বিশিষ্ট অৱিহণা। আনভাৱে কবলৈ হ'লে, প্ৰাকৃতিক শোভা-সৌন্দৰ্য্যই কৱিক পৰমজনৰ সৌন্দৰ্য্যৰ সন্ধান দিছে। কেতিয়াবা কেতিয়াবা কৰি 'কিমান পৰ সেই মহিমামণ্ডিত চিৰ-সুন্দৰৰ নীৰৱ ধ্যানত মগ্ন' হয় কব নোৱাৰে। কৱিৰ চৰাই বিষয়ৰ কৱিতাবোৰৰ ভিতৰত কেতেকী কাব্যত এই আটাইখিনি ভাব ব্যক্ত কৰা হৈছে। এইখনেই কৱিৰ আটাইতকৈ মনোৰম সৃষ্টি। প্ৰথম অৱস্থাত কৱিয়ে কেতেকী চৰাইৰ প্ৰকৃত পৰিচয় পোৱা নাছিল যদিও সেই কেতেকীয়ে আছিল প্ৰেমৰ প্ৰতীক—পৱিত্ৰ প্ৰেমৰ বাতৰি বিলাবলৈকে দেৱদূতীৰূপে মৰ্ত্ত্যত আৱিৰ্ভাৱ হৈছে। কেতেকী অকল প্ৰেমৰেই প্ৰতীক নহয় বিৰাট চৈতন্যৰো প্ৰতীক। প্ৰকৃতিৰ বিবিধ বস্তুৱে এই চৰাইটিক সম্ভাষণ জনাইছে। কেতেকীৰ মাতত বিবিধ ফুল ফুলি উঠিছে, বিবিধ চৰায়ে মাতিবলৈ লৈছে, গছ-বিৰিখৰ পাত ওলাইছে। সৌৰ-জগতৰ ক'তো কেতেকীৰ প্ৰভাৱ নপৰাকৈ থকা নাই। মানৱ-সমাজৰ প্ৰেমিক-প্ৰেমিকা আনকি পুৰাণ আৰু প্ৰাচীন কাব্যৰ নায়ক-নায়িকাকো মিলনৰ ডোলেৰে বান্ধিছে। কেতেকীৰ প্ৰভাৱ তিনিও লোকত বিয়পিছে ঃ—



দেৱ কি দানৱ গন্ধৰ্ব্ব কিন্নৰ
মুগ্ধ তোৰ গীত শুনি,
কুৱেৰৰ পুৰী অলকা নগৰী
উঠে তাতে প্ৰতিধ্বনি।
কিনো আকৰ্ষণী মন্ত্ৰ মাতি তই
ভুলালি তিনিও লোক।

কেতেকীৰ এনে প্ৰভাৱৰ গুৰিতে 'কিবা এটি যেন ঐশী শক্তি আছে।' সেয়েহে কেতেকীৰ সুৰতেই 'বৃন্দাৱন মতলীয়া কলীয়াৰ বেণু'ৰ সৃষ্টি বুলি কল্পনা কৰিবলৈ কৱিয়ে কুণ্ঠাবোধ কৰা নাই। এইখিনিতে কেতেকী চৰাইক সকলোৰে মিলন বা যোগসূত্ৰৰ প্ৰতীক ৰূপেও অঙ্কিত কৰা হৈছে। কেতেকীৰ গীতৰ সুৰদি মাতত 'ভৱ-জলধিৰ যাত্ৰীসকলৰ প্ৰাণ' জাগি উঠিছে। সেই গীতৰ এনে শক্তি যে তাক শুনিলে 'ভাগৰ পলায়, পেটত নালাগে ভোক, মায়াৰ ছলনা নাথাকে সমূলি, নাথাকে সংসাৰ শোক।' এতিয়াহে কৱিয়ে কেতেকী চৰাইৰ স্বৰূপ বুজি পাইছে। ইমান দিন হাবাথুৰি খাই ফুৰা জীৱনৰ একমাত্ৰ সাধনাৰ ধন যেন তেওঁ এতিয়াহে বিচাৰি পাইছে ঃ—'তয়েইহে মোৰ জীৱন লগৰী হৃদি বাসনাৰ ধন।' কেতেকীৰ সান্নিধ্যতে একমাত্ৰ শান্তি আছে। কৱিয়ে সেই কাৰণে নিজকে কেতেকীৰ লগত আলধৰা হৈ যাবলৈ কামনা কৰিছে। এইখিনিতে কেতেকী আৰু কৱিৰ মাজত ভক্ত আৰু ভগৱানৰ সম্বন্ধৰ আভাস পোৱা যায়। কৱিয়ে দাস্যভাৱে কেতেকীৰ সেৱা কৰিবলৈ ওলাইছে। 'আলধৰা' শব্দটো এই বাবে বেছি তাৎপৰ্য্যপূৰ্ণ। কৱিয়ে আৰু এই ক্লেদপূৰ্ণ সংসাৰত থাকিবলৈ নিবিচাৰে ঃ—'বাট দেখুৱাই লই যা সাদৰী নাথাকোঁ ই সংসাৰত।' কৱিয়ে এনে এটি ভাৱানন্দত মগ্ন হৈ থকাৰ পিছতে 'নাম গাই গাই উৰি গ'ল পখী নাহিল ছুনাই ঘূৰি। কেতেকী বিহনে প্ৰকৃতি শুদা শুদা যেন হ'ল। কেতেকী পুনৰ ঘূৰি নাহিল যদিও কৱিৰ মনৰ অশান্তি নাবাঢ়িল। কাৰণ কেতেকীয়ে যি 'নাম প্ৰেমামৃত' বিলাবলৈ আহিছিল, তাৰ সোৱাদ তেওঁ ভালকৈয়ে পাইছে। এতিয়া আৰু কৱিক একোকে নেলাগে। সংসাৰ বনত যতদিন

ভ্ৰমণ কৰে তেওঁৰেই গুণ-গান গাই কৰিয়ে আনন্দ পাব। শ্ৰীকৃষ্ণৰ বিৰহত গোপিনীসকলেও এই বুলিয়েই সান্ত্বনা লভিছিল ঃ—

জগ তাৰেক জাকেৰি নাম
দেখো পুহু আপুন ধাম। —শঙ্কৰদেৱৰ বৰগীত

কৰিৰ এনে চিন্তাধাৰাক ৰহস্যবাদী আখ্যাও দিব পাৰি। সকলো ৰহস্যবাদীয়ে পৰমজনৰ সন্ধান পাই তেওঁক বিচাৰি বিচাৰি গৈ বিশ্বব্ৰহ্মাণ্ডৰ সকলো বস্তুতে তেওঁক অনুভৱ কৰে, তেওঁক পোৱা যেন ভাব হয়। কিন্তু এই ভাব ক্ষন্তেকীয়া। জীৱন থাকে মানে তেওঁক সম্পূৰ্ণৰূপে পাব নোৱাৰি। মৃত্যুৰ লগে লগে তেওঁক পোৱা সম্ভৱ। চৌধাৰীদেৱে ফুলশয্যাত বৰ্ণাইছে ঃ—

জ্বলিছে দূৰত সউ প্ৰলয়ৰ শিখা
ধৰিছে কি ৰূপ বিতোপন—
সেয়ে মোৰ ফুলশয্যা ৰক্তকমলৰ
লম তাতে অনন্ত শয়ন।

কেতেকী-কাব্যত থকা দাস্য ভাব, বিৰহ আৰু সান্ত্বনাৰ কথাখিনি বাদ দি বাকীখিনিৰ এটি ঘনীভূত বৰ্ণনা দহিকতৰা চৰাই-কবিতাটিত পোৱা যায়। অৱশ্যে কেতেকী-কাব্যৰ কিছুমান ভাব দহিকতৰাত আৰু স্পষ্ট হৈ উঠিছে। দহিকতৰাও সেই দেখি বিশ্ব-শক্তিৰ প্ৰতীক ঃ—

তয়েই অলকানন্দা প্ৰেম-মধুৰিমা
জগতৰ অনুপম তয়ে অতি প্ৰিয়তম
তয়েই বসন্ত-দূত শাৰদ-প্ৰতিমা।

দহিকতৰাত অচিনাকি ভাব নাই। কৰিয়ে কেতেকী-কাব্যত দহিকতৰাই কেতেকীক অনুকৰণ কৰা বুলি উল্লেখ কৰিছে ঃ—

দহিকতৰাই প্ৰেমৰ বাগীত বিবিধ ভঙ্গিমা তুলি
তোৰ সুৰটিকে আওৰাই লৈ গাইছে হৃদয় খুলি।

দহিকতৰা কৰিৰ যেন পুৰণি 'মৰমী বন্ধু।' বহু দিনৰ মূৰত তেওঁৰ কথা চিন্তা কৰোঁতেই কৰিৰ বেছিখিনি সময় অতিবাহিত হৈছে। তেওঁৰ



আগত ব্যক্তিগত অভাৱ-অভিযোগৰ জোলোঙাখন মেলিব পৰা নাই। পূৰাবি নে বাঞ্ছা মোৰ কচোন সাদৰী' বুলি এবাৰ মাত্ৰ উল্লেখ কৰি মনে মনে আছে। 'গোটেই কবিতাটোৰ ভিতৰত তন্ময়তাৰ ভাব এটা আছে। লোকৰ অনাদৃতা এই 'বহনা'ৰ মাতত কৰিৰ সুদূৰ অতীতৰ সপোন জাগি উঠি তেওঁৰ জীৱনক ক্ষন্তেকলৈ এটি অনুভূতিৰ বিষয়' (৪) কৰি তুলিছে।

চৌধাৰীৰ কবিতাত প্ৰকৃতি বুলি ক'লে আৰু অলপ কথা কবলগীয়া হয়। সেইখিনি হৈছে, তেওঁৰ কবিতাৰ মাজেৰে পোৱা অসমৰ প্ৰকৃতিৰ বৰ্ণনা। অসমৰ ফুল-ফল, চৰাই-চিৰিকতি, গছ-গছনি. নৈ-নলা, পৰ্ব্বত-পাহাৰ আদিৰ বৰ্ণনাই কৰিৰ নিৰীক্ষণ শক্তি আৰু জনমভূমিৰ মাটি-পানীৰ লগত থকা কৰিৰ পৰিচয় আৰু নিবিড় সম্বন্ধৰ প্ৰমাণ দিছে। প্ৰকৃতি-জগতত নিতৌ দেখা সৌন্দৰ্য্যৰাশিৰ বৰ্ণনাৰ উপৰিও কৰিৰ বসন্ত আৰু শৰতৰ আগমনিৰ বৰ্ণনা মধুৰ ঃ—

বসন্ত আহিল, আমে মলিয়ালে, কঠালে পেলালে মুচি;
মদালাপী কুলি তোকে চাবলৈ, আহিছে মূৰটো চুঁচি।
শৰত আহিল শেৱালি ফুলিল; খঞ্জনী দিলেহি দেখা।

আমি সদায় দেখি থকা প্ৰকৃতিৰ ক্ষুদ্ৰ ক্ষুদ্ৰ বস্তুবোৰকে লৈ চৌধাৰীদেৱে এটা মহান শক্তিৰ সহায়ত মানৱ সমাজত শান্তিৰ আলোক বিচাৰি পাইছে। কৰিয়ে তেওঁৰ মনত প্ৰতিফলিত বিশ্ব-জগতৰ কবিতাত নতুন পট চিত্ৰ অঙ্কন কৰে আৰু পাঠককো পৃথিৱী নকৈ চাবলৈ সুযোগ দিয়ে। চৌধাৰীদেৱৰ কবিতাৰ সফলতাও এইখিনিতে ঃ—

মোহন কীচক বেণু অনাহত ছন্দে
গায় মহামহিমৰ গান,
মোহ তন্দ্ৰালস তেজি উঠা ভক্তবৃন্দ
সুন্দৰৰ কৰা ৰূপ ধ্যান।

(৪) ডঃ কাকতি ঃ 'দহিকতৰাৰ পাতনি।

# ফুল

ফুলৰ লগত কৱিতাৰ নিবিড় সম্বন্ধ। কোমলতা আৰু সৌন্দৰ্য্য দুয়োটাৰে উপাদান। অন্তৰৰ কোমল অনুভূতিৰ মাজত যেনেকৈ কৱিতাৰ জন্ম তেনেকৈ কোমল কুঁহিপাতৰ বুকুৰ উমত ফুলি উঠে ফুল। কৰ পাৰি বিধাতাৰ কৱিতা ফুল আৰু সেই ফুলকে অনুকৰণ কৰি, অনুধাৱন কৰি কৱিয়ে লিখে কৱিতা। ফুলৰ কোমল স্পৰ্শত, কোমল সৌন্দৰ্য্যত, কোমল সুৰভিত কবিৰ অন্তৰত কোমল অনুভূতি জাগে, কৱিয়ে তাৰে ৰূপ দিয়ে কৱিতাৰ মাজেদি। এই কোমলতা অনুভৱ কৰিয়েই কৱিয়ে কৈছে—"তোমাৰ লাৱণ্যময় পাহিবিলাক ইমান নম্ৰ আৰু কোমল যে কুমাৰীসকলৰ আঙুলিৰ পৰশত ক'ববাত দুখ পোৱা কিম্বা মৰহি যোৱা যেন ভাবি কোমলাঙ্গী নাৰীসকলে ছিঙিবলৈ ইতস্ততঃ কৰে। কোমলে কোমলক আঘাত নিদিয়ে; স্পৰ্শ-সুখ লাভত শৰীৰ ৰোমাঞ্চিত হৈ পৰে।" ( ফুল—নৱমল্লিকা ) কোমল অনুভূতিৰে, মধুৰ শব্দ-চয়নেৰে, ছন্দৰ হিল্লোলেৰে কৱিতাই আনন্দ দিয়ে—শব্দ তাৰ ৰূপ, ছন্দ তাৰ গন্ধ। এই সামঞ্জস্যৰ কাৰণেই ফুলে কৱিৰ প্ৰাণত ইমান প্ৰভাৱ বিস্তাৰ কৰিব পাৰে। কোনোবা কৱিৰ বাবে ফুল হৈ উঠে কথা—

ফুলগুলি যেন কথা  
পাতাগুলি যেন তাৰ চাৰিধাৰে পুঞ্জিত নীৰৱতা।

—ৰবীন্দ্ৰনাথ

কাৰবাৰ বাবে হৈ উঠে আশা—

মানস হ্ৰদত হাঁহে আশা কুমুদিনী। —চৌধাৰী

কৱি চৌধাৰী বিহগী কৱি বুলি জনাজাত হলেও তেওঁ অকল বিহগী কৱিয়েই নহয়, তেওঁ প্ৰকৃতিৰ কৱি। তেওঁৰ সংবেদনশীল মনত প্ৰকৃতিৰ মনমোহা দৃশ্য, গছ-বন, আকাশ-বতাহ মুখৰিত কৰা বিহঙ্গিনীৰ মধুৰ কূজন—



এই সকলোটিয়ে ছাপ বহুৱাইছে, প্ৰভাৱ বিস্তাৰ কৰিছে। তেওঁৰ "প্ৰিয় বিহঙ্গিনী", "দহিকতৰা" বা "কেতেকী" প্ৰকৃতিৰ গছ-বন, ফুল-পাত নোহোৱা মহাশূন্যত ধূলিকণাৰ দৰে উৰি ফুৰা একোটা চৰাই নহয়। কেতেকীয়ে "অলঙ্ঘ্য গিৰিৰ শিখৰে শিখৰে", "তটিনীৰ তীৰে", "বিজন-বনৰ প্ৰান্তৰ ভূমিত" ফুৰিলেও প্ৰকৃতিৰ আৱেষ্টনীৰ ভিতৰতে ফুৰে। আকাশত উৰি ফুৰা এই চৰাইটিৰ লগত প্ৰকৃতিৰ "ৰূপ-ৰস-গন্ধ-গীতি"ৰ বিপুল সম্পদৰ লগত এৰাব নোৱাৰা সম্বন্ধ।

কেতেকীৰ মাত প্ৰথমে শুনি কৱিৰ ভাব-সাগৰত ঢৌ খেলি গ'ল। এটা নিৰ্ব্বাক বিস্ময়ে কৱি-প্ৰাণ অভিভূত কৰি তুলিলে। কিন্তু চাই থাকোঁতেই ( ২য় তৰঙ্গত ) কেতেকীৰ মৌ-মাতত প্ৰকৃতিত বসন্ত জাগিল, ফুলি উঠিল বিধে বিধে অসংখ্য ফুল। যৌৱনৰ ৰাগিত প্ৰকৃতি হৈ উঠিল মতলীয়া—

পুষ্প-কাননত তৰু লতাৰাজি  
ধৰি নৱ কিশলয়,  
অপৰূপ ৰূপে শ্যাম কুঞ্জ পাতি  
ধৰা কৰে সুখময়।

সেউজবুলীয়া কুঞ্জবনত ৰাঙলী অশোক জুপিয়ে কেতেকীক আদৰ সম্ভাষণ জনালে। যেনি তেনি ফুল ফুলি প্ৰকৃতি জাতিষ্কাৰ হৈ উঠিল। সি যেন কেতেকীৰ সম্মোহনী সুৰৰ যাদুত ফুটি উঠা এটি অভূতপূৰ্ব্ব সৌন্দৰ্য্যৰ সুষমা। অকল ৰূপেৰেই নহয়, গন্ধেৰেও বিবিধ কুসুমে কেতেকীৰ মোহন সুৰৰ সঁহাৰি দি কৱিৰ প্ৰাণত অফুৰন্ত আনন্দৰ সৃষ্টি কৰিলে—

তোৰ যে ভনীটী কেতেকী পাহিটি  
পাতৰ আঁৰত থাকি,  
প্ৰেম পৰিমল সফুৰাটি মেলি  
দিছে সকলোতে বাকি।

বিজন বনত দশোদিশ যেন
গোন্ধতে আমোলমোল,
ধীৰ বতাহত মাধুৰীৰ সোঁত
ধীৰে ধীৰে মিলি প'ল।

ফুল কৰি চৌধাৰীৰ প্ৰফুল্লিত মনোজগতৰ বহিঃ প্ৰকাশ। মনোমোহা সৃষ্টিৰ যিকোনো সৌন্দৰ্য্যপূৰ্ণ বস্তুৰ দৰ্শনত কৱি-প্ৰাণত আনন্দৰ ঢৌ উঠিলি উঠে। তেওঁৰ অন্তৰ দাপোণত বাহিৰৰ সৌন্দৰ্য্যৰ প্ৰতিবিম্ব আহি পৰে। বহিৰ্জগতৰ সৌন্দৰ্য্যই মনোজগত ৰঙাই তোলে। বাহিৰৰ ফুলৰ সৌন্দৰ্য্যই অন্তৰত ফুল ফুলায়—

কৰণি ভৰাই লই দিগঙ্গনাসৱে
কৰিছেহি পুষ্প সুশোভিত।

ফুলিল হিয়াত মোৰ লাখে লাখে ফুল
পৰিমল গন্ধে সুশোভিত।

সেই হিয়াত ফুলা লাখ লাখ ফুলকে আকৌ তেওঁ বাহিৰত দেখা পায়। অন্তৰৰ সেই আনন্দৰ প্ৰতিচ্ছবি দেখা পায় প্ৰকৃতিৰ বুকুত ৰূপ-ৰস-গন্ধৰ মাধুৰী সৃষ্টি কৰা বিবিধ পুষ্পৰাজিত।

কোনো এক সুন্দৰ পুৱাত ঊষাৰ ৰহণ সনা অৰুণৰ উদয়ত কৱিপ্ৰাণ আনন্দত উথলি উঠিছিল। স্বৰ্গীয় দৃশ্যটি চাই কৱিৰ মনপ্ৰাণ পৱিত্ৰ ভাৱত মুগ্ধ হৈ পৰিছিল আৰু লাহে লাহে সেই আনন্দই ছন্দোময় কৱিতাত উঠিছিল ৰূপায়িত হৈ। এইদৰে অৰুণোদয়ৰ দৃশ্যই কৱিৰ মনত আনন্দৰ সৃষ্টি কৰাৰ লগে লগে তেওঁৰ চকুযুৰি যেন হৰণ কৰি নিলে প্ৰকৃতি-বুকুৰ ফুলৰ সৌন্দৰ্য্যই। কুসুমাভৰণা প্ৰকৃতিয়ে আকৃষ্ট কৰিলে তেওঁৰ সমস্ত সত্বা। ভক্তকৱিয়ে অন্তৰত চিৰ-সুন্দৰৰ ৰূপ দেখি "গগনং মধুৰং পৱনং মধুৰম্" বুলি কৱিতাৰ ছন্দেৰে গগন মুখৰিত কৰি তোলাৰ দৰে কৱি চৌধাৰীয়েও বাহিৰ



প্ৰকৃতিত ফুলৰ সৌন্দৰ্য্য দেখা পাই ছন্দোময়ী কৱিতাৰে তাৰ প্ৰকাশ কৰিছে—

প্ৰতি গছে গছে লতায় লতায়
নৱীন মাধুৰী খেলে,
অব্যক্ত আৱাৱ শুনি বিহঙ্গৰ
নাচে প্ৰাণ তালে তালে।
শেৱালি বকুল ৰাশি ৰাশি ফুল
ফুলিছে কানন ভৰি
প্ৰেম আলিঙ্গন কৰিছে ধৰাক
ছুৱৰি বনত পৰি।—আৱাহন (সাদৰী)

তেনেকৈয়ে কেতেকীৰ মাতত কৱিৰ চিত্তত প্ৰথমে উপস্থিত হোৱা বিস্ময়ৰ ভাৰৰাশি মাৰ গৈ যেতিয়া লাহে লাহে আনন্দৰ সূচনা হ'ল তেতিয়াই তেওঁৰ মন-প্ৰাণ ফুলৰ প্ৰতি ধাৱিত হ'ল। তেওঁ দেখা পালে এটা অপূৰ্ব্ব সাজোন-কাচোনত অভিনৱ নাচোন-বাগোনত মতলীয়া হৈ উঠিছে ফুলবোৰ। চেনেহৰ আলহীজন আহিলে ঘৰখন উলহ-মালহেৰে ভৰি পৰাৰ দৰে কেতেকী যেতিয়া প্ৰকৃতিৰ ঘৰখনলৈ আহিল তেতিয়া ৰং-ৰহইছত ফুলৰ গাত তত নাইকিয়া হ'ল—

কুঞ্জকুটীৰৰ পছুলিমুখত
ৰাঙলী অশোকজুপি,
আদৰিছে তোক লাহলোটনেৰে
সজাই ফুলৰ থুপি।
নানা তৰহৰ সুৰভি কুসুম
সুৰভিত কৰি বন,
জনাইছে তোক গুপ্ত হৃদয়ৰ
প্ৰীতিভৰা সম্ভাষণ।

"গন্ধ ব্যাকুল বিহঙ্গকুলে পুলকভৰা ললিত ছন্দত তোমাৰ শুভ আগমনৰ সূচনা জয়গীতিৰে দিঙ্‌মণ্ডল মুখৰিত কৰি তুলিছে।"

—ফুল ( নৱমল্লিকা )

আকৌ কোনো এটি শুভ প্ৰভাতত কৰিৰ প্ৰাণত আনন্দৰ ঢৌ বাগৰিল। মধুৰ ভাৱৰ মূৰ্চ্ছনাত কৰিৰ দৃষ্টিত এখনি সৌন্দৰ্য্য প্ৰতিমাৰূপে প্ৰতিভাত হ'ল প্ৰকৃতি। পূব দিশৰ স্বৰ্ণ মন্দিৰৰপৰা হেমজ্যোতি বিকীৰিত হ'ল। লগে লগে প্ৰকৃতি-কাননত কৰিয়ে দেখা পালে ফুলৰ সৌন্দৰ্য্য। সেউজীয়া পাতে ঢকা তৰুবাজিৰ বুকুত ফুলি উঠিল ৰাশি ৰাশি ফুল। সিহঁতে সৃষ্টি কৰিলে এক অপূৰ্ব্ব শোভা—

শোভে শ্যাম কুঞ্জে কুঞ্জে ফুল্ল কুসুমত
হিমানীৰ ধৱল কিৰীটি,
দেৱ দিব্যাঙ্গনাসৱে পুষ্পপাত্ৰ লৈ
কৰিছেহি মঙ্গল আৰতি।
তৰু-তৃণ-লতিকাৰ পল্লৱে পল্লৱে
মুঞ্জৰিল কুসুম স্তৱক,
প্ৰমোদ বনতো আহা স্নিগ্ধ পৰিমল
বিতৰিছে কুন্দ কুৰুবক।

'বহাগীৰ বিয়া'ত কৰিয়ে ফুলৰ সহায়েৰে যি অভিনৱ কাব্যিক চিত্ৰটি দাঙি ধৰিছে সি কিজানি যি কোনো সাহিত্যতে বিৰল। প্ৰকৃতিৰ বুকুলৈ বসন্ত নামি আহিছে আৰু বসন্তৰ আগমনৰ লগে লগে আনন্দৰ ঢৌত কৰিপ্ৰাণ নাচি উঠিছে। লগে লগে কেউফালে জাতিষ্কাৰ হৈ ফুলি থকা ফুলৰ সৌন্দৰ্য্যই তেওঁৰ মন-প্ৰাণ আকৃষ্ট কৰিলে। চাৰিও-ফালে কৰিয়ে দেখা পালে কেৱল ফুল আৰু ফুল।

শিমলু পলাশ অশোক মন্দাৰ
শ্যামল বিটপীৰাজি,
জীৰ্ণ আভৰণ সলাই আহিছে
ৰাঙলী সাজেৰে সাজি।



কামিনী কাঞ্চন চম্পা নাগেশ্বৰ
সুগন্ধি কুসুমমালা,
নানা ৰূপ ধৰি পুষ্প কাননত
পাতিছে প্ৰেমৰ খেলা।

ফুলৰ সৌন্দৰ্য্য বৰ্ণনাৰে কৰি চৌধাৰীয়ে পৃথিৱীতে নন্দন কাননৰ সৃষ্টি কৰিছে। চৌধাৰীৰ এই বৰ্ণনাত চাঁতকৈ মনত পৰে কীৰ্ত্তনৰ হৰমোহনত - মহাপুৰুষ শঙ্কৰদেৱে ৰচনা কৰা ফুলৰ বাগিচাখনলৈ। নানাবিধ ফুলৰ বৰ্ণনাৰে কৰি শঙ্কৰদেৱে বাসন্তী প্ৰকৃতিক মাদকতাপূৰ্ণ ৰূপ দি হৰমোহনৰ পটভূমিৰ সৃষ্টি কৰিছে—

শিৰীষ সেউতী তমাল মালতী
লবঙ্গ বাগি গুলাল।
কৰবীৰ বক কাঞ্চন চম্পক
ফুলভৰে ভাঙ্গে ডাল॥
শেৱালি নেৱালি পলাশ পাৰলি
পাৰিজাত যুতি জাই।
বকুল বন্দুলী আছে ফুলি ফুলি
তাৰো সীমাসংখ্যা নাই॥

কৰি চৌধাৰীৰো ফুলৰ বৰ্ণনাত অপূৰ্ব্ব কাব্যিক সৌন্দৰ্য্য ফুটি উঠে। হৰমোহনৰ ফুলৰ সৌন্দৰ্য্য শৃঙ্গাৰ ৰস সৃষ্টি কৰাত সহায়ক হৈছে। ফুলেৰে জাতিষ্কাৰ প্ৰকৃতিয়ে তাত মদনৰ পঞ্চশৰত জৰ্জ্জৰিত মহা-দেৱৰ চৰম কামসিক্ত অৱস্থাৰ পূৰ্ব্বাভাষ দিছে। কিন্তু কৰি চৌধাৰীৰ কৱিতাত ফুলভৰা প্ৰকৃতি এক আনন্দৰ পটভূমিত সৃষ্ট হোৱা সৌন্দৰ্য্যময় পৰিৱেশ মাথোন। এই পৰিৱেশেহে কেতিয়াবা অতীতৰ বুকুৰ কামোদ্দীপক কোনো মোহিনী ৰূপৰ স্মৃতি আনি কৰিৰ মানস পট উজ্জ্বলাই তোলে। কৰি চৌধাৰীৰ কল্পনাত ফুল বাহিৰ জগতৰ এটা নিৰ্জ্জীৱ

বস্তু হৈ কেৱল মনত সৌন্দৰ্য্যৰ আলোড়ন তোলাই নহয়, ই কামনাৰ জুয়ো জ্বলায়—"………যিদিনা মোহিনী ৰূপ

ধৰিছিলা ধূৰ্জ্জটিৰ ধ্যানভঙ্গ হেতু।"

আৰৌ— ………"প্ৰভাতৰ সমীৰণে

কত খেলা খেলি থাকে তোমাৰ লগত

যেতিয়া পিছলি পৰে মৃদু হিল্লোলত

বুকুৰ আঁচল। লাজতেই কুচি মুচি

তলমূৰ কৰি কোন ঋষি তনয়ক

যাচিছিলা যৌৱনৰ সৌন্দৰ্য্য মাধুৰী। —গিৰিমল্লিকা

পৰিৱেশ সৃষ্টি কৰাত কৰি চৌধাৰীৰ কলা-কৌশল সদায় সুন্দৰভাৱে ফুটি উঠে। সমালোচক ডঃ কাকতিয়ে কেতেকীৰ পাতনিত কৈছে—

"… … … জগতৰ এই নবভাব বৰ্ণনাক ভাবৰ গৰিমা, ভাষাৰ সৌষ্ঠৱত মহাকৱি কালিদাসৰ কুমাৰসম্ভৱৰ তৃতীয় সৰ্গৰ বসন্ত বৰ্ণনাৰ লগত তুলনা কৰিলে কোনো ক্ৰমেই অসমীয়া কৱিৰ বৰ্ণনাই হীনতা স্বীকাৰ কৰিব নালাগিব।"

কেৱল বসন্ত বৰ্ণনাৰেই নহয়, শৰতৰ বৰ্ণনাৰেও কৱি চৌধাৰীয়ে সুন্দৰ কৱিতা ৰচনা কৰিছে। তাতো শৰতৰ মনোমোহা ৰূপ দেখি যেতিয়াই কৱিপ্ৰাণত আনন্দৰ লহৰী উঠিছে, তেতিয়াই তেওঁৰ চকু গৈছে শৰত কালত ফুলি থকা পানীপিয়লি (শেৱালি) কহ্লাৰ (পদুম) আদি ফুললৈ।

পুষ্পবৃষ্টি হ'ল তোৰ পৰশমণিত

নিমজ ঘাঁহনিডৰা

পানীপিয়লিৰে ভৰা

মুকুতাৰ শুভ্ৰমালা শ্যামল পাটীত ;

কি সুন্দৰ স্নিগ্ধকান্তি ফুল্ল বননিত।

এইখিনিতে ইংৰাজ কৱি ৱৰ্ডছ্‌ৱৰ্থলৈ মনত পৰে। এজন শ্ৰেষ্ঠ প্ৰকৃতি-কৱি তেওঁ। প্ৰকৃতিৰ লগত মানুহৰ তেওঁ এটা নিবিড় সম্বন্ধ



বিচাৰি পাইছে। প্ৰকৃতিৰ কাম-কাজ আৰু মানুহৰ অন্তৰতম আত্মা এই দুয়োটাৰ মাজত প্ৰকৃতিয়েই যেন এটা সম্বন্ধ স্থাপন কৰি দিছে—

"To her fair works did nature link

The human soul that through me ran."

(Written in Early Spring)

সেই দেখি ফুলৰ সৌন্দৰ্য্যত কৱি উতলা হৈ উঠে। নানা ঠাইত, বিভিন্ন পৰিৱেশত ফুলি থকা ফুলৰ সৌন্দৰ্য্যই কৱিক মোহিত কৰে। এসময়ত গছৰ তলত, পুখুৰীৰ পাৰত গোটখাই থকা সোণবৰণীয়া ৰাশি ৰাশি ডেফ'ডিল ফুলে তেওঁৰ মনত গভীৰ সাঁচ বহুৱালে। ভাবৰ তন্ময়তাই তেওঁক অভিভূত কৰিলে। ফুলৰ সৌন্দৰ্য্যই প্ৰকৃতিৰ বুকুত যি আনন্দৰ সৃষ্টি কৰিলে তাৰ ঢৌৱে কৱিৰ অন্তৰ স্পৰ্শ কৰিলে। তেওঁ দেখা পালে হাজাৰ হাজাৰ ফুলে গোটখাই যেন মনৰ আনন্দেৰে নাচিব লাগিছে। সেই আনন্দত তেওঁ যোগ নিদি নোৱাৰিলে—

"Ten thousand saw I at a glance

Tossing their heads in sprightly dance.

The waves beside them danced, but they

Outdid the sparkling waves in glee

A poet could not but be gay

In such a jocund company."

কিন্তু কৱি চৌধাৰীৰ লগত ইংৰাজ কৱিৰ পাৰ্থক্য আমি ইয়াতে দেখা পাওঁ। বাহিৰৰ বাস্তৱ জগতৰ ফুল কৱি ৱৰ্ডছৱৰ্থৰ দৃষ্টিত প্ৰতিভাত হয়। তাৰ প্ৰভাৱত তেওঁৰ অন্তৰত সৌন্দৰ্য্যৰ অনুভূতি জাগে আৰু তাৰে বৰ্ণনাত সৃষ্টি হয় কৱিতাৰ। তেওঁৰ অন্তৰত আলোড়ন তোলা ফুল এটা বাস্তৱ সত্তা ; অ'ত ত'ত ফুলি থকা ডেইজি, ছিলেন্‌ডাইন, ডেফ'ডিল ফুল। কিন্তু কৱি চৌধাৰীৰ ফুল বাস্তৱ হলেও বাস্তৱৰ অতীত। ঠিক যেন ৰবীন্দ্ৰনাথৰ নাৰীৰ দৰে "অৰ্দ্ধেক মানৱী তাৰ অৰ্দ্ধেক কল্পনা।" বাস্তৱ ফুলে বিভাব (stimulus) হৈ মনত আলোড়ন তোলে। আৰৌ

কোনো কোনো ক্ষেত্ৰত হিয়াত ফুলা লাখ লাখ ফুলকে তেওঁ বাহিৰতো দেখা পায়। অন্তৰৰ আনন্দৰ প্ৰতীক হৈ উঠে বাহিৰৰ ফুল।

আৰু এটা কথা। ৱৰ্ডছ্ৱৰ্থ আছিল ভাবৰ কৰি, যেনেকৈ ছেলী আছিল প্ৰেমৰ, কীট্‌ছ সৌন্দৰ্য্যৰ। ফুলে ৱৰ্ডছৱৰ্থৰ মনত বেছিকৈ জগাই তুলিছিল ভাব। সেই দেখি ডেফ'ডিল ফুল দেখি তেওঁ ভাবত তন্ময় হৈ পৰিছিল। ফুলখিনিৰ ফালে তেওঁ কেৱল চাই আছিল, চাই আছিল।

'I gazed and gazed…'

ফুলৰ সৌন্দৰ্য্যত তেওঁ ভাবত বিভোৰ হৈছিল, আনন্দত আত্মহাৰা হোৱা নাছিল।—

"……but little thought
What wealth the show to me had brought."

লেছাৰ ছিলেন্‌ডাইন ফুলটো দেখিও তেওঁ সৌন্দৰ্য্যত বিভোৰ হোৱা নাই। তেওঁৰ মনত ভাবহে জাগিছে। ইংলণ্ডৰ ফুলৰ ভিতৰতে প্ৰথমতে ফুলা হালধীয়া ফুল এই লেছাৰ ছিলেন্‌ডাইন। আন ফুলৰ দৰে তাৰ সিমান চালে চকুৰোৱা সৌন্দৰ্য্যও নাই। সেই দেখিয়ে কৰিয়ে তাৰ কথা সহানুভূতিৰে ভাবে। বেচেৰা ছিলেন্‌ডাইনটোক বতাহ-ধুমুহাই খুন্দে, মানুহেও ছিঙি-ভাঙি লৈ যায়। তথাপি তাৰ অগণন শত্ৰুৰ বিপক্ষে যুঁজি সি ফুলি থাকে। কিন্তু এদিন জীৱন যুদ্ধত সি হাৰ মানি যায়। বাৰ্দ্ধক্যই তাক একেবাৰেই পৰাভূত কৰি পেলায়। তেতিয়া—

"The sunshine may not cheer it, nor the dew ;
It cannot help itself in the decay ;
Stiff in its members, withered, changed of hue"

কিন্তু 'অযত্ন-পালিতা কন্যা' ভেঁটকলিটি দেখি কৰি চৌধাৰীয়ে কোনো ভাবত বিভোৰ হোৱা নাই। তেওঁৰ মনটো পোনে পোনেই ভেঁটকলিৰ সৌন্দৰ্য্যৰ পিনেহে ঢাল খালে—

সুন্দৰ ৰহন সনা সৌন্দৰ্য্য প্ৰতিমা
প্ৰকৃতিৰ নন্দন বনত ;



মৰতৰ শোভাৰাশি একেলগে যেন
সৰজিলে বিধি নিজানত।

লেছাৰ ছিলেন্‌ডাইনৰপৰা কৰি ৱৰ্ডছ্ৱৰ্থে শিক্ষা আহৰণ কৰিছে। দৰাচলতে কৱিতাটোক তেওঁ নাম দিছে—"A Lesson"" এটি শিক্ষা।" তাৰপৰা ৱৰ্ডছৱৰ্থে যি শিক্ষা লাভ কৰিছিল সি হ'ল—

"O Man ! that from thy fair and shining youth
Age might but take the things youth needed not !"

কিন্তু প্ৰকৃতিৰ আন বস্তুৰপৰা কিবা শিক্ষা লাভ কৰিব খুজিলেও কৰি চৌধাৰীয়ে ফুলৰপৰা পোনপটীয়াকৈ শিক্ষা আহৰণ কৰিব খোজা নাই। কেৱল মাত্ৰ যেতিয়া "অনিন্দ্যসুন্দৰ ৰূপ-গৰিমাত দিগ্বলয় জুৰি নিখিল বিশ্ব আনন্দমুখৰ" হৈ উঠে, তেতিয়া জীৱজগতৰ মানুহেও যাতে সেই আনন্দৰ ভাগ লব পাৰে, পাশৱিক প্ৰবৃত্তিয়ে যাতে মানুহক পৰাভূত কৰি অন্তৰৰ কোমল অনুভূতিবোৰ মোহাৰি পেলাব নোৱাৰে, খং-ৰাগ, হিংসা-খিয়ালে যাতে সেই অনাবিল আনন্দ উপভোগ কৰাত বাধা জন্মাব নোৱাৰে, তাৰ বাবে ফুলে যেন মানুহক জ্ঞান দিয়ে—

"বৈচিত্ৰপূৰ্ণ মানৱজগতখনৰ মানসিক দুৰ্ব্বলতা অসংযত চিত্তৰ ব্যাকুলতাক তোমাৰ দীপ্তিৰ মহীয়সী শক্তিয়ে সংযতভাৱে চলিবলৈ যি দিব্যজ্ঞান দিছে, সি চিন্তাৰ অতীত।" —ফুল ( নৰমল্লিকা )

সেই একে ভাৱতে বিলৰ বুকুত অপূৰ্ব্ব শোভা কৰি ফুলি থকা ভেঁটকলিৰপৰাও তেওঁ শিক্ষা পাবলৈ আশা কৰিছে—

"শিকোৱা ধৰম-নীতি কৰিছোঁ গোহাৰি
হৃদয়ত লভো দিব্যজ্ঞান।" —ভেঁটকলি

কেৱল আনন্দ দিবৰ কাৰণেই যেন ফুলৰ সৃষ্টি, কৰিৰ সেয়ে মনোভাৱ। সেইদেখি ভেঁটকলিৰ দৰে গিৰিমল্লিকায়ো প্ৰকৃতি-বুকুত সৃষ্টি কৰিছে অপূৰ্ব্ব সৌন্দৰ্য্য। গিৰিমল্লিকাই কৰিৰ প্ৰাণত সৃষ্টি কৰিছে কেৱল প্ৰেম আৰু হাঁহিৰ তৰঙ্গ—

স্তোকনম্ৰা লতিকাৰ কুঞ্জপল্লৱত
উঠিছে উথলি যেন প্ৰেমৰ তৰঙ্গ।
প্ৰিয়া তুমি ঢালিলা কি মোহন মদিৰা
হাঁহি কটাক্ষৰ। যি হাঁহিত বনে বনে
হৰিতা ক্ষেত্ৰত, তৰু তৃণ লতিকাবো
ভাঙিল চমক।

মাত্ৰ গোলাপ কৱিতাৰ এটি ছত্ৰত তাৰ অলপ ব্যতিক্ৰম দেখা যায়—

'বিজড়িত তোৰ কোমল বুকুত
কত বিৰহীৰ হা হুতাশ !'

এই ছুটি শাৰীত কৱিয়ে ফুলক ( গোলাপক ) সৌন্দৰ্য্য আৰু আনন্দৰ প্ৰতীক স্বৰূপে কল্পনা কৰা নাই। তাৰ পৰিবৰ্ত্তে ফুল বিৰহৰহে প্ৰতীক হৈ উঠিছে। বাল্মীকিৰ ৰামায়ণতো ঠিক এনে এটা ভাৱৰ উদ্ৰেক হৈছে যেতিয়া ৰামচন্দ্ৰই লক্ষ্মণক কৈছে—

কুটজান্ পশ্য সৌমিত্ৰে পুষ্পিতান্ গিৰিমানুষু
মম শোকাভিভূতস্য কামসংদীপনান্ স্থিতান্ ॥

চোৱা লক্ষ্মণ, শোকত বিহ্বল হোৱা মোৰ কামভাব জগাই তুলিছে সেই পৰ্ব্বতৰ গাত ফুলি থকা কুটজ ফুলবোৰে। তেনেকৈ কালিদাসৰ মেঘদূততো বিৰহী যক্ষই তেওঁৰ বাৰ্ত্তাবাহী মেঘলৈ সেই কুটজ কুসুম এপাহিকে হাতত লৈ আগবঢ়াইছে। এই কুটজ কুসুম তেতিয়া এটা বিৰহৰ প্ৰতীক হৈ উঠিছে—

"স প্ৰত্যগ্ৰৈঃ কুটজকুসুমৈঃ কল্পিতাৰ্ঘ্যায় তস্মৈ" ইত্যাদি। তথাপি এফালৰপৰা চাবলৈ গলে এই বিৰহ-বেদনাৰ মাজতো সৌন্দৰ্য্যৰ সাঁচ আছে। কাৰণ সৌন্দৰ্য্যৰপৰাই পূৰ্ব্বৰাগৰ সৃষ্টি, পূৰ্ব্বৰাগৰপৰা প্ৰেম আৰু প্ৰেমৰেই এটা অৱস্থাত আহে বিৰহ।

অলকাপুৰীত থকা যাবতীয় গছ-গছনিত ষড়-ঋতুৰ প্ৰতি ঋতুতে পুষ্পসমূহ প্ৰস্ফুটিত হৈ আছিল আৰু উন্মত্ত ভোমোৰাবিলাকে ফুলৰ



পাহিত পৰি শ্ৰুতিমধুৰ গুণ গুণ ধ্বনিৰে মনোৰম পুৰীখন মুখৰিত কৰি তুলিছিল। তেনে এটি মধুৰ পৰিৱেশত সেই বিৰহী যক্ষই তেওঁৰ 'তন্বী শ্যামা শিখৰীদশনা' প্ৰণয়িনীক হিয়া উবুৰিয়াই প্ৰেম নিবেদন কৰিছিল। সেই দেখি বেচেৰা যক্ষই 'শাপেনাস্তংগমিতমহিমা' হৈ নিৰ্জ্জন পৰ্ব্বতৰ মাজত কুটজ কুসুম দেখি বিৰহত দেই পুৰিযোৱা অন্তৰৰ ছুখ পাতলাবলৈ তাৰেই অৰ্ঘ্য মেঘলৈ যাচিছে।

দৰাচলতে কৰি চৌধাৰীৰ ফুল কেৱল প্ৰেম, হাঁহি আৰু আনন্দৰ নিজৰা। প্ৰকৃতি ৰাজ্যৰ যি কোনো ফুলতে তেওঁ দেখা পায় সৌন্দৰ্য্য, যি কোনো ফুলেই তেওঁৰ মনলৈ আনি দিয়ে আনন্দ। ৱৰ্ডছ্ৱৰ্থৰ লেছাৰ ছিলেন্‌ডাইনৰ দৰে কৰি চৌধাৰীক সাধাৰণ ৰবাব ফুলটিয়েও আনন্দৰ সম্ভাৰ যোগাইছে—

কৰি চিত্তহাৰী যত ফুল্ল কুসুমৰ
আনন্দত প্ৰাণ টলমল,
মন্দিৰৰ উপেক্ষিত ৰবাব ফুলেও
দিছে যাচি প্ৰেম পৰিমল। —প্ৰশস্তি

তথাপি তাৰ মাজতে ভেঁটকলি, গিৰিমল্লিকা, আৰু গোলাপ ফুলে কৱিক যেন অলপ বেছিকৈ আকৰ্ষণ কৰিছে। এই তিনিটি ফুলক লৈ কৱিয়ে তিনিটি সুন্দৰ কৱিতা ৰচনা কৰিছে। ভেঁটকলিক তেওঁ এটি "অযত্ন পালিতা কন্যা" বুলি বৰ্ণনা কৰিছে। বিলৰ মাজত আপোনা-আপুনি ফুলেঁা ফুলেঁা হৈ থকা ভেঁটকলিটিয়ে কৱিক এক কল্পনা ৰাজ্যলৈ লৈ গৈছে। বিশ্বৰ সৌন্দৰ্য্য তিল তিলকৈ আনি তিলোত্তমাক স্ৰজন কৰাৰ দৰে মৰতৰ শোভাৰাশি একেলগ কৰি যেন ঈশ্বৰে এই ভেঁটকলিৰ সৃষ্টি কৰিলে। কেতেকীৰ মাত শুনি কেতেকীৰ লগতে উৰা মাৰিবৰ মন যোৱাৰ দৰে ভেঁটকলিৰ অমল ধৱল লৱণু সদৃশ ৰূপ দেখিও কৱিয়ে সেই ভেঁটকলিৰ স্ৰষ্টা বিশ্বখনিকৰৰ ওচৰলৈ গুচি যাবলৈ মন কৰিছে।

গিৰিমল্লিকা মণিকৰ্ণেশ্বৰ পৰ্ব্বতৰ ওপৰত ফুলি থকা কোনেও নেদেখা, কোনেও নুশুনা এপাহ সাধাৰণ ফুল। কিন্তু এই সাধাৰণ ফুলপাহিকে

তেওঁ কল্পনাৰ কাৰেঙত সজাই পৰাই এগৰাকী সৌন্দৰ্য্যৰ ৰাণী কৰি তুলিছে। কৱিতাটো পঢ়িবলৈ ললেই এনেকুৱা অনুমান হয় যেন এগৰাকী দীপ্‌লিপ্‌ কন্যা সৌন্দৰ্য্যৰ পূৰ্ণ অৱয়ব প্ৰকাশ কৰি গোটেই পৰ্ব্বতটোকে সুশোভিত কৰি আছে ; ৰূপে-ৰসে-গন্ধে গোটেই লুইতৰ পাৰ যেন কাম্যকাননত পৰিণত কৰিছে ঃ—

অয়ি অনৱগুণ্ঠিতা ফুল্ল শিখৰিণী
ৰঞ্জি মণিৰ্কাণকাৰ হৰিত মেখলা,
আছা শোভি শুভ্ৰবেশে ! কৰি সুৰভিত
লৌহিত্যৰ তীৰভূমি শ্যামল বননি।
নন্দনৰ ৰূপ-জ্যোতি পৰিমল সুধা,
কৰি আহৰণ বিশ্ববিজয়িনী ৰূপে
মোহিলা নিতম্ব দেশ বিজন প্ৰান্তৰ।

গিৰিমল্লিকাৰ ৰূপ বৰ্ণনা কৰোঁতে কৱিৰ সৌন্দৰ্য্যপিয়াসী মনে অতীতৰ বুকুলৈ উৰা মাৰিছে। কৱিৰ মানস পটত ভাহি উঠিছে অতীতত যেন এই গিৰিমল্লিকাই কামিনীৰূপে ধূৰ্জ্জটিৰ ধ্যানভঙ্গ কৰিছিল, কোনোবা ঋষিৰ আশ্ৰমৰ তাপস কুমাৰক যৌৱনৰ অমিয়া যাচিছিল আৰু সেই ৰূপতেই কৱিয়ে তেওঁৰ জীৱনলৈকো গিৰিমল্লিকাক আহ্বান কৰিছে।

'গোলাপ', ফুলৰ বিষয়ে লিখা কৱিৰ এটি শ্ৰেষ্ঠ কৱিতা। 'গিৰিমল্লিকা'ৰ দৰে এই কৱিতাৰো প্ৰথম আৰম্ভণিতে কৱিয়ে এটা সুন্দৰ ভাবৰ সৃষ্টি কৰিছে। গোলাপ ফুলক কৱিয়ে এটি সুন্দৰী কন্যাৰ ৰূপত কল্পনা কৰিছে। তাই যেন ওৰণি গুচাই ভুবন ভুলোৱা এটি হাঁহি মাৰিছে। গিৰিমল্লিকাৰ দৰে গোলাপৰ বেলিকাও কৱিয়ে কল্পনাৰ পাখি মেলি উৰা মাৰিছে এক অতীত ৰাজ্যলৈ য'ত গোলাপ এগৰাকী ৰূপৱতী কামিনী নাৰী। সচাঁকৈয়ে কৱি যেতিয়া ফুল বা চৰাইক লৈ তন্ময় হৈ পৰে, তেতিয়াই তেওঁ এই কৌশল অৱলম্বন কৰে, অৰ্থাৎ বিষয়বস্তু কৰবাতে



এৰি কৱিয়ে কল্পনা ৰাজ্যলৈ গুচি যায়গৈ। তেনেকৈ গিৰিমল্লিকাৰ দৰে গোলাপতো কৱিয়ে দূৰ অতীতলৈ উৰা মাৰিছে ঃ—

তোৰ ই ৰূপত জগত বিভোল
ঢালিলি প্ৰেমৰ বিমল ধাৰা,
দিল্লীৰ বেগম নুৰজাহানৰ
আছিলিনে তয়ে দিলবাহাৰা ?

সেইদৰে চৰাই কৱিতাতো—

পৰেনে মনত পখী যমুনা তটিনী
কদম গছত পৰি
পঞ্চমত সুৰ ধৰি
কৰিছিলা ব্ৰজাঙ্গনা-মন উন্মাদিনী
গোৱা সেই সুৰে মোৰ প্ৰিয়বিহঙ্গিনী।

কেতেকী কৱিতাতো সেই একে কথা—

যিটি গীত শুনি ঋষিৰ আশ্ৰম
হইছিল জলাকলা,
সেই সুৰতেনে ৰচে মহাকৱি
মহানাট শকুন্তলা ?

ফুল আৰু চৰাই চৌধাৰী-কৱিতাৰ প্ৰাণ। এই ছুটাক, বা আনকি এটাকো যদি তেওঁৰ কৱিতাৰপৰা আঁতৰাই নিয়া হয়, তেন্তে সি কৱিতা গুচি 'পত্ৰপুষ্পফলহীন তৰু' হৈ পৰিব।

---

# চৰাই

প্ৰবীন সাহিত্যিক শ্ৰীৰঘুনাথ চৌধাৰীদেৱ অসমৰ বিহগী কৰি বুলি জনাজাত। চৰাইক কেন্দ্ৰ কৰি তেওঁ চুটি-দীঘল কেইবাটিও কৱিতা লিখিছে। তেওঁৰ প্ৰথম কৱিতা সঙ্কলন "সাদৰী"ত ( ১৯১০ চন ) 'প্ৰিয় বিহঙ্গিনী' 'কেতেকী চৰাই' আৰু 'মৰমৰ পখী' নামৰ তিনিটা চুটি চৰাই কৱিতা প্ৰকাশিত হয়। ইয়াৰ পিছত পাঁচটা তৰঙ্গত বিভক্ত "কেতেকী" নামৰ দীঘলীয়া কৱিতা এটি ১৯১৮ চনত প্ৰকাশ পায়। চৰাই বিশেষক কেন্দ্ৰ কৰি ৰচিত হোৱা দীঘলীয়া কৱিতা আমাৰ সাহিত্যত এয়ে প্ৰথম। সুৱদি মাতৰ নিমিত্তে অসমত এই কেতেকী চৰাইটো প্ৰখ্যাত। ইয়াৰ পিছত ১৯২৮ চনত 'দহিকতৰা'ক কেন্দ্ৰ কৰি আন এটি সঙ্কলন প্ৰকাশ হয়। অসমৰ চৰাই জগতত দহিকতৰা প্ৰসিদ্ধ চৰাই নহয় যদিও বিহগী কৱিৰ নিপুণ লেখনীৰ স্পৰ্শত ই এক বিশিষ্ট চৰাইৰূপে প্ৰতিষ্ঠা লাভ কৰিব পাৰিছে। অসমীয়া সাহিত্যত ঘাইকৈ চৰাইক কেন্দ্ৰ কৰি কৱিতা লিখোঁতা চৌধাৰীৰ দ্বাৰাইহে ই সম্ভৱপৰ হৈছে। দহিকতৰা আমাৰ মাজত কম সমাদৃত চৰাই হলেও বিহগী কৱিয়ে তাৰ ভিতৰত সূক্ষ্ম শক্তি নিহিত কৰি তাক এক অমৰ ৰূপ দান কৰিছে। এই ক্ষুদ্ৰ চৰাইটো—

কোমলতা, পৱিত্ৰতা সৌন্দৰ্য্য মাধুৰী
প্ৰেম প্ৰৱাহিনী হই
আছ চিৰকাল বই
স্নিগ্ধ সলিলত যেন থাকিম নাছুৰি
পূৰাবিনে বাঞ্ছা মোৰ ক'চোন সাদৰী ?

প্ৰেমৰ উৎসাহ উদ্দীপনাৰ মাজেৰে আহি শেষলৈ কৱিয়ে মানৱ মনৰ কোমলতা আৰু পৱিত্ৰতা আদি গুণৰ ওপৰত গুৰুত্ব আৰোপ



কৰিছে। দহিকতৰা কৱিতাত প্ৰেমৰ উল্লাস আছে যদিও তাত এটি সংযমৰ ভাবো নিহিত আছে আৰু তাৰ মাজেৰে কৱিয়ে সূক্ষ্ম মানৱতাৰ পিনে আগবাঢ়ি গৈছে।

চৌধাৰীৰ জীৱনত চৰায়ে অকৃত্ৰিম আনন্দ অনুভূতিৰ আলোড়ন তোলা সহজে আমাৰ চকুত পৰে। তেওঁৰ চৰাই কৱিতা পঢ়ি আমি তন্ময় হওঁ, কোনো অপাৰ্থিৱ কল্পলোকলৈ উটি যাওঁ। কেতেকী গীতৰ

মধুৰিমা ময় মধু কণ্ঠে তোৰ
মধুৰ সঙ্গীত ঢালে
মধুৰে মধুৰে মধুময় কৰি
মাধৰী মাধুৰী খেলে।

দাৰ্শনিক তাৎপৰ্য্য বাদ দিও কেতেকীৰ কণ্ঠস্বৰৰ শ্ৰুতিমাধুৰ্য্যাই যে নীৰস সংসাৰথনকো ৰসাল কৰে, এই কথা কৱিয়ে আমাক সকীয়াই দিছে। দহিকতৰাৰ কণ্ঠস্বৰতো কৱিৰ বিমল আনন্দ দেখা যায়—

কোনেনো পঠালে তোক কলকণ্ঠী কৰি
পূৰে দিলে ধল ফাঁট
মাতিলি সুৱদি মাত
শীতলী মলয়া বাৰে দিলে পাল তৰি,
প্ৰকৃতিৰ নিস্তব্ধতা গ'ল ভেদ কৰি !

কলকণ্ঠী দহিকতৰাৰ মাতে প্ৰকৃতিৰ নিস্তব্ধতা ভঙ্গ কৰি মুখৰ সজীৱতা অনাত কৱিয়ে দৈহিক আনন্দ অনুভৱ কৰিছে। আন বিবেচনাই তাত প্ৰাধান্য লাভ কৰা নাই। কেতেকী আৰু দহিকতৰাৰ বাহিৰেও অসমৰ আন বহু চৰায়ে তেওঁৰ কাব্য কাননত ভুমুকি মাৰিছে। দহিকতৰাই গান গাওঁতে বিবিধ ভঙ্গিমা তোলে। ডাউকে বিলৰ দাঁতিত পানী যুঁৱলীত মাত লগায় আৰু তাৰ ঝঙ্কাৰ মেৰা শৰালিৰ গাত উঠে। এই কেইটি চৰাইক কেতেকী, পাটমাদৈ বা দহিকতৰাৰ লগত ভুল কৰিবৰ উপায় নাই।

প্ৰকৃতি ৰাজ্য চৰাই কৰিৰ অনুপ্ৰেৰণাৰ প্ৰধান উৎস। কেতেকী আৰু দহিকতৰা এই দুটি চৰায়ে মুখ্য স্থান অধিকাৰ কৰি কৰিৰ মনত গভীৰ অনুভূতিৰ সঞ্চাৰ কৰিছে; কিন্তু এই অনুপ্ৰেৰণা ৰূপ-ৰস-গন্ধ-স্পৰ্শ বিহীন নহয়, কিম্বা গভীৰ অৰ্থত চৰায়েই তেওঁৰ কৱিতাৰ কেন্দ্ৰস্থ বিষয় বস্তুও নহয়। তেওঁৰ মূল বিষয়বস্তু জীৱনহে। অতীন্দ্ৰিয় উপলব্ধিৰ প্ৰয়াস বা ৰহস্যময় ভাবো অৱশ্যে আছে আৰু সি জীৱন উপলব্ধিৰ লগত সমান্তৰালভাৱে থকা উপলব্ধি। ইটোৱে সিটোক গ্ৰাস কৰি পেলাব পৰা নাই। কেতেকী আৰু দহিকতৰা চৰাই দুটাত দাৰ্শনিক তাৎপৰ্য্য আৰোপিত হৈছে। এই স্তৰত চৰাই দুটাক এটি স্বৰ্গীয় প্ৰেমৰ বাৰ্ত্তাবাহক স্বৰূপে গ্ৰহণ কৰা হৈছে। চৰাই দুটাই কৰিৰ ধাৰণাৰ আদৰ্শ জীৱন সূচনা কৰে আৰু ঘনে ঘনে সেই আদৰ্শৰ লগত বাস্তৱ জীৱন আৰু সংসাৰ গতিৰ পৰোক্ষ বিজনি হয়—

জৰ্জ্জৰিত কৰে তনু সংসাৰ পোৱণি।—প্ৰিয় বিহঙ্গিনী
কত পাম সেই শক্তি জ্ঞান বিকাশিনী।—মৰমৰ পখী
মানুহৰ ৰীতিনীতি দুদিনীয়া প্ৰীতি।—কেতেকী চৰাই
নহয় ই ঠাই নন্দন কানন, নহয় অমৰাৱতী
আচল পিচল আছে বহুবাট, আছে বহু লটিঘটি।—কেতেকী
মায়া ভাও জুৰি মায়াৱীসকলে
লগাব ডিঙিত ফাঁহি।—কেতেকী
তোৰ সঙ্গীতত ভাগৰ পলায়
পেটত নালাগে ভোক,
মায়াৰ চলনা নাথাকে সমূলি
নাথাকে সংসাৰ শোক।

ওপৰৰ উদ্ধৃতিৰপৰা বুজিব পাৰি যে মানৱ জীৱনৰ বৈষয়িক যন্ত্ৰণা (সংসাৰ পোৱণি), মানৱ সমাজৰ প্ৰতাৰণা (মায়াবীসকলে লগাব ডিঙিত ফাহি), অজ্ঞতা, প্ৰীতিৰ ক্ষণ-ভঙ্গুৰতা (দুদিনীয়া প্ৰীতি) আদিক প্ৰেমৰ বাৰ্ত্তাবাহক চৰাইৰ লগতে তুলনা কৰি কৰিয়ে সেইবোৰক বেছি



স্পষ্ট আৰু উজ্জ্বল কৰি তুলিছে। এই কৃত্ৰিমতাবোৰ নথকা জীৱন আৰু সংসাৰেই কৰি চৌধাৰীৰ আদৰ্শ চৰাইত আৰোপিত হৈছে। কৰিয়ে জীৱনক সমালোচনাহে কৰিছে, প্ৰত্যাখ্যান কৰা নাই। চিৰকুমাৰ কৰিৰ বৰ্ণনাত প্ৰেমৰ প্ৰতাৰণাই তাক প্ৰমাণ কৰে। স্থানবিশেষে হয়তো কৰিৰ ব্যক্তিগত জীৱনৰ আশা-বাসনাৰ ৰেঙণিও অ'ত ত'ত পৰিছে।—

দুখৰ সুখৰ এগৰাকী তোৰ
আছেনে কোনোবা আৰু
লগৰ লগৰী দেহৰ এফাল
আহিছেনে তেওঁ বাৰু?—কেতেকী

ইয়াত "দেহৰ এফালক" তেওঁ কটাক্ষপাত বা ভেঙুচালি কৰা নাই; বিৰহৰ যি দুখ হয়, তাকেহে প্ৰকাশ কৰিছে। ইয়াক প্ৰত্যাখ্যান বুলিব নোৱাৰি।

বসন্তৰ আগমনত বহাগ মাহত, অসমৰ প্ৰকৃতি ফলে-ফুলে জাতিস্কাৰ আৰু গীত-মাতে মুখৰিত হয়। প্ৰেমৰ বোল দি কৰিয়ে ইয়াক বহাগী আইটীৰ বিয়া হিচাপে কল্পনা কৰিছে—

আহিল বসন্ত দৰা লাহবাহ কৰি
আদৰি আনিলি তয়ে তুলি সুৱাগুৰি।—দহিকতৰা
শিৰীষ ডালত প্ৰিয়ে পৰি ৰাতিদিন
ফুলকোঁৱৰক লই
কি খেলা খেলিছ তই
ডেকাধ্বনি লাগি তাৰ—দেহা হল ক্ষীণ
এয়ে নেকি যাদু তোৰ ভালপোৱা চিন?—দহিকতৰা
ৰূপহী সেউতী জবা চম্পা যুতি জাতি
ফুলৰ কুঁৱৰীবোৰে
সাজি বং ৰূপহেৰে
ফুলৰ শৰাই কত থানে থানে পাতি
জনাইছে ব্যাকুলতা ইঙ্গিতেৰে মাতি।—দহিকতৰা

লই গন্ধ উপহাৰ কুঙ্কুম চন্দন
যাচিছে সাদৰী তোক প্ৰণয় চুম্বন
মৌপিয়া আইটীকো লাগে কিবা মৌ
মনৰ আশাটি বাৰু পূৰাবিনে নৌ।—দহিকতৰা
আলসুৱা ডালিমীৰ বুকুখনি জুৰি
পাখিলাহি পখিলাই
ঘনে ঘনে চুমা খাই
ৰূপলীলা তৰঙ্গত নাচুৰিসাতুৰি
হেঁপাহ পলাই পিয়ে অমিয়ামাধুৰী।—দহিকতৰা
কান্তা বিয়োগত বিৰহী চকোৰা
হল বাতুলৰ প্ৰায়,
প্ৰিয়াৰ ভ্ৰমত ডিঙি মেলি মেলি
তোকে যেন জুমি চায়।—কেতেকী

ওপৰৰ উদ্ধৃতিৰ প্ৰত্যেকটোতে প্ৰেমৰ ভাব বিদ্যমান। বাস্তৱ আৰু বৈষয়িক জীৱনত কৰ্কশতা যথেষ্ট আছে; কিন্তু ই বহিঃপৰিধিত অৱস্থিত। সৃষ্টিৰ অন্তঃকেন্দ্ৰত আছে এটা অকৃত্ৰিম প্ৰেম, অপৰূপ আনন্দ। কৰ্কশ জীৱনৰ ভিতৰতো এই প্ৰেমৰ কণিকা আছে। বেছি সক্ৰিয় শক্তি হল এই অপৰূপ প্ৰেমানন্দই। চৰাইত কৰিয়ে এই অপৰূপ প্ৰেমানন্দৰ সন্ধান পাইছে। চৰায়ে ইয়াক স্বৰ্গৰপৰা মৰ্ত্ত্যলৈ আনিছে। এই "দেৱৰ দুৰ্ল্লভ ধন" মানৱৰ অজ্ঞাত এক সুন্দৰ ঠাইত বিদ্যমান আৰু শ্ৰদ্ধা, শান্তি, দয়া আদি ইয়াৰ আনুসঙ্গিক ঐশ্বৰ্য্য। তাত "অপৰূপ সদানন্দ ৰূপ, আছে দিব্য ৰূপ ধৰি"। যদিওবা কেতেকী চৰাইটো ক্ষুদ্ৰ জীৱ আৰু তাৰ "শৰীৰৰ শক্তি ক্ষীণ, তথাপি সি শক্তিত বিশ্ব-প্ৰেমৰস বই থাকে ৰাতি দিন।" বিশ্বৰ মঙ্গল সাধনৰ হেতু সেই শক্তিয়ে বিহগী জনম লৈ পবিত্ৰ প্ৰেমৰ ডোল এগছিৰে জগতখন মেৰাই ৰাখিছে। বিশ্বব্ৰহ্মাণ্ড বিয়পি থকা এই আনন্দৰ তৰঙ্গ মৰ্ত্ত্য জগতত বিশেষকৈ তৰঙ্গিত হৈছে কেতেকীৰ



ললিত কণ্ঠস্বৰত। অ' কেতেকী, অ' কেতেকী—এনেকৈ মাতি ফুৰাটো এটা অৰ্থহীন স্বৰ নহয়। মৰ্ত্ত্য জগতক দিবলৈ চৰাইটোৰ এটা বাণী আছে। বসন্ত কালত উপচি পৰা প্ৰাকৃতিক সৌন্দৰ্য্যও সেই আনন্দৰদ্বাৰা অনুপ্ৰাণিত। সেয়ে প্ৰকৃতি কাননত "তৰুলতা ৰাজি ধৰি নৱ কিশলয়, অপৰূপ ৰূপে শ্যামকুঞ্জ পাতি ধৰা কৰে সুখময়"। অসমীয়া উদ্ভিদ জগতৰ অশোক, কামিনী-কাঞ্চন, সূৰ্য্যমুখী, পদুম, জাতি, যূতি, নাহৰ ইত্যাদি ফুল ফুলি সেই আনন্দৰে গৌৰৱ ঘোষণা কৰে। দহিকতৰা, ডাউক, মেৰা-শৰালি, চকোৰা, সখিয়তী, মইনা জিলী—আটাইবিলাকৰ মাত আৰু সমস্বৰ গীতিৰ ভিতৰতো একে অনুপ্ৰেৰণা আছে। বুঢ়া লুইতৰ পানীৰ ধল, পুৰণি বৰ গছৰ নতুন পাত, বিবিধ গছৰ ফুল পাত সৌৰভ এইবিলাকৰ ভিতৰতো নিশ্চয় কোনো এক ঐশ্বৰিক অনুপ্ৰেৰণা আছে।

চৌধাৰীৰ কৱিতাত অসম দেশৰ সমৃদ্ধ প্ৰকৃতিৰ সম্পূৰ্ণ চিত্ৰ এখনি দেখা পোৱা যায়। তীক্ষ্ণ নিৰীক্ষণ শক্তি, গাঢ় অনুভূতি আৰু পৰ্য্যাপ্ত প্ৰকাশভঙ্গীয়ে এই চিত্ৰ দীপ্ত কৰিছে। ই অসমৰ কোনো ঠাই বিশেষৰ চিত্ৰ নহয় যদিও কৰিয়ে ইয়াত অসমৰ যি কোনো ঠাইৰে এখনি হুবহু প্ৰতিচ্ছবি দাঙি ধৰিছে আৰু স্বকীয় প্ৰতিভাৰ ৰহনেৰে এক অমৰ চিত্ৰত পৰিণত কৰিছে। কেতেকীৰ সুৰদি মাতৰ প্ৰতি থকা অহৈতুকী আকৰ্ষণ এটাক স্বীকাৰ কৰি কৰিয়ে কৈছে—

তোৰ মাত শুনি লাজুকী বোৱাৰী
ববলই এৰে তাঁত,
হাতৰ মাকোটি হাততেই ৰয়
হেৰায় মুখৰ মাত।
সেইটি সুৰতে জীয়ৰী বোৱাৰী
আপোন পাহৰা হয়,
যঁতৰত থকা মহুৰা কাঠীটি
যঁতৰতে লাগি ৰয়।

অতীত কালতো এই প্ৰভাৱ আছিল। কণ্ব আশ্ৰমৰ দেৱী শকুন্তলাই—

মালিনী তীৰত দূৰ্ব্বা আসনত
বংমনে বহি দেৱী,
পদুম পাতত আঁকি থইছিল
প্ৰাণ প্ৰতিমাৰ ছবি
ৰহন সানিব নৌপাওঁতেই
তুলিলি চিন্তাৰ ধল
আঁকি যোৱা ছবি চকুৰ পানীৰে
তেনেই বিয়লি গ'ল।

এই গীত শুনি নলৰ প্ৰাণতো দময়ন্তীৰ প্ৰতি অনুৰাগ জন্মিছিল ঃ—

নিষধ দেশৰ ৰাজউদ্যানত
শুনালি যিদিনা গীত
বৈদৰ্ভী প্ৰেমত কুমাৰ নলৰ
হল প্ৰাণ বিচলিত।

দেৱ, দানৱ, গন্ধৰ্ব্ব, কিন্নৰ, সকলোৱে এই গীতত মুগ্ধ হয় ঃ—

প্ৰেম বিচ্ছেদত যক্ষ যক্ষবধূ
হইছিল জৰ্জ্জৰিত
অমিয়া কণ্ঠৰ গীত ঝঙ্কাৰত
লভিলে হেৰোৱা বিত।

কেতেকী আৰু দহিকতৰা দুটা বেলেগ চৰাই। কিন্তু দাৰ্শনিক তাৎপৰ্য্যত চৰাই দুটাৰ ভিতৰত তেনে কোনো বিশেষ পাৰ্থক্য পৰিলক্ষিত নহয়; যি অলপ আছে, সি গুণৰ তাৰতম্যৰ ভিতৰত। কেতেকী চৰাই কৱিৰ "হৃদি-বাসনাৰ ধন," ই "নিৰাশাৰ আশা।" বিশ্ব-বিয়পি থকা প্ৰেমৰ তৰঙ্গ। চৰাইৰ প্ৰেমৰ প্ৰতিধ্বনি প্ৰকৃতি-জগতত প্ৰতিধ্বনিত হৈছে আৰু প্ৰকৃতিৰ সৌন্দৰ্য্যক দুগুণে চৰাইছে।

চৰাইৰ সঙ্গীতত উদ্বুদ্ধ আৰু অনুপ্ৰাণিত কৱিয়ে তেওঁৰ আনন্দ উপভোগত কলা-সাহিত্যৰ সৌৰৱণৰদ্বাৰা এই আনন্দৰ শাশ্বত স্বভাৱ



ফুটাই তুলিছে। শকুন্তলা, নল-দময়ন্তী, গোকুলৰ কৃষ্ণ, নিৰ্ব্বাসিত যক্ষ—প্ৰাচীন সংস্কৃত কাব্য-সাহিত্যৰ এইবিলাক উপাখ্যানৰ অৱতাৰণা কৰি তেওঁ মনোৰম কৱিতাৰ মালা গাঁথিছে।

কেতেকী আৰু দহিকতৰা কৱিতা দুটাৰ ভিতৰত এটা পাৰ্থক্য লক্ষ্য কৰিব পাৰি। কেতেকী কৱিতাত যৌৱনৰ মাদকতা আৰু উজ্জ্বল ৰঙৰ বৰ্ণনাই প্ৰাধান্য লাভ কৰিছে। কেতেকীৰ আগমনত স্বৰ্গীয় প্ৰেমৰ তৰঙ্গেৰে সমগ্ৰ বিশ্ব তৰঙ্গিত হৈ উঠিছে আৰু তাৰ পুলক কৱিয়ে অনুভৱ কৰিছে।

কিন্তু দহিকতৰা কৱিতাত সেই মাদকতাৰ ঠাই কোমলতা আৰু পৱিত্ৰতাই অধিকাৰ কৰিছে। চৰাই হিচাপেও দহিকতৰা সাধাৰণতে অপেক্ষাকৃতভাৱে কম সমাদৃত। কৱিয়ে এই কথা স্বীকাৰ কৰিছে ঃ—

কৱি-লেখনীত তই নুফুটিলি কিয় ?
ৰূপ তোৰ নাই দেখি
অনাদৃতা হলি নেকি
হলি জীৱ জগতৰ অতি ক্ষুদ্ৰ জীৱ,
কিন্তু প্ৰিয়ে তয়ে মোৰ অতি প্ৰাণপ্ৰিয়।

এইদৰে চৌধাৰীৰ চৰাই-কৱিতাৰ আচল বস্তু জীৱনহে যেন লাগে। চৰাইৰ প্ৰতি গভীৰ ভালপোৱা তেওঁৰ আছে আৰু চৰায়ে তেওঁৰ মনত গাঢ় অনুভূতিৰ সঞ্চাৰো কৰিছে। এয়ে কিছু পৰিমাণে জীৱনৰ সমালোচনা আৰু বিচিত্ৰ অভিজ্ঞতাৰ সীমাৰেখাও নিৰ্ণয় কৰি দিছে। জীৱনৰ কৃত্ৰিম ফালটোৰ সমালোচনা ঠায়ে ঠায়ে থাকিলেও কৱিয়ে জীৱনক উপেক্ষা কৰা নাই। কৱিয়ে তেওঁৰ জীৱনাদৰ্শ ঘাইকৈ কেতেকী আৰু দহিকতৰা এই দুটি চৰাই-কৱিতাৰ মাজেদি ভাৱে, ভাষাই, ব্যঞ্জনাই হৃদয়গ্ৰাহী কৰি পাঠকৰ আগত দাঙি ধৰিছে। ইয়াতেই কৱিৰ সাৰ্থকতা।

———

# বিহঙ্গ-সুৰ—প্ৰেমানন্দৰ অভিব্যক্তি

কেৱল ভাবভাষাৰ বিহ্বলবিলাস প্ৰকাশ কৰিবলৈকে উচ্চশ্ৰেণীৰ কৱিসকল কাব্যকৰ্ম্মত লিপ্ত নহয়। বিহগী কৱি চৌধাৰী ডাঙৰীয়ায়ো পাখিৰ বনৰীয়া চৰাই এটাকে লক্ষ্য কৰিয়েই "তোৰ সঙ্গীতত, বিজুলী চমকে, মেঘে মেঘে চুমা খায়" বা "তোৰ সঙ্গীতত নাচে গোপবালা, যমুনা উজাই বয়" বুলি চৰাই এটাৰ গাত ইমান অসাধাৰণ মহিমা আৰোপ কৰা নাই। কেতেকী চৰাইৰ মাতটোকে কৱিয়ে যেতিয়া সকলো চৰাইৰ গানৰ গান, বাদ্যযন্ত্ৰত বণিত হোৱা সকলো সঙ্গীতৰ উৎস আৰু প্ৰকৃতিত মুখৰিত হোৱা সকলো সুৰদি মাতৰ মাতৃকা বুলি কৈছে * তেতিয়া কৱিয়ে নিশ্চয় আমি সদায় শুনা মাতটোতে কিবা অলৌকিক অমাতৰ মাত এটা শুনিছে। তেনেহলে কৱিয়ে শুনা বা উপলব্ধি কৰা এই অলৌকিক বস্তুটো কি? ডঃ কাকতিয়ে এই প্ৰশ্নৰ উত্তৰ দিবলৈ চেষ্টা কৰি কৈছে —"এটি স্বৰ, এটি প্ৰহেলিকা"। স্বৰ বা প্ৰহেলিকা বুলি কলে ৰস-পিপাসুৰ হেপাহ পলাব পাবে ; কিন্তু তত্ত্বজিজ্ঞাসুসকল সন্তুষ্ট হব নোৱাৰে। স্বৰ হলেও সেই স্বৰটোৱে কিবা এটা বুজায়। প্ৰহেলিকা হলেও সেই প্ৰহেলিকাই লুকাই থোৱা কিবা এটা তত্ত্ব থাকে। কেতেকী-সুৰ বোলা প্ৰহেলিকাত উজাৰি লুকাই কোৱা কথাটো কি ?

কেতেকীৰ কৱি দাৰ্শনিক নহয়, দাৰ্শনিকৰ যুক্তিক্ৰম আৰু তৰ্কজালৰ স্থান তেখেতৰ কৱিতাত নাই। দাৰ্শনিক নহৈও কৱিয়ে সত্যৰ সৈতে মুখামুখি হয় দূৰপ্ৰসাৰী কল্পনা আৰু তীব্ৰ অনুভূতিৰ সহায়ত।

* তোৰেই সুৰত বিবিধ বিহঙ্গে
সুৰলা সুকলা ছন্দে,
গহীন বনত গিৰিভৈয়ামত
বিভুৰ মহিমা বন্দে।

বীণাৰ ঝঙ্কাৰ মুৰলীৰ ধ্বনি
তটিনীৰ কুলু তান,
তোৰেই সুৰত বাজে সংসাৰত
বিমল প্ৰেমৰ গান।

—কেতেকী



কৱিৰ ৰসসমাহিত চিত্তত বিশ্বৰ নিগূঢ় তত্ত্বও পূৰ্ণিমাৰ জ্যোৎস্নাৰ দৰে প্ৰতিভাত হয়। সেই নৰোদয়ৰ প্ৰভাৰত উজ্জ্বলিত হোৱা অন্তৰৰ উচ্ছ্বাস কৱিয়ে আবেগময়া ভাষাত নানা প্ৰতীকৰ ওৰণিৰ আঁৰ দি লাজুকী গাভৰুৰ সৌন্দৰ্য্যেৰে সজাই পৰাই দাঙি ধৰে। কেতেকী, দহিকতৰা আদি চৰাই-কৱিতা কেইটাতো বিহঙ্গসুৰৰ তত্ত্বটি এইদৰে কল্পনাৰ বহণ আৰু প্ৰতীকৰ ওৰণি লৈ ছন্দোময় উচ্ছ্বাসৰূপে প্ৰকাশ পাইছে। পদ্ধতি-যুক্ত যুক্তিজাল ইয়াত নাই, থকাৰ কথাও নহয়। নাথাকিলেও, সমস্ত কৱিকৰ্ম্মৰ উপক্ৰম, উপসংহাৰ আৰু যি আষাৰ কথা বাৰে বাৰে কৈয়ো কৰি ভাগৰা নাই, সেই সকলোবোৰ সামৰি সুতৰি জুকিয়াই চালে কেতেকী আৰু দহিকতৰা কৱিতাত নিহিত থকা সুসঙ্গত কৱিদৰ্শন এটা সমালোচকৰ দৃষ্টিত ধৰা পৰিব। বিহঙ্গ-সুৰৰ সেই দৰ্শনেই এই প্ৰবন্ধৰ বিষয়বস্তু।

গাঁৱলীয়া প্ৰকৃতিৰ প্ৰাণময় পৰিবেশ এটাত কৱি চৌধাৰী ডাঙৰীয়াৰ শৈশৱকাল অতিবাহিত হৈছিল। ডেকাকালতো প্ৰকৃতিৰ লগত নিবিড় সম্বন্ধ পাতি একান্ত বাস কৰাৰ সুযোগ তেখেতৰ বহুত বাৰ ঘটিছিল। প্ৰকৃতিয়ে তেখেতক অবিৰাম আকৰ্ষণ কৰিছিল। শৈশৱতে মাতৃবিয়োগ হোৱাত দ্বিতীয় মাতৃস্বৰূপে প্ৰকৃতিৰ আঁচলকে আজুৰি তেখেতে মাতৃসুখৰ সোৱাদ লৈছিল। নিজম দুপৰ নিশাতো নিহালিৰপৰা কেতেকীৰ মাত ধীৰে ধীৰে বতাহত পমি যোৱাৰ মাধুৰ্য্য উপভোগ কৰিছিল।

নিজম দুপৰ নিশা গহীন বনত
অমিয়া গীতৰ ধাৰ
শুনিছিলো কত বাৰ
ধীৰে ধীৰে মিলি যোৱা ধীৰ বতাহত।—কেতেকীচৰাই

পিছৰ কালতো কৱিৰ মনত চৰাইৰ সেই অমিয়া মাত এটা মোহন সপোনৰ লগ নেৰা আবেশৰ দৰে লাগি ৰ'ল। প্ৰথম কালছোৱাত ৰচনা কৰা চৰাই-কৱিতা কেইটাত কৱিয়ে শৈশৱ-স্মৃতিৰ এই আবেশ-টোৱেই প্ৰকাশ কৰিছে। অস্ফুট, অব্যক্ত, অবুজ আদি শব্দৰ সহায়েৰে চৰাইৰ মাতটো যে এটা আধা বুজা, আধা নুবুজা সঙ্গীত তাকে বৰ্ণাইছে।

ই প্ৰেমৰ গীতেই নে বিৰহৰ গীতেই নে আন কিবাহে কৱিয়ে তাক ভালকৈ ঠাৰৱাব পৰা নাই। কেতিয়াবা সুধিছে—"কাৰনো বিৰহ গোৱা অবুজ ভাষাৰে", আকৌ কেতিয়াবা সুধিছে "আবেগ সুৰত কিনো প্ৰেমগীত গোৱা" বুলি। প্ৰেমৰেই হওক বা বিৰহৰেই হওক সেই গীতে কৱিক মতলীয়া কৰে। প্ৰেম আৰু বিৰহ দুয়োটাকে একেটা বস্তুৰ ইপিঠি সিপিঠিৰূপে চৰাইৰ মাতে কৱিক সোঁৱৰাই দিছিল। তথাপি যেন সেই গীত অব্যক্ত। অব্যক্ত হলেও প্ৰভাৱহীন নহয়। কাৰণ "অব্যক্ত আৰাৱ শুনি বিহঙ্গৰ নাচে প্ৰাণ তালে তালে।" তেতিয়াও কৱিয়ে চৰাইৰ মাতৰ প্ৰকৃত স্বৰূপটো উপলব্ধি কৰা নাছিল বা কৰিছিল যদিও কৱিতাত প্ৰকাশ কৰিব পৰাকৈ সেই স্বৰূপ সিমান স্পষ্টৰূপে মানস মুকুৰত বিম্বিত হোৱা নাছিল। তেতিয়া মাথোন ইমানকে পাইছিল যে কেতেকীৰ সুৰে প্ৰেমৰ বাতৰি আনে, হিয়াত আশাৰ বেঙনি তোলে আৰু তাৰ কিবা মোহিনী শক্তি এটা আছে। সেই শক্তিটোৱেই মানুহৰ হৃদয়ত প্ৰেম-ভালপোৱাৰ ভাব জগাই দিয়ে।

তোমাৰ সঙ্গীতে প্ৰিয়ে জানে কি মোহিনী
আশাৰ পদুম পাহি
মাৰে মিচিকিয়া হাঁহি
হৃদয়-বীণাত বাজে প্ৰেমৰ ৰাগিণী।

'বহাগীৰ বিয়া' কাৱতাত পাওঁ—জড়জগত, জীৱজগত, মহাবিশ্ব জুৰি আনন্দৰ যি পূৰ্ণৰেখা বিৰিঙিছে, সেই আনন্দৰ মহামেলাত কুলি-কেতেকীয়েও আনৰ লগতে যোগ দিছে। বসন্তৰ আগমনত প্ৰকৃতিৰ দেহত যি উখলমাখল লাগিছে, চৰাইৰ গানক কৱিয়ে তাৰ অঙ্গৰূপেহে বৰ্ণনা কৰিছে। কেতেকী আৰু দহিকতৰা কৱিতাত কিন্তু চৰাইৰ গান, বসন্ত বা শৰৎ ঋতুৰ বৰ্ণ-গন্ধ-গীতৰ সমাৰোহত দহৰ লগৰে এটা নহয়। এই দুটা কৱিতাত চৰাইৰ গীতকে প্ৰকৃতিৰ আনন্দ-লীলাৰ মূল উৎস বুলি বৰ্ণনা কৰা হৈছে। প্ৰকৃতিৰ উলহমালহৰ লগতে কেতেকী বা দহিকতৰাই



উজান দিয়া নাই, কিন্তু কেতেকী-দহিকতৰাহে প্ৰকৃতিৰ উলহমালহৰ মূলাধাৰ শক্তিৰূপে সকলো ৰূপ-ৰস-গন্ধ-গানৰ নিমিত্ত কাৰণ।

মৰমৰ পখী, কেতেকী চৰাই, বহাগীৰ বিয়া আদি কৱিতাত আৰু কৱিৰ পিছৰ কৱিতাবোৰত বিস্তাৰিত হোৱা চৰাই-গীতৰ তত্ত্বই ভুমুকিয়াই গলেও তাৰ পোহৰটো চকুত লগাকৈ ধৰা পৰে 'গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী' কৱিতাত। কৱিৰ চৰাই-দৰ্শনৰ ক্ৰমবিকাশৰ দ্বিতীয় পৰ্য্যায় এই কৱিতাত পৰিলক্ষিত হয়। 'আৱাহন', 'মৰমৰ পখী', 'কেতেকী চৰাই', 'বহাগীৰ বিয়া' আদিত যি বীজ লুকাই আছিল, 'প্ৰিয়বিহঙ্গিনী' কৱিতাত সি অঙ্কুৰ মেলিছে। চৰাইৰ সুৱলা মাততে 'ছয় ৰাগ, ছত্ৰিশ ৰাগিণীৰ' মাধুৰ্য্য একস্থ হৈ লুকাই থকাৰ কথা কৱিয়ে প্ৰথম এই কৱিতাটিতে ব্যক্ত কৰিছে। গিৰিগুহা, উপবন, সিন্ধু-তৰঙ্গিনীক লৈ সমগ্ৰ ভুৱনমণ্ডলকে সুৰভোলা কৰা, বৃন্দাবন-লীলাৰ নিচিনা প্ৰেমোন্মাদনাৰ সৃষ্টি কৰা চৰাইৰ মাতৰ সৰ্ব্বতোবিসাৰি প্ৰভাৱৰ পৰশ প্ৰথমে পাওঁ এই কৱিতাতে। কিন্তু এই মাতটোৰ গভীৰপ্ৰবেশী তাৎপৰ্য্য কি? তাৰ ইমান মাধুৰ্য্যৰ উৎস কত? কৱিয়ে সেই কথাৰ সন্তেদ এতিয়াও পোৱা নাই, পাওঁ পাওঁ হৈছেহে। সন্ধানী কৱিচিত্ত এতিয়াও দোলনভূমি অতিক্ৰম কৰি অচ্যুতভূমিত প্ৰতিষ্ঠিত হোৱা নাই। 'মৰমৰ পখী', 'কেতেকী চৰাই' আদি কৱিতাত বিহগী তত্ত্বৰ যি কাহিলি কাহিলি পোহৰ দেখা পাওঁ, প্ৰিয় বিহঙ্গিনী কৱিতাত সি ঊষাৰ অৰুণিমা লৈ বিকশিত হৈছে। 'কেতেকী' আৰু 'দহিকতৰা' কৱিতাত এই বিহগী তত্ত্বই অৰুণিমাৰ দশা অতিক্ৰম কৰি বিস্ফাৰিত আলোকৰূপে দেখা দিছে। 'কাণৰ ভিতৰ দিয়া মৰমে পশা' চৰাই কণ্ঠৰ সুৰটোৰ প্ৰকৃত স্বৰূপ এই দুটা দীঘলীয়া কৱিতাত উদঘাটিত হৈছে কৱিৰ উচ্ছ্বাসময় বৰ্ণনাৰ ভিতৰেদি।

কেতেকী কৱিতাৰ প্ৰথম তৰঙ্গৰপৰা চতুৰ্থ তৰঙ্গলৈকে এই ছোৱা যেন নতুন আলোকপ্ৰাপ্তিৰ আনন্দ শিহৰণ 'নিৰ্ঝৰেৰ স্বপ্নভঙ্গ' হে। সূৰ্য্য-কিৰণৰ প্ৰথম পৰশ পাই পখীয়ে সুললিত ৰাও কাঢ়ি উৰা মৰাৰ দৰে কৱিৰ কল্পনায়ো উধাৰ মেলিছে।

আছিলোঁ মগন মোহ-টোপনিত
নাছিল চেতনা জ্ঞান,
কিনো নাম গাই ঘুমটি ভাঙিলি
বলিয়া কৰিলি প্ৰাণ।

স্বপ্নভঙ্গৰ পিছৰ এই ৰসোচ্ছল অৱস্থাতে কৰিয়ে কেতেকীৰ প্ৰকৃত তত্ত্ব পূৰ্ণভাৱে উপলব্ধি কৰিছে। চতুৰ্থ তৰঙ্গৰ শেহৰ ছুফাকি কৰিতা লৈয়ে আমি কৰিৰ কেতেকী-তত্ত্ব আলোচনাৰ পাতনি মেলিম। এই ছুফাকি কৰিতাক কেতেকী-তত্ত্বৰ বীজ-সূত্ৰ বুলি কব পাৰি। সেই ছুফাকি হল—

পাপপুৰী এৰি প্ৰেমপুৰীলই
কিৰূপেনো পাৰি যাব,
দিব্য জ্যোতিৰ্ম্ময় মণি স্যমন্তক
কিৰূপেনো পাৰি পাব!
বাট দেখুৱাই লই যা সাদৰি
নাথাকোঁ ই সংসাৰত, *
শতধাৰা হৈ প্ৰেম মন্দাকিনী
সদায় বইছে য'ত।—কেতেকী

কেতেকীৰ মাতে কৰিক জ্যোতিৰ্ম্ময় স্যমন্তক মণি লাভ কৰাৰ আৰু তাকে পাই প্ৰেমমন্দাকিনীত উপনীত হোৱাৰ বাট দেখুৱাব। যি য'ৰ পৰা আহিছে তালৈ সিহে বাট দেখুৱাব পাৰে। কেতেকী আহিছে সেই নগৰীৰপৰা য'ত—

পুণ্যৰ জ্যোতিয়ে যি প্ৰেমনগৰী
কৰি আছে জ্যোতিৰ্ম্ময়।
আৰু—য'ত অপৰূপ সদানন্দ ৰূপ
আছে দিব্যৰূপ ধৰি॥—কেতেকী

* এই সংসাৰত নাথাকোঁ অৰ্থে কৰিয়ে মৃত্যুৰ কথা কোৱা নাই। শুষ্ক বিষয় ভোগৰপৰা আঁতৰি অতীন্দ্ৰিয় নিজানন্দত মগ্ন হোৱাৰ কথাহে কৈছে।



প্ৰেম আৰু আনন্দ একেটা বস্তুৰে ইপিঠি সিপিঠি। প্ৰকৃততে আনন্দৰ বিকাশ হয় প্ৰেমত। আনন্দ কেৱল প্ৰেমৰূপে প্ৰকাশ পায়। কৰিৰ সাধনা হল সেই প্ৰেমানন্দৰ 'পুৰী' বা অৱস্থিতি লাভ কৰা। কেতেকীৰ কণ্ঠত প্ৰকাশ পোৱা সুৰটোৱে কৰিক প্ৰেমানন্দৰূপ মূল সুৰটোৰ সন্ধান দিছে; কাৰণ কেতেকীৰ সুৰটো সেই মূল সুৰটোৰ প্ৰতিভূ। মুঠ কথাত কেতেকীৰ সুৰ কৰিৰ প্ৰেমানন্দ সাধনাৰ মাধ্যম। কেতেকী দেৱদূত, কৰিৰ স্বৰ্গৰ পথপ্ৰদৰ্শক। কিন্তু কেতেকীৰ স্বৰটোত কি মহিমা লুকাই আছে যে কৰি তাৰ বলত প্ৰেমানন্দৰ সন্ধানত প্ৰবৃত্ত হৈছে!

এই প্ৰেমানন্দ বা সদানন্দৰূপ চকুৰে দেখা বা কাণেৰে শুনাৰ দৰে পোনে পোনে জানিব পৰা ৰূপ নহয়। ইয়াৰ স্বৰূপ বুজিবলৈ কিবা এটা আলমৰ সহায়েৰে পম খেদি আগুৱাব লগা হয়। বতাহ বলা আমি চকুৰে নেদেখোঁ, নেদেখিলেও গছৰ পাত লৰোঁতে তাৰ অস্তিত্বৰ গম পাওঁ, গাত যেতিয়া ফিৰ্ ফিৰীয়া বা লাগে তাৰ সঁহাৰি পাওঁ। সেইদৰে বিশ্বৰ মূলাধাৰ আনন্দময় সত্তাও বিশ্ব-প্ৰকৃতিত প্ৰকট হৈছে শব্দ, স্পৰ্শ, ৰূপ, ৰস আৰু গন্ধৰ মাজেদি। কেতিয়াবা ৰূপৰ মাজেদি, কেতিয়াবা সুৰৰ মাজেদি। সৃষ্টিখন যিখিনিতে সুন্দৰ হৈ ওলায়, সেইখিনিতে আনন্দ সত্তাই স্পষ্টতৰ হৈ আমাৰ উপলব্ধিত ধৰা দিয়ে। দহিকতৰাৰ 'অঞ্জলি' নামৰ কৰিতাত প্ৰেমানন্দ-অভিব্যক্তিৰ এই তত্ত্বটি কৰিয়ে মুকলিভাৱে বৰ্ণনা কৰিছে—

সৌন্দৰ্য্যৰ মহামেলা বিশ্বমন্দিৰত
জ্বলে গন্ধপুষ্প দীপ-ধূপ,
যেনি চাওঁ তেনি যেন মহামহিমৰ
বিশ্বভোলা প্ৰেমানন্দ ৰূপ।

এই কথাকে আন প্ৰকাৰে দহিকতৰাৰ 'বিভূতি' নামৰ কৰিতাত কৰিয়ে কৈছে—

ৰস ৰূপ গন্ধ গীতি বিপুল সম্পদ
হে ঈশ্বৰ তোমাৰ বিভূতি,

দুখিতৰ অন্তৰত দিবানে অকণি
সৌন্দৰ্য্যৰ প্ৰেম-অনুভূতি।

ই যেন ভগৱানৰ উদাত্ত ঘোষণাৰেই কৰি হৃদয়ত হোৱা প্ৰতিধ্বনি—

যদ্ যদ্ বিভূতিমৎ সত্ত্বং শ্ৰীমদূৰ্জ্জিতমেৱবা
তৎ দেৱাৱগচ্ছ ত্বং মম তেজোঽংশসম্ভৱম্। গীতা ১০।৪১

—বিশ্বত বিভূতি সম্পন্ন, শোভাশালী আৰু প্ৰভাৱবান যি যি আছে, সেই সকলোবোৰ মোৰ অংশসম্ভূত বুলি জানিবা।

বসন্তৰ আগমনত প্ৰকৃতিত ৰংৰূপহৰ যি বিৰাট সমাৰোহৰ উখলমাখল লাগে, তাৰ প্ৰত্যেককে এই প্ৰেমানন্দ ৰূপৰ আত্মপ্ৰকাশৰ শিহৰণ বুলি কৰিয়ে অনুভৱ কৰিছে। আনন্দ-অভিব্যক্তিৰ এই হেন্দোলনিতে অশোকে ফুলৰ থুপি সজায়, তৰুৱাজিয়ে নৱকিশলয় মেলে, ধীৰ সমীৰণে প্ৰকৃতিৰ শ্যামল অঞ্চল দোলায়, বুঢ়া লুইতৰ ক্ষীণ গা ফুলি উঠে। পুৰণিকলীয়া বৰ গছজোপায়ো জীৰ্ণ পাত সলাই দেহা মলচি লয়। লাজুকী বোৱাৰীয়ে প্ৰৱাসী স্বামীৰ কথা সুঁৱৰি তাঁত ববলৈ এৰে, জীয়ৰী ছোৱালীয়ে প্ৰেমিকৰ কথা ভাবি হাতৰ মাকো এৰি ৰ লাগি ৰয়। অতীততো বৈদৰ্ভীৰ প্ৰেমত কুমাৰ নলৰ প্ৰাণ বিচলিত হৈছিল, চিত্ৰকুট পৰ্ব্বতত বিৰহী যক্ষই নিৰ্ব্বাসনৰ অৱশিষ্ট দিন গণিছিল। কালিন্দী-তীৰত বাজি উঠা মোহন বাঁহী শুনি গকুলৰ গোপবধূৱে লাজমান কাতি কৰি ঢাপলি মেলিছিল। সপোনৰাজ্যত কুমৰক পাই সৰলা উষা বাউলী হৈছিল; ষোড়শ হেজাৰ গোপিনী একেডালি ডোলতে বান্ধ খাইছিল। মুঠতে একেটা প্ৰেমৰ সুৰদি তানে দ্যুলোকে-ভূলোকে মহাবিশ্ব জুৰি ভৱজলধিৰ যাত্ৰীসকলক চঞ্চল আকুল কৰি তুলিছে। যি অলৌকিক মহিমাৰ বলত এই চঞ্চলতা আৰু আকুলতা প্ৰকাশ পাইছে, সেই বিশ্বভোলা প্ৰেমানন্দক কৰিয়ে চিনি পাইছে কেতেকী-দহিকতৰা আদি চৰাইৰ মাতেদি।

সাধ্য আৰু সাধন অন্তত গৈ একেটাই। সাধ্যৰূপ আনন্দসত্তাক পাবলৈ সেই আনন্দ প্ৰকট হোৱা সাধনৰ মাজেদিয়ে যাব লাগিব।



যি ৰূপ, ৰস, গন্ধ, গীতৰ মাজেদি প্ৰেমানন্দ প্ৰকট হয়, সেই ৰূপ, ৰসৰ মাজেদিয়ে তাক উপলব্ধিও কৰিব পাৰি। মন্দিৰৰ সৌধকলা, প্ৰতিমাৰ ভাস্কৰ্য্য, চিত্ৰৰ বৰ্ণৰেখা, এইবোৰ হল ৰূপৰ মাজেদি ভুৱনসুন্দৰৰ আৰাধনা। প্ৰেমানন্দৰ অন্যতম অভিব্যক্তি মধুৰ সুৰকে কৰিয়ে এই প্ৰেমানন্দ সাধনাৰ মাধ্যম স্বৰূপে গ্ৰহণ কৰিছে। সেই মধুৰ শব্দই কৰিৰ কাণত পূৰ্ণকলাৰে ধৰা দিছে কেতেকীৰ মাতত। কেতেকী উপলক্ষহে, ই সমস্ত বিহঙ্গকুলৰ কণ্ঠত আহত হোৱা অনাহত-স্বৰ সদৃশ এটা অপাথিৱ মূল সঙ্গীত। ভাৰতীয় সঙ্গীতশাস্ত্ৰমতেও মূলীভূত স্বৰ ষড়্জ বা 'সা'। তাকে আশ্ৰয় কৰিহে বাকী ঋষভ, গান্ধাৰ ( ঋ গা ) আদি স্বৰ বিস্তাৰিত হয়। সেই মূলীভূত ষড়্জ স্বৰটো আহৰণ কৰা হৈছে পক্ষীকূজনৰপৰা, ময়ূৰৰ কেকাধ্বনিৰপৰা। গতিকে কেতেকীৰ মাত বিহগী কৰিৰ মানত বীণাৰ ঝঙ্কাৰ, বাঁহীৰ তান, তটিনীৰ কুলুগান, সকলো চৰাইৰ গানৰ গান মূলাধাৰ স্বৰৰূপে প্ৰতিভাত হোৱাত বিসদৃশ একো নাই। এই কেতেকীৰ সুৰতে যদি বিজুলী চমকে, মেঘে মেঘে চুমা খায় বুলি কোৱা হয়, তাতো অসঙ্গতিৰ লেশ নাই; কাৰণ কৰিৰ মানত সেই প্ৰেমানন্দৰে অভিব্যক্তি কেতেকীৰ মাতত কৰি চৌধাৰী ডাঙৰীয়াৰ কেতেকীসুৰৰ মগ্নতাক মধুৰ শব্দইদি প্ৰকট হোৱা প্ৰেমানন্দৰ উপলব্ধি প্ৰচেষ্টা বা আন কথাত নাদ ব্ৰহ্মৰ উপাসনাও বুলিব পাৰি। কৰিয়ে সেইদেখি কেতেকীক সম্বোধন কৰি কৈছে—

যি গছৰ তই খাবি প্ৰেমফল
মোকো দিবি তাৰে এটি,
নশ্বৰ জীৱন কৰিম অমৰ
বয়সে নিদিব ভাটী।
যি জুৰিৰ পানী খাবি পিয়াহত
বিন্দু এটি দিবি মোক,
অশান্ত হৃদয়ে সান্ত্বনা লভিব
পলাব পিয়াহ-ভোক।

সুন্দৰানন্দৰ সাধকসকলে চিৰকাল বিভিন্ন প্ৰকাৰে সেই গছৰ ফল খাই আৰু সেই জুৰিৰ জলবিন্দু পান কৰি এই নশ্বৰ দেহাকো বয়সে ভাটী নিদিয়াকৈ অনন্ত যৌৱনৰ অধিকাৰী কৰিবলৈ আকুল প্ৰয়াস কৰি আহিছে। কৱি শ্ৰীযতীন দুৱৰাই এই বৃক্ষৰ ফল খায়ে আকুলভাবে কৈছে—

"অনন্ত যৌৱন লই ফুৰিছোঁ ধৰাত মই,
বিৰহত পৰাণ আকুল।"

কেতেকীৰ কণ্ঠত সেই আনন্দ বৃক্ষৰ ফল, প্ৰেম-মন্দাকিনীৰ জলৰ সন্ধান কৰিয়ে পাইছে। প্ৰবন্ধৰ আদিতে কোৱা স্যমন্তক মণি আৰু প্ৰেম-মন্দাকিনীলৈ কেতেকীয়ে এইদৰেই বাট দেখুৱাইছে।

বিহগী কৱিৰ কেতেকী-তত্ত্ব বুজাত সঙ্গীত-ৰত্নাকৰ গ্ৰন্থৰ শ্লোক এটাই বিশেষ সহায় কৰিব। সেই শ্লোকটি হল এই—

চৈতন্যং সৰ্বভূতানাং বিবৃত্তং জগদাত্মনা
নাদব্ৰহ্ম তদানন্দমদ্বিতীয়মুপাস্মহে। —সঙ্গীত ৰত্নাকৰ ৩।১

—সমস্তভূতৰ চৈতন্য আৰু জগৎৰূপে বিস্তাৰ হোৱা আনন্দ আৰু অদ্বিতীয় নাদব্ৰহ্মক উপাসনা কৰোঁ। এই কথাষাৰত সোমাই থকা নাদ-উপাসনাৰ তাৎপৰ্য্য ব্যাখ্যা কৰোঁতে টীকাকাৰে কৈছে—

"অতো গীত প্ৰপঞ্চস্য শ্ৰুত্যাদেস্তত্ত্বদৰ্শনাৎ।
অপিস্যাৎ সচ্চিদানন্দৰূপিণঃ পৰমাত্মনঃ।
প্ৰাপ্তিঃ প্ৰভাপ্ৰবৃত্তস্য মণিলাভো যথা ভৱেৎ।
প্ৰত্যাসন্নতয়াহত্যন্তম্॥"

সঙ্গীতৰূপে বিস্তাৰ লাভ কৰা শ্ৰুতি বা শব্দমাধুৰ্য্যৰ তত্ত্বদৃষ্টিৰপৰাও সচ্চিদানন্দ পৰমাত্মাৰ প্ৰাপ্তি হব পাৰে। কেনেকৈ তাৰ দৃষ্টান্ত দি কৈছে—"প্ৰভাপ্ৰবৃত্তস্য মণিলাভো যথা ভৱেৎ" অৰ্থাৎ পোহৰটো চাই আগুৱাই গলে যেনেকৈ মণিটোত হাত পৰেগৈ তেনেকৈ; কাৰণ মণি আৰু তাৰ পোহৰ লগালগি, অপৃথক। আৰু অলপ বহলাই কবলৈ হলে কথাটো এনেকুৱা হব। এন্ধাৰ ঘৰ এটাত চন্দ্ৰকান্ত বা তেনে



উজ্জ্বল মণি এটা আছে। কোনোবাই যদি সেই মণিটো হাতত লবলৈ ইচ্ছা কৰে, তেনেহলে তেওঁ আগুৱাই যাব লাগিব সেই পোহৰটো যি পিনৰপৰা আহিছে সেই পিনেদি। মণিটো ধৰিব খোজা মানুহজনে উমানতে খেপিয়াব নালাগে। পোহৰটো বুজি বুজি হাত মেলি গৈ থাকিলে মণিটোত আপোনাআপুনি হাত পৰিবগৈ। মণিৰ পোহৰটো মণিৰ অভিব্যক্তি। সেই অভিব্যক্তিৰ যোগেদি আচল বস্তু মণিটোৰ প্ৰাপ্তি ঘটে। সেই নিচিনাকৈ 'জগদাত্মনা অভিব্যক্ত' মধুৰ শব্দৰ যোগেদিও যাৰ অভিব্যক্তি সেই অদ্বিতীয় আনন্দক পাবগৈ পাৰি। এয়েই নাদ উপাসনাৰ তাৎপৰ্য্য।

কৱি চৌধাৰী ডাঙৰীয়াই যাক স্যমন্তক বুলিছে, অলকানন্দ বুলি কৈছে অথবা প্ৰেমানন্দ বা আনন্দৰ পূৰ্ণৰেখা নামেৰে বৰ্ণাবলৈ চেষ্টা কৰিছে, তাক মধুৰ শব্দ চৰাইৰ কূজনৰ মাজেদি উপলব্ধি কৰিছে। পৃথিৱীৰ বাদ্যযন্ত্ৰ আৰু মনুষ্যকণ্ঠত আহত হোৱা মধুৰ শব্দ থাকিলেও তাত মানৱ-ঘটিত কৃত্ৰিমতাৰ ছাঁ পৰিছে। গতিকে কৃত্ৰিমতাৰপৰা দূৰতো বিদূৰ বনচাৰী বিহগৰ স্বভাৱ ললিত কণ্ঠইদি আপোনা আপুনি বৈ যোৱা, সঙ্গীতৰো মূলাধাৰ এই স্বৰটোৱে কৱিৰ স্বপ্নভঙ্গ কৰিছে। বিহঙ্গম কণ্ঠত আহত হলেও এই নাদ কৱিৰ সমাহিত চিত্তত অনাহত নাদৰূপে ৰণিত হৈছে।

যি অলকানন্দা বা প্ৰেম-মন্দাকিনীৰ গুৰি পাবলৈ কৱিচিত্ত ব্যাকুল হৈছে, এই জগতখনত তেওঁ তাৰ আভাস পাইছে সুৱদি মাতত, তাকো চৰাইৰ সুৱদি মাতত। বিশ্বৰ সকলো শোভা গন্ধ গানৰ মূলত যি শিৱ-সুন্দৰ বিৰাজ কৰিছে, বিহগী কৱিয়ে মণিপ্ৰভাপ্ৰবৃত্তজনৰ দৰে সেইফালে আগবাঢ়িছে কেতেকী দহিকতৰাৰ সুৰৰ যোগেদি। তেওঁৰ কাৰণে সেই শিৱ-সুন্দৰ, সেই অলকানন্দা, সেই প্ৰেম-মধুৰিমা বৈ আহিছে অমৃতভাণ্ডস্বৰূপ বিহগ সুৰেদি। বিহগ সুৰেই তেওঁক আৰাধ্য অলকানন্দা বা প্ৰেম-মধুৰিমা যাৰ প্ৰভাৱত বিশ্বত এটা সৰ্ব্বতোবিসাৰি আনন্দসোঁত প্ৰৱাহিত হৈছে, অমৃত-মহিমা প্ৰচাৰিত হৈছে।

তয়েই অলকানন্দা প্ৰেম-মধুৰিমা,
জগতৰ অনুপম,
তয়ে অতি প্ৰিয়তম,
তয়েই বসন্তদূত শাৰদ প্ৰতিমা,
প্ৰচাৰিছ ঘৰে ঘৰে অমৃতমহিমা।

জগতৰ প্ৰেমানন্দ লীলাক পক্ষী-কূজনৰূপে কল্পনা কৰাৰ দৃষ্টান্ত নোহোৱা নহয়। ৰামায়ণ পাৰায়ণ কৰাৰ আৰম্ভণিতে পাঠ কৰিবলগীয়া এটা শ্লোক আছে। সেই শ্লোকটিত ৰামায়ণ কথাক কোকিল কূজন আৰু সেই কূজনৰ কোকিলৰূপে বাল্মীকিক বন্দনা কৰা হৈছে।

কূজন্তং ৰামৰামেতি মধুৰং মধুৰাক্ষৰম্।
আৰুহ্য কাৱতাশাখাং ৱন্দে ৱাল্মীকি কোকিলম্॥

ৰামায়ণ এখন স্বয়ংপূৰ্ণ কল্পজগতৰ কাহিনী। যি মূলাধাৰ শক্তিৰ আকৰ্ষণত ৰামায়ণৰ এই বিচিত্ৰ জগতখনে আৱৰ্ত্তন কৰিছে, সেই শক্তি হৈছে প্ৰেম। পতি-প্ৰেম, পত্নী-প্ৰেম, ভ্ৰাতৃপ্ৰেম, পুত্ৰপ্ৰেম, গৰাকী-ভৃত্যৰ প্ৰেম আৰু আনকি শত্ৰুৰ প্ৰতিও প্ৰেম। অকল মানুহৰ প্ৰেমেই নহয়, পশু পক্ষী প্ৰভৃতি সকলোৱে প্ৰেমময় জীৱন সামৰি লৈ এই ৰামায়ণে "প্ৰেমত ঘূৰিছে ভূমণ্ডল" কথাষাৰৰ সাৰ্থকতা প্ৰতিপন্ন কৰিছে। যি মহান চৰিত্ৰক কেন্দ্ৰ কৰি ৰামায়ণৰ এই মধুমতী সৃষ্টিয়ে বিকাশ লাভ কৰিছে, বাল্মীকিয়ে সেই চৰিত্ৰৰ নাম দিছে ৰাম। প্ৰকৃতি সৃষ্টিত যিজনে চৈতন্য শক্তিৰদ্বাৰা জড়জগতক ৰমায় বা আনন্দৰ আস্বাদ দিয়ে তেওঁৰ নামো ৰাম।—

"চৈতন্য শক্তিৰ দ্বাৰে, ইটো জড়জগতক,
ৰমাৱন্ত কৰ্ম্ম অনুসাৰে।"—নামঘোষা

এতেকেহে তেওঁৰ নাম ৰাম। ৰামায়ণতো ৰাম এই নামেই কাহিনীত ব্যক্ত হোৱা প্ৰেমানন্দৰূপটোৰ প্ৰতীক যেন হৈ আছে। ভক্ত কৱিয়ে তাকে কোকিল-কূজনৰূপে কল্পনা কৰিছে।

আৰু এটা মন কৰিবলগীয়া কথা আছে। কৱি চৌধাৰীয়ে বিহঙ্গস্থৱ



আৰু শ্ৰীকৃষ্ণৰ বাঁহীক একে সুৰ, একে বস্তু বুলি ঠায়ে ঠায়ে বৰ্ণনা কৰিছে। দহিকতৰাক সম্বোধন কৰি কৈছে—

ছয়ৰাগ সপ্তস্বৰে মুৰলী বজাই,
ৰাখিছ সাদৰী তই ভুবন ভুলাই।

কেতেকীক কৈছে—

তোৰ সঙ্গীতৰ বাঁহীৰ সুৰত
আছে কিবা অভিসন্ধি,
ষোড়শ হেজাৰ গোপিনীক থলি
এডালি ডোলেৰে বান্ধি।

প্ৰিয় বিহঙ্গিনী কৱিতাতো চৰাইৰ মাততে কৱিয়ে শ্ৰীকৃষ্ণৰ বংশীধ্বনি শুনিবলৈ পাইছে—

পৰেনে মনত সখি যমুনা তটিনী,
কদম গছত পৰি,
পঞ্চমত সুৰ ধৰি,
কৰিছিলা ব্ৰজাঙ্গনা মন উন্মাদিনী।
গোৱা সেই সুৰে মোৰ প্ৰিয় বিহঙ্গিনী।

আনন্দ স্বৰূপতা উপলব্ধি কৰাৰ যি আনন্দ এষণাই বিশ্বখনক আকুল কৰি ৰাখিছে সেই বাউলী আৱাহনকে সাধকসকলে সচ্চিদানন্দ নন্দসুত শ্ৰীকৃষ্ণৰ বংশীধ্বনিৰূপে কল্পনা কৰি সাধনমাৰ্গত অগ্ৰসৰ হয়। আমাৰ কৱিৰ কল্পনাতো শ্ৰীকৃষ্ণৰ বাঁহী আৰু কেতেকীৰ মাত এক যেন হৈ ধৰা দিছে। সাধকজনৰ কৃষ্ণবংশীয়েই বিহগী কৱিৰ কেতেকীৰ মাত।

---

# কাৰবালা

কাৰবালা পাঁচোটি সৰ্গত সম্পূৰ্ণ এখনি সৰু কাব্য নাইবা ৯৭২ শাৰীৰ এটি ডাঙৰ কৱিতা ; কিন্তু কৱিতাৰ শাৰীৰ সংখ্যা বা দৈৰ্ঘ্য অথবা পৃষ্ঠাৰ লেখৰদ্বাৰা কাব্যৰ মূল্যাঙ্কন কৰা নহয়। এই ক্ষুদ্ৰ কাব্য-খনিৰ ভিতৰত যি উদাৰ কৱি-মন লুকাই আছে, যি আগ্ৰহ আৰু পৰিক্ৰমাই এই কাব্য সম্ভৱ কৰি তুলিছে আৰু যি মানৱতাবদ্বাৰা অনুপ্ৰাণিত হৈ কৱিয়ে কাৰবালাৰ কাহিনীৰ সৌন্দৰ্য্য উপলব্ধি কৰিছে, সেই সকলোখিনি চালিজাৰি চালেহে কাৰবালাৰ প্ৰকৃত মূল্য নিৰূপণ কৰা হব। কাৰবালাৰ প্ৰথম প্ৰকাশ হৈছিল এতিয়াৰপৰা প্ৰায় দুকুৰি বছৰৰ আগতে ইংৰাজী ১৯২৩ চনত, কিন্তু লিখা সম্পূৰ্ণ হৈছিল তাৰো দুবছৰমান আগ কথা আগতে। সেয়া হল কৱিতাৰ আকাৰত কাৰবালা কাব্যৰ দৃশ্যমান ৰূপ ; কিন্তু তাৰ অদৃশ্য ৰূপত সি কৱিৰ অন্তৰত কণ কণকৈ ঠাই লৈছিল তাৰো কেইবছৰমান আগতে।

তেতিয়া ১৯১৮ কি ১৯ চন। প্ৰথম মহাসমৰ শেষ হৈ গৈছে। কৱিৰ বয়স তেতিয়া প্ৰায় ডেৰকুৰি বছৰ। সেই সময়তে তেখেত এবাৰ টান নৰিয়াত পৰিল। সেই কালত গুৱাহাটীত জনদিয়েক ভাল ডাক্তৰ থাকিলেও তেওঁলোকৰদ্বাৰা চিকিৎসা কৰাবৰ সংস্থান কৱিৰ নাই। বন্ধু ধৰণী ডাক্তৰো অসুখত পৰি আছে। এনেতে কৱিৰ স্কুলীয়া কালৰ বন্ধু ডাঃ ছৈয়দ জালালুদ্দিন আহম্মদ ( অধ্যাপক ছৈয়দ আবুল ফজলৰ দেউতাক ) ১৫ দিনৰ ছুটী লৈ গুৱাহাটী পালেহি। তেখেত আছিল সেই সময়ত বাগিচাৰ ডাক্তৰ। কৱিয়ে অতি সন্তোষ প্ৰকাশ কৰি কৈছিল—"সেই সময়ৰ আমাৰ চাম মানুহৰ মাজৰ বন্ধুত্বৰ গভীৰতা এতিয়াৰ সকলে হয়তো উপলব্ধি কৰিব নোৱাৰিব। মৌলবী চাহাবে আহি গুৱাহাটী পায়েই মোৰ বাতৰি লৈছিল দুৰ্গানাথ বৰুৱাৰপৰা,



আৰু মোৰ অসুখৰ কথা শুনি সেই দিনাই হাবিৰ মাজে মাজে খোজ কাঢ়ি মোক চাবলৈ আহে। পিছতো যি ১৫ দিন তেখেতে ছুটীত আছিল, সেই প্ৰত্যেক দিনাই তেওঁ আহিছিল। তেখেতৰ যত্ন চিকিৎসাতে মই ভালো হৈ গৈছিলোঁ।"

"হাবিৰ মাজে মাজে ?"

"এৰা, তেতিয়া পল্টন বজাৰৰপৰা ৰেলৰ আলিয়েদি উজান বজাৰলৈ অহা বাটত বহুত হাবি আছিল।"

এই অসুখৰ কালতে ডাক্তৰ চাহাবৰ সান্নিধ্যত এটা কথা তেখেতৰ মনত লাগে। এই যে আমি হিন্দু-মুছলমান সকলোৱে আজি অতকাল একেলগে আছোঁ, তথাপি আমি পৰস্পৰক ভালকৈ চিনি পাওঁনে ? কৱিৰ কথাতে কবলৈ গলে, 'দুশ বছৰ একেলগে থাকিলোঁ অথচ নামটো উচ্চাৰণ কৰোঁতেও ভুল হয়।'

অসুখ ভাল হোৱাৰ পিছতো কৱিৰ মনৰপৰা এই চিন্তা দূৰ হোৱা নাছিল। এনেতে তেখেতে এদিন দুৰ্ঘটনাবশতঃ খোৰা ভৰিতে পুনৰ দুখ পাই শয্যাৰ আশ্ৰয় লবলগীয়া হয়। এই অসুখৰ ভিতৰতে তেখেতে এদিন ঘৰৰপৰাই বাটেদি তাজিয়া লৈ যোৱা দেখে। আগতে কোৱা বৰ্ণনামতে এই সময় হব লাগে ১৯২০ চনৰ জানুৱাৰী মাহ। কৱিৰ কথা, "গম্বুজ থকা তাজিয়া দেখি মোৰ মনত পৰিল, আমাৰ গাঁৱত, আনকি চহৰৰো কিছুমান তিৰোতাই এই তাজিয়াক 'মুছলমানৰ গোসাঁই অনা' বুলি কয়। কিন্তু লগতে ভাৱ আহিল, মই নিজে এই তাজিয়াৰ বিষয়ে জানো কি ?"

এয়ে হল 'কাৰবালা' কাব্যৰ অঙ্কুৰ। এই গজালিটি বাঢ়ি উঠি গছ হৈ ফল বিলাবলৈ প্ৰায় তিনি বছৰ সময় লাগিছিল। এই সময়ৰপৰাই তেখেতে নানান গ্ৰন্থ প্ৰবন্ধাদি পঢ়ি এই মৰ্ম্মন্তুদ ঘটনাটিৰ সম্পূৰ্ণ ইতিহাস জানিবৰ চেষ্টা কৰে। এই পুথি প্ৰবন্ধৰ মাজত কৱিৰ এতিয়া মাথোন মনত আছে ইছলামৰ সম্বন্ধে বুজিবলৈ কষ্ট কৰি সংগ্ৰহ কৰা মৌলানা আকৰম খানৰ 'মোস্তাফা চৰিত' নামৰ কিতাপখনি।

কাৱবালা সম্বন্ধে আলোচনা কৰোঁতে এবাৰ মই কৱিক কৈছিলোঁ যে এজন খোৰাই লিখিলে কৱিতা আৰু আন এজন খোৰাই লিখিলে তাৰ কাব্যৰ বিষয়বস্তু পাতনি। কৱিয়ে তেখেতৰ স্বভাৱসুলভ হাঁহিৰে সৈতে উত্তৰ দিছিল—"নহৱ কিয় ? সাপেহে সাপৰ ঠেং দেখে। এতিয়া তুমি চাবা ইয়াৰ ভিতৰত কোন খোৰা হৈছে।" সেই কথাৰে উত্তৰ দি কওঁ যে খোৰা এজনো হোৱা নাই। অৱশ্যে ইতিহাসৰ ফালৰপৰা চালে হয়তো কৱিতাত দোষ ধৰিবলগীয়া কিছু কিছু ওলাব ; কিন্তু কাব্য ইতিহাস নহয়।

আৰম্ভণিতে কোৱা হৈছে, কাৱবালা কাব্য পাঁচোটা সৰ্গত সম্পূৰ্ণ। ইয়াৰে প্ৰথম সৰ্গটি হল, আদিৰেপৰা প্ৰচলিত কাব্য-ৰচনাৰ ৰীতি অনুসৰি মূল ঘটনাৰে সৈতে পোনপটীয়া সম্বন্ধ নথকা উচ্ছ্বাসপূৰ্ণ পাতনি। পিছে সেয়ে বাগ্দেৱী বন্দনা নাইবা কৱিতাৰ অধিষ্ঠাত্ৰী দেৱীৰ অনুগ্ৰহ প্ৰাৰ্থনাৰ সলনি কাৱবালাৰ মৰুপ্ৰান্তৰৰ বৰ্ণনা কৰা হৈছে। জয়াল মৰুভূমি প্ৰকৃতিৰ শোভাবিহীন ৰূপত দেখা গৈছে কিয় ? কৱিয়ে সন্দেহ কৰিছে নিশ্চয় কাৰোবাৰ ক্ৰোধাগ্নিত কাৱবালাই 'চিৰ-দগ্ধা হৈ' "বহু নিগ্ৰহ যাতনা" ভুগিছিল ; কিন্তু সেই দিন আৰু নাই। কাৰণ ৰছুলৰ দৌহিত্ৰ ইমাম হুছেনৰ আত্ম-বলিদানে কাৱবালাক ধন্য কৰি থৈ গৈছে। এইদৰেই কাৱবালা আৰু ইমাম হুছেনক লগ লগাই মহৰমৰ বিষাদময় কাহিনীৰ আৰম্ভণি কৰা হৈছে। এইখিনিতে হয়তো কোনোবা নৈয়ায়িকে তৰ্ক জুৰিব যে এনে ধৰণৰ কল্পনা সঙ্গতিবিহীন। কাৰণ কৱিয়ে হয় কাৱবালাৰ ৰুক্ষমূৰ্ত্তি দেখিছে নতুবা কোমল সজীৱ মূৰ্ত্তি দেখিছে ; দুয়োটা একেলগে দেখা সম্ভৱ নহয়। যুক্তিৰ ফালৰপৰা চাবলৈ গলে এই কথা সঁচা ; কিন্তু এনে তৰ্কৰ অৱতাৰণা কৰিলে কৱিতাৰ ভূত-ভৱিষ্যৎ-বৰ্ত্তমান সাৰটি ধৰিব পৰা শক্তি আৰু কল্পনাক অস্বীকাৰ কৰা হয়।

দ্বিতীয় সৰ্গৰ বৰ্ণনাৰ বিষয় হল ইমাম হাছানৰ হত্যা কাহিনী। এজিদৰ চক্ৰান্তত, মায়মুনাৰ ফুচুলনিত বিভ্ৰান্ত হৈ হাছান পত্নী জায়েদাই কিদৰে ইমামক বিহপ্ৰয়োগ কৰি হত্যা কৰিলে, তাৰ বৰ্ণনা আৰু লগতে এই বিষ প্ৰয়োগৰ ফলতে এজিদৰ হাতত কিদৰে জায়েদাৰ শিৰচ্ছেদ হল আৰু মায়মুনাক ডিঙিলৈকে মাটিত পুতি হত্যা কৰা হল সেই ইতিহাস। এইখিনিতে কৱিয়ে এজিদৰ ৰাজনৈতিক বিচক্ষণতা আৰু স্বাৰ্থপৰতাৰো গৌণভাৱে ইঙ্গিত দিছে।



কাৱবালাৰ বুৰঞ্জীত নাৰীৰ কোমলতা আৰু নিষ্ঠুৰতা দুয়োটাই জিলিকি আছে। তাৰে প্ৰথম বিধৰ সৌন্দৰ্য্য কৱিয়ে ছখিনাৰ চৰিত্ৰত বৰ্ণনা কৰি দেখুৱাইছে আৰু দ্বিতীয় বিধ জায়েদাৰ মনোবিশ্লেষণ কৰি দেখুৱাইছে কেনেকৈ একোটা কাল্পনিক কথা মনত সুমুৱাই দিলে তাকে ৰোমন্থন কৰি নাৰী নিষ্ঠুৰতকৈয়ো নিষ্ঠুৰ হৈ উঠিব পাৰে, কেনেকৈ সুখ আৰু বিলাসৰ প্ৰলোভনে নাৰীৰ কামনাৰ জুইত ঘিঁউ ঢালিব পাৰে আৰু ফলস্বৰূপে নাৰীক স্বামিঘাতিনীও কৰি তুলিব পাৰে।

এই সৰ্গৰ শেষৰ অংশত আছে ইমাম হুছেনৰ শেষ যাত্ৰা কেনেকৈ হবলৈ পালে সেই বিশ্বাসঘাতকতাৰ কাহিনী।

তৃতীয় সৰ্গটি সৰু ; আকাৰত প্ৰথম সৰ্গৰ প্ৰায় সমানেই। ইমাম হুছেন আহি পথভ্ৰান্ত হৈ কাৱবালা পাইছেহি, দলৰ সকলোটি ভোক, ভাগৰ আৰু বিশেষকৈ পিয়াহত কাতৰ। আৰু একমাত্ৰ জল সংগ্ৰহ কৰিবৰ ঠাই ইউফ্ৰেটিছ নৈৰ পাৰ এজিদৰ সৈন্যৰদ্বাৰা পৰিবেষ্টিত। ইমামৰ আৰু একো বুজিবলৈ বাকী নেথাকিল। নিজৰ সন্তানটিক পিয়াহত কাতৰ হোৱা দেখি এজিদৰ সৈন্যৰ ওচৰত এটোপা পানী ভিক্ষা কৰিলে, উত্তৰত এপাট শৰ আহি শিশুটিৰ পিয়াহ চিৰদিনলৈ নাইকিয়া কৰি থৈ গল। ইমাম ঘূৰি আহিল—

অতি ত্ৰস্তভাৱে। মৃত শিশু সন্তানক
কৰি প্ৰত্যৰ্পণ, ক'লে, ছাহৰে বানুক,—
'প্ৰাণপ্ৰিয়তমে ! লোৱাসন্তান তোমাৰ।
স্বৰগৰ সুশীতল জল পান কৰি
স্বৰগৰ বস্তু গ'ল স্বৰ্গধামলই।

মায়াময় সংসাৰৰ অনিত্য সি ধন।
এতেকতে প্ৰিয়ে, শোক সম্বৰণ কৰা।'

পিতৃ-মাতৃৰ কোলাত নিষ্ঠুৰভাৱে নিহত প্ৰাণহীন সন্তান। কিন্তু তাৰ বৰ্ণনাত কৱিয়ে এই কেইশাৰীহে মাথোন লিখিছে। মহান হুছেনৰ ধৈৰ্য্য, অদ্ভুত সহন শক্তি আৰু খোদাৰ ওপৰত অটল বিশ্বাস। এইদৰে সংযতভাৱে প্ৰকাশ কৰাটোৱেই স্পষ্টভাৱে দেখুৱায়, কৱিৰ প্ৰতিভা কিমান অতলস্পৰ্শী। এজন তলখাপৰ কৱিয়ে হয়তো এনে ঠাইত কান্দোন আৰু বিলাপৰ বৰ্ণনাৰে কৱিতা ওপচাই চকুলোৰ ঢৌ তুলিলেহেঁতেন।

চতুৰ্থ সৰ্গটিত আছে হাছানপুত্ৰ কাছেম আৰু হুছেনৰ কন্যা ছখিনাৰ বিবাহৰ এটি বিতোপন ছবি। এই ঘটনা কেনেকৈ ছুৰ্ঘোৰ বিপদৰ মাজত মৃত্যুৰ চন্দ্ৰাতপৰ তলত ঘটিছিল কৱিয়ে কাব্যত তাৰ কাৰণো উল্লেখ কৰিছে। এই বিবাহৰদ্বাৰা ইমাম হুছেনে সহোদৰ ইমাম হাছানৰ সমুখত কৰা প্ৰতিজ্ঞা ৰক্ষা কৰি ইমাম হাছানৰ ইচ্ছা পূৰণ কৰিছিল পুনৰ সেই সুবিধা নঘটিব বুলি। বিবাহ সম্পন্ন হল, কিন্তু—

পৰিল তুৰন্তে বিচ্ছেদৰ যৱনিকা।
মুহূৰ্ত্তৰ লীলাখেলা মুহূৰ্ত্ততে শেষ!
কাছেমে বিদায় ললে ছখিনাৰপৰা······

পানীৰ আশাত যোদ্ধাৰ বেশে কাছেমে ছখিনা আৰু খুৰাকৰপৰা বিদায় লৈ শত্ৰু সৈন্যৰ মাজলৈ আগবাঢ়ি গল, আৰু উভতি নাহিল।

পঞ্চম সৰ্গটি হল শেষ সৰ্গ, কাৰবালাৰ কাহিনীৰ সৰ্ব্বপ্ৰধান ঘটনা, সৰ্ব্বশ্ৰেষ্ঠ শিক্ষা—ইমাম হুছেনৰ আত্মবলিদান। পানীৰ আশাত যুদ্ধ কৰি এটি এটিকৈ ইমামৰ বন্ধু, পুত্ৰ-সঙ্গী সকলোটি ৰণত পৰিল। ইমামে, ইফালে সিফালে ঘূৰি চায়, কোনোৱেই নাই। আলি আকবৰ আৰু আলি আছগৰ ছুয়োটি সন্তানেই মৃত্যুৰ কোলাত। ভতিজাক জয়নাল আবেদীনও যুদ্ধৰ সাজ পিন্ধিছে সাক্ষাৎ মৃত্যুক আলিঙ্গন কৰিবলৈ। ইমামে হঠাৎ এটি কথা ভাবি তেওঁক নিৰস্ত্ৰ কৰিলে। জয়নাল আবেদীন যদি যুদ্ধত মৰা পৰে, তেন্তে ইমাম বংশৰ নাম নুমাই যাব।



অৱশেষত ইমাম নিজেই যুদ্ধলৈ ওলাল। আশ্ৰয়বিহীনা পত্নী ছাহৰে বানুক কেৱল খোদাৰ ওচৰত আশ্ৰয় ভিক্ষা কৰিবলৈ উপদেশ দিলে। ইমামৰ বৈমাত্ৰেয় ভাই আম্বাজৰ ৰজা মহম্মদ হানিফাই এদিন তেওঁলোকক উদ্ধাৰ কৰিব, এই ভৱিষ্যৎ বাণী কৰি থৈ গল। ছাহৰে বানু নিৰ্ব্বাক হৈ থাকিল। কন্যা ছখিনাক মাত লগাবলৈ গৈ দেখে স্বামী কাছেমৰ মৃতদেহৰ ওচৰতে সতীয়ে আত্মত্যাগ কৰি প্ৰাণশূন্য দেহালৈ পৰি আছে। ক্ৰোধ, ক্ষোভ আৰু নিৰাশাৰে জৰ্জ্জৰিত হৈ ইমাম ওলাই আহিল যুদ্ধলৈ।

এইবাৰ ৰণস্থলী পাই বীৰৰ হাতৰ তৰোৱাল জিলিকি উঠিল। বনি হাছিমৰ হাতত অস্ত্ৰ! শত শত শত্ৰুৰ ব্যূহ ভেদ কৰি ইমাম ইউফ্ৰেটিছৰ পাৰলৈ আগ বাঢ়িল; কিন্তু আচৰিত কথা, নৈৰ পাৰত থিয় হৈ আঁজলি ভৰাই পানী তুলি লৈও ইমামে মুখলৈ পানী নিব নোৱাৰিলে ক্ষোভ, শোক আৰু অনুশোচনাত কাতৰ হৈ হাতৰ পানী দলিয়াই দি ইমাম সেই ঠাইতে ঢলি পৰিল। এই অৱস্থাতে নিগ্ৰো ছীমাৰে ইমামক হত্যা কৰে। তথাপি মৃত্যুৰ আগতে মহানুভৱ হুছেনে ছীমাৰকো ক্ষমা কৰি যায়।

এয়ে হল কাব্যৰ মূল কথা। মহৰমৰ করুণ কাহিনী লৈ বহুতো ভাষাত বহুতো কাব্য লিখা হৈছে। এতেকে সেই ফালৰপৰা বিষয় বস্তু নিৰ্ব্বাচনত কোনো বৈচিত্ৰ্য নাই। বৈচিত্ৰ্য আছে কৌতুহল আৰু অনুভূতিত। প্ৰতিবেশীৰ ধৰ্ম্মেৰে সৈতে আৰু সুদূৰ এখন দেশৰ ইতিহাসেৰে সৈতে জড়িত হৈ থকা এই আখ্যানত নো কি সাৰ বস্তু আছে, কি অনুপ্ৰেৰণা সি যোগাব পাৰে, তাৰ চিৰকলীয়া শিক্ষা আৰু মূল্য ক'ত তাক বুজিবলৈ কৱিয়ে যিখিনি অধ্যয়ন কৰিলে, যিদৰে তাক সজাই পৰাই অসমীয়া পাঠকৰ আগত দাঙি ধৰিলে, সেইখিনি সঁচাকৈয়ে প্ৰশংসা কৰিব লগীয়া।

কৱিৰ সম্বল হল সহানুভূতি। অনুভূতিৰ সৌন্দৰ্য্য আৰু গভীৰতাই হে কৱিতাৰ সৌন্দৰ্য্য বঢ়াব পাৰে। কৱি চৌধাৰীৰ কাৰবালাত এনে তীব্ৰ অনুভূতিৰ প্ৰচুৰ প্ৰভাৱ দেখা যায়।

বিহগী কৰিয়ে আৰবৰ মৰুভূমিৰ মৰীচিকা দেখা নাই সঁচা, কিন্তু মৰীচিকাৰ স্বৰূপ তেখেতৰ অবিদিত নহয়। সৰুৰেপৰা কৰিয়ে দিনটোৰ বহুখিনি সময় প্ৰকৃতিৰ মনোমোহা বৈচিত্ৰ্য উপভোগ কৰি কটাই দিছিল—হাবি, বন, নৈৰ পাৰ আদিত ঘূৰি ফুৰি। কাৰবালা কাব্য লিখিবলৈ ভবাৰো বহুদিন আগতে এবাৰ কৰিয়ে খোজ কাঢ়ি গুৱাহাটীৰ পূৱলৈ ব্ৰহ্মপুত্ৰৰ পাৰেদি ভালেখিনি দূৰ গৈছিল। তেখেতে এনে এডোখৰ ঠাইত উপস্থিত হল গৈ, বোধ হয় কাজলী মুখ, য'ত নৈৰ বিস্তৃতি মাত্ৰ আধামাইল মান ; কিন্তু পাৰত প্ৰায় দহ মাইল জোৰা বালিৰ চৰ। সময় দুপৰ পাৰ হৈ গৈছে, বালিৰ ওপৰত ট-টয়া ৰ'দ। হঠাতে কৰিয়ে দেখে সমুখত দেখোন অথাই পানী আৰু তাৰ ওপৰেদিয়েই দুখন নাও বঠা মাৰি মাৰি তেখেতৰ ফাললৈকে আহিব লাগিছে। নাৱৰ মানুহো স্পষ্ট দেখা যায়।

চকুৰ আগতে বালিক পানীলৈ পৰিণত হোৱা দেখি কৰিয়ে বিস্ময় মানিলে। অথচ গৈ থাকিলে দেখা যায় কেৱল বালি আৰু বালি, বগা ধক্‌ধকীয়া বালি। বিভ্ৰান্ত কৰিয়ে সেই বালিৰ চৰতে ভালেমান পৰ বৈ থাকিল। কিছুপৰৰ পিছত সেই মায়া-নাও নাইকিয়া হৈ গ'ল। তেতিয়াহে কৰিয়ে বুজিব পাৰিলে যে এই ছাঁয়াছবি মৃগতৃষ্ণিকাৰ বাহিৰে আন একো নহয়।

মৰুভূমিৰ অভিজ্ঞতাৰ মূল্য ইয়াতকৈ বহুত বেছি নে? কৰিয়ে কাৰবালাত লিখিছে—

তীব্ৰ যাতনাত পৰি মৰ্ম্মভেদী সুৰে
বিচাৰি ফুৰিছে পানী। কিন্তু মিছা আশা,
সকলো যে জলভ্ৰম। তপত বালিত
প্ৰখৰ কিৰণ কণা কৰি তিৰবিৰ,
দূৰ পথভ্ৰান্ত, শ্ৰান্ত পথিক দলক
ওপজাই দিছে মাত্ৰ চিত্তত বিভ্ৰম।

কৰিৰ জীৱনত এনে উপলব্ধিৰ আৰু বহুতো কাহিনী আছে, যিবিলাক সাধাৰণ চকুৰে চালে একেবাৰেই মূল্যহীন। ইংৰাজ কৰি ৱৰ্ডছৱৰ্থেও বোলে পাহাৰত ঘূৰি ফুৰোঁতে এইদৰে পৃথিৱী ঘূৰি যোৱাটো উপলব্ধি কৰিছিল। অৱশ্যে এই সন্দৰ্ভত এই সৰু ঘটনাটিৰ কথা অৱতাৰণা কৰা হল মাত্ৰ কৰিৰ সজাগ অনুভূতিৰ প্ৰতি আঙুলিয়াই দেখুৱাবলৈহে। কাৰবালা বিবৰণীৰ বাবে যে এই অভিজ্ঞতা অতি আৱশ্যকীয়, তেনে কোনো ইঙ্গিত ইয়াত নাই। সেয়ে হোৱা হলে অমৰ কৰি দান্তেই নৰকৰ বৰ্ণনা কৰাৰ আগতে নিজে এবাৰ অন্ততঃ নৰকৰ অভিজ্ঞতা লাভ কৰিব লাগিলহেঁতেন।

আগতে কোৱা হৈছে যে "কাৰবালা" কৰিৰ আগ বয়সৰ ৰচনা। হাত সম্পূৰ্ণৰূপে পকি উঠা নাই। এতেকে ভাষাদোষ, ছন্দ পতন, আবেগৰ আতিশয্য আদি কিছু কিছু দোষ কাৰবালাতো বৈ গৈছে। কাৰবালাৰ ভাষাত শুধ অসমীয়া শব্দতকৈ সংস্কৃতীয়া শব্দৰ ব্যৱহাৰ অলপ বেছি। উদাহৰণ স্বৰূপে—

কৰিছে বঞ্চিত কিয় প্ৰীতি সুখকৰ,
সৌন্দৰ্য্য সুষমাৰাশি ৰম্য প্ৰকৃতিত !
বহু জীৱ সমাকীৰ্ণ নিবিড় আলয়,
অভ্ৰভেদী গিৰিমালা, উচ্চ শৃঙ্গ তুলি
কৰা নাই কিয় নিজ মহত্ত্ব বিস্তাৰ ?

গোটেই কাৰবালা কাব্য অমিত্ৰাক্ষৰ ছন্দত লিখা, কৰবাত দুশাৰীৰ শেষ কথাকেইটা মিলি গলেও সি ঘটনাক্ৰমেহে ; কিন্তু অমিত্ৰাক্ষৰ ছন্দৰো নিজৰ এটা গতি আছে, সেয়েহে সি ছন্দ। পঢ়ি যাওঁতে এই ছন্দৰ স্বাভাৱিক যতিবিলাকে ছন্দ সাবলীল কৰে আৰু অস্বাভাৱিক যতিয়ে ছন্দৰ পতন ঘটায়। কাৰবালাত এনে ছন্দ পতন হোৱা শাৰী নথকা নহয়। তথাপি আমি স্বীকাৰ নকৰি নোৱাৰোঁ যে অসমীয়া কাব্য-সাহিত্যত কাৰবালা এপাহি মৰুভূমিৰ পাৰিজাত।

---

# গদ্য

জোনাকী যুগৰ শেষ চামৰ এগৰাকী শ্ৰেষ্ঠ কৱি ৰঘুনাথ চৌধাৰীদেৱে অসমীয়া সাহিত্য ক্ষেত্ৰত বিহগী কৱি বা প্ৰকৃতি-কৱিৰূপে খ্যাতি লাভ কৰি আহিছে। অৱশ্যে তেওঁ গদ্য ৰচনাও নকৰি থকা নাই, কিন্তু তেওঁৰ গদ্য সাহিত্যৰ বিষয়ে এতিয়াও সম্যক আলোচনা হোৱা নাই।

১৯০১।২ চনৰ কথা। কৱিয়ে কুৰি বছৰ বয়সৰ ডেওনা পাৰ হৈছে মাথোন। এনেতে কোনোবা এটি শুভ মুহূৰ্ত্তত চেঙেলীয়া মনৰ কল্পনা ৰাজ্যত ভৱিষ্যৎ অসমৰ এটি ছয়াময়া চিত্ৰই লুকাভাকু খেলিবলৈ ধৰিলে আৰু সেয়ে 'অসম নে শ্মশান' নাম লৈ এদিন 'জোনাকী'ৰ জেউতিত উজলি উঠিল; ৰাইজৰ দৃষ্টি গোচৰ হল। এয়ে চৌধাৰী দেৱৰ প্ৰথম গদ্য ৰচনা বুলি জনা যায়। এই সময়ত সত্যনাথ বৰা ডাঙৰীয়াৰ সম্পাদনাত 'জোনাকী' গুৱাহাটীৰপৰা প্ৰকাশ হয়। চৌধাৰী আছিল তাৰ সহকাৰী সম্পাদক। ইয়াৰ পিছৰ অইন এটি সংখ্যাত ওলাল 'সংসাৰী মানৱ'। এই প্ৰবন্ধটো প্ৰৱেশিকা পৰীক্ষাৰ পাঠ্যৰূপে বহুদিন পাঠ্য পুথিত অন্তৰ্ভুক্ত হৈ আছিল। গুৱাহাটীৰ লতাশিল বালিকা স্কুলত শিক্ষকতা কৰি থকা কালছোৱাৰ ভিতৰত 'আসাম' নামৰ কাকততো তেওঁৰ দুই চাৰিটা প্ৰবন্ধ মাজে-সময়ে প্ৰকাশ পাইছিল। "সোঁৱে শনিয়ে পূৰে যায়" নামৰ অইন এটি ধেমেলীয়া ভ্ৰমণকাহিনী এসময়ত 'বৰদৈচিলা'ত প্ৰকাশিত হৈছিল। স্থানীয় ঐতিহ্যপূৰ্ণ কথা আৰু কাহিনীৰে পৰিপুষ্ট 'ভূমিকম্পৰ বিবৰণ' আৰু 'গুৱাহাটীৰ বিবৰণ' নামৰ দুটি তথ্যপূৰ্ণ প্ৰবন্ধ গুৱাহাটী অনাতাৰ কেন্দ্ৰৰ যোগেদি আজি কেইবছৰ মানৰ আগতে প্ৰচাৰিত হৈছিল। ১৯২৯ চনত 'আৱাহন'ত 'তন্ময়তা' নামৰ এটি চুটি গদ্য কৱিতা ছপা হৈ ওলায় আৰু ১৯৫৮ চনত প্ৰকাশিত তেওঁৰ 'নৱমল্লিকা'ত ই পুনৰ অইন এপাহি মল্লিকাৰূপে দেখা দিয়ে।

এসময়ত অসম তথা ভাৰতৰ মুক্তি আন্দোলনত যোগ দি কৱি



চৌধাৰীয়ে একেৰাহে পোন্ধৰ মাহ কাৰাবৰণ কৰি ১৯২২ চনত মুক্তি লাভ কৰি ওলাই আহে। সেই বছৰতে তেওঁ নলবাৰী ছাত্ৰ সম্মিলনৰ সভাপতিৰ আসনৰপৰা এখনি অভিভাষণ পাঠ কৰে। ১৯৩৫ চনত অসম সাহিত্য সভাৰ সভাপতিৰূপে তেওঁ অইন এখনি সাৰগৰ্ভ অভিভাষণ পাঠ কৰে। ১৯৫৩।৫৪ চনত আই-পি-টি এৰ গুৱাহাটী অধিবেশনত সভাপতি ৰূপে আৰু অসম ছাত্ৰ সম্মিলনৰ আদৰণী সভাৰ সভাপতি ৰূপেও তেওঁ একোখনি অভিভাষণ পাঠ কৰিছিল। নানা উপলক্ষত নানা ঠাইত চৌধাৰীদেৱে দিয়া ভাষণসমূহ লিখিতৰূপত সংৰক্ষিত হোৱা হলে সেইবোৰ অসমীয়া গদ্য সাহিত্যৰ মূল্যৱান সম্পদ হলহেঁতেন।

তেওঁৰ নিজ সম্পাদনা আৰু পৰিচালনাত তিনিখন আলোচনী প্ৰকাশিত হৈছিল—মইনা (১৯২৩ চন), জয়ন্তী (১৯৩৬ চন) আৰু সুৰভি (১৯৪০ চন)। এই আলোচনী কেইখনৰ সম্পাদকীয় আৰু প্ৰকাশিত প্ৰবন্ধ সমূহৰপৰাও সম্পাদকজনৰ গদ্য সম্বন্ধে যৎকিঞ্চিৎ জানিব পাৰি। 'নৱমল্লিকা' তেওঁৰ ধাৰাবাহিক গদ্য ৰচনাৰ উৎকৃষ্ট নিদৰ্শন। 'পচতীয়া' নামৰ অইন এখনি এনে বিধৰ গদ্যপুথিও হাতেলিখা অৱস্থাত ছপাখানালৈ যুগুত হৈ আছে বুলি জনা গৈছে।

চৌধাৰীদেৱৰ গদ্য আমি তিনি শ্ৰেণীত ভাগ কৰিব পাৰোঁ— (১) সম্পাদকীয় গদ্য (২) ভাষণসমূহৰ গদ্য (৩) নৱমল্লিকাৰ গদ্য।

এই তিনি শ্ৰেণীৰ ৰচনাৰীতি সম্বন্ধে থূলমূলভাবে ইয়াকে কব পাৰি যে চৌধাৰীদেৱৰ সম্পাদকীয় গদ্যৰ ভাষা নিভাঁজ অসমীয়া। প্ৰবন্ধাৱলীৰ গদ্যৰ কোনো কোনো ঠাইত সংস্কৃত শব্দৰ প্ৰাচুৰ্য্যও দেখা যায়। 'মইনা'ৰ সম্পাদনাই তেওঁৰ শিশু-সাহিত্যত থকা অধিকাৰৰ চিনাকি দিয়ে। ১৯৩৬ চনৰ ২ জানুৱাৰীৰ দিনা চৌধাৰীৰ সম্পাদনাত 'জয়ন্তী' ওলাল। 'সম্পাদকৰ শৰাই'ত দেখা দিলে সম্পাদকৰ বুকুভৰা আশা

**সম্পাদকীয় গদ্য**

আৰু উদ্দেশ্য এইদৰে—"অসীম আশা আকাঙ্ক্ষা বুকুত বান্ধি লৈ এই শুভ মুহূৰ্ত্তত 'জয়ন্তী'য়ে ৰাইজৰ আগত দেখা দিলেহি। প্ৰগতিৰ পথত 'জয়ন্তী' কিমান দূৰলৈ আগুৱাই যাব,

তাক ৰাইজৰ আগ্ৰহ আৰু সহানুভূতিয়েহে নিৰূপণ কৰিব। 'জয়ন্তী'ৰ হেপাহ বহু বাট আগুৱাবলৈ, বহু বাট বগাবলৈ, আৰু বহু ক্ষেত্ৰত উৎকৰ্ষ সাধিবলৈ। 'জয়ন্তী'য়ে এই অভিলাষ পূৰাবলৈ যথাসাধ্য চেষ্টা কৰিব যদিহে ৰাইজে উৎসাহ দিবলৈ পিছ নেৰে।" কিন্তু বাট চমুৱেই হওক বা দীঘলেই হওক, এইটো ঠাৰৰ হৈছে যে 'জয়ন্তী'ৰ যাত্ৰাপথৰ সাৰথি সত্য আৰু ন্যায়ৰ মহলাৰ উজ্জ্বল পোহৰ কাহানিও মলিন হবলৈ দিয়া নাযায়। যিমানলৈ 'জয়ন্তী' আগবাঢ়িব, সিমানলৈকে 'জয়ন্তী'ৰ অমল ধৱল কিৰণে ধন্য কৰি যাবই নিশ্চয়।

'জয়ন্তী'য়ে কোনো দল, সম্প্ৰদায় বা ব্যক্তি বিশেষৰ আলধৰী হব নোখোজে, খোজে সত্যৰ আদৰ্শ লৈ প্ৰগতিৰ বাৰ্ত্তাবাহিকা হবলৈ।"

১৯৩৮ চনৰ ৫ ফেব্ৰুৱাৰীৰ দিনা গধূলি প্ৰধান মন্ত্ৰী ছাদুল্লা চাহাবে আগৰ মন্ত্ৰীসভাৰ ভাৰ শোধাই পিছদিনা পুৱা আকৌ তেৱেঁই প্ৰধান মন্ত্ৰী পদত উঠি বহিল আৰু নতুন মন্ত্ৰীসভা প্ৰতিষ্ঠা কৰিলে। এই বাতৰিটোৱে ৰাইজৰ মনত নানা খুকুৰি লগালে। 'জয়ন্তী'ৰ সম্পাদকীয় স্তম্ভত মনোগ্ৰাহী ভাষাৰে ইয়াৰ উচিত সমালোচনা ওলাল। "ই ছাদুল্লা মন্ত্ৰীসভাৰ বছেৰেকীয়া মেৰামতি।...... বুঢ়াসকলে কথাতে কয়-বোলে 'ঢোকাতে কল, কলতে ঢোকা।'"

এই সম্পাদকীয়ৰ ৰচনা-ৰীতিলৈ মন কৰিলে দেখা যায় ইয়াৰ ভাষা সৰল; এয়ে সৰ্ব্বসাধাৰণ অসমীয়াৰ মাজত প্ৰচলিত নিভাঁজ অসমীয়া ভাষাৰ গঢ়। সৰ্ব্বশেষত বিষয়টোৰ সাৰ সংগ্ৰহ কৰি সম্পাদকে ব্যঙ্গাত্মক যোজনা এটাৰে সামৰণি মাৰিছে। এই ৰীতি তেওঁৰ অন্যান্য কেবাটাও সম্পাদকীয় স্তম্ভত দেখা যায়। '৩৮ চনৰ ভিতৰতে এবাৰ ছাদুল্লা মন্ত্ৰীসভাই গাওঁ সংস্কাৰৰ এটা অদ্ভুত উপায় উলিয়াই তাৰ বাবে পঁচিশ হেজাৰ টকা মঞ্জুৰ কৰে। ছিলং পাহাৰত থাকি ভৈয়ামৰ গাওঁ-ভূই বিলাকৰ গৱেষণাত নিযুক্ত হোৱা বিষয়াজনে মাহে হেজাৰ টকাকৈ দৰমহা নিব। বাকীখিনি অফিচ পৰিচালনাত খৰচ হব। এই অদ্ভুত ব্যৱসায়টিৰ ওপৰত 'জয়ন্তী'ৰ সম্পাদকে এনে ভাষাৰে মন্তব্য কৰে "......দোহাই



মহাৰাণীৰ—আমাৰ দৰিদ্ৰ অভজা গাঁৱলীয়া জাকক উপকাৰ কৰোঁ বুলি তেওঁলোকৰ নামত এনে ওফাইদাং নমৰাই ভাল। গাঁৱলীয়াসকলৰ বুধি আপুটিসকলতকৈ অনেক কম হলেও এই নিষ্ঠুৰ পৰিহাসটি তেওঁলোকে নুবুজাকৈ নাথাকে, বোলে এনেয়ে কটা ঘা তাতে আকৌ লোণৰ ছিটা।"

'মইনা'ৰ দৰে 'সুৰভি'ৰো প্ৰায়বোৰ সংখ্যা সম্পাদকীয় বৰ্জ্জিত আছিল। সুৰভিৰ এটি সমালোচনাত জয়ন্তীৰ সম্পাদকীয়ৰ ৰচনা ৰীতি আমাৰ চকুত পৰে। আজাদ মুছলিম সম্মিলনৰ বিষয়ে সম্পাদকে এইদৰে ব্যাঙ্গাত্মক উক্তিৰে সামৰণি মাৰিছে...কিন্তু জিন্না টেঙৰ মানুহ। তেওঁ কাতি মহীয়াৰ চেঙেলি। খৰ মৰাত বেছ পাকৈত...( সুৰভি—১ম বছৰ, ১৯৪০ চন, ৬ষ্ঠ সংখ্যা )।

তেওঁৰ সম্পাদকীয় ৰচনাসমূহ দুভাগত ভগাব পাৰি—উগ্ৰ আৰু সৰল। সংশোধনৰ মনোভাবেৰে লিখা উগ্ৰ ৰচনাসমূহত উপৰোক্ত ৰীতি অনুসৰণ কৰা দেখা যায় যদিও, বাকীবোৰত তেনে নহয়। বহুতো সম্পাদকীয়ৰ ভাষা সৰল, অথচ আলোচনামূলক আৰু উপদেশপূৰ্ণ। ৰাইজে কোন অৱস্থাত কেনে কাম কৰা উচিত, এনেবোৰ বিষয়ৰ পোনপটীয়া ভাষাৰে ইঙ্গিত দি তেওঁলোকৰ মন সজাগ কৰিবলৈ চেষ্টা কৰা হয়। তলত এনেবিধ সৰল সম্পাদকীয়ৰ দুটামান উদ্ধৃতি দিয়া হল। লাইন তদন্ত কমিটী—"বহুত গাৱঁত মৈমনছিঙীয়াৰ উপদ্ৰৱৰ বাতৰি আৰু লাইন অমান্য কৰি অসমীয়াৰ মাটিত প্ৰৱেশ কৰা নাইবা ৰিজাৰ্ভত গাৰ বলেৰে মৈমনছিঙীয়া বহা আৰু গৰু মহ ধৰি নি পাউণ্ডত দি জুলুম কৰা ইত্যাদি ঘটনা শুনিবলৈ পোৱা যায়। এতিয়া সেইবোৰ ঠাইৰ ৰাইজে নিজে মতামত জনাই সমূহৰ নামে তদন্ত কমিটীলৈ দৰ্খাস্ত পঠিয়াব লাগে।" —জয়ন্তী ১ম বছৰ, ২য় সংখ্যা

বৰদলৈ মন্ত্ৰীসভা—"...সম্মিলিত মন্ত্ৰীদল কেৱল কংগ্ৰেছৰ সৃষ্টি নহয়—ইয়াত ট্ৰাইবেল, অনুন্নত জাতি, অসমীয়া দল আদি বহু বিভিন্ন দলৰ স্বাৰ্থৰ নীতি সংশ্লিষ্ট আছে। এতেকে জাতীয়তাবাদী লোক সকলেও কংগ্ৰেছৰপৰা নিজ স্বাৰ্থ ৰক্ষা কৰাৰ উপায় বিচাৰে আৰু পাছ

পৰা সম্প্ৰদায়সকলেও নিজ অৱস্থাৰ সৰ্ব্বতোভাবে উন্নতি আশা কৰে। তত্বপৰি কংগ্ৰেছে সৰ্ব্বসাধাৰণ ৰায়তৰ প্ৰতি যি আঠ অনা খাজনা ৰেহাই দিয়াৰ প্ৰতিশ্ৰুতি দিছে, তাৰ ফল ৰায়তে উপভোগ কৰিবলৈ বৈ আছে। এইবোৰৰ বাহিৰেও জাতীয় কৃষ্টি, বৈশিষ্ট্য আৰু শিক্ষাৰ বাট মুকলি কৰিবলৈ অনেক আৱশ্যকীয় বস্তু দৰ্কাৰ, যেনে—বিশ্ববিদ্যালয়, বাধ্যতা-মূলক প্ৰাথমিক শিক্ষা, অসমীয়া হাই স্কুললৈ বঙালী শিক্ষাৰ আমদানী বন্ধ আদি।"

'জয়ন্তী' আৰু 'সুৰভি'ত থকাৰ দৰে তেওঁৰ অভিভাষণসমূহতো দুই চাৰিটা সাময়িক সমস্যাৰ আলোচনা দেখা যায়। কিন্তু ইয়াৰ ৰচনাৰীতি আলোচনীত থকাৰ দৰে নহয়। অভিভাষণৰ ৰচনা ৰীতি প্ৰায়েই মৃদু-মধুৰ আৰু সাহিত্য-সৌৰভেৰে সমৃদ্ধ। তেওঁৰ প্ৰকাশিত অভিভাষণ-সমূহৰ ভিতৰত ১৯৩৫ চনত অসম সাহিত্য সভাৰ ষোড়শ অধিবেশনত সভাপতিৰূপে দিয়া অভিভাষণখনিয়েই শ্ৰেষ্ঠ আৰু তাৰপৰাই তেওঁৰ গদ্য ৰচনা ৰীতিৰ কিঞ্চিৎ পৰিচয় দেখুৱাবৰ বাবে তলত দুটিমান উদ্ধৃতি দিয়া হল :—

ভাষণসমূহৰ গদ্য

অসমীয়া সাহিত্য আৰু বিদেশীৰ সমস্যা—"প্ৰাচীন কামৰূপৰ মুকুটস্বৰূপ নৰ-নাৰায়ণ ৰজাৰ দিনত নানান ব্যৱসায় লৈ অহা ভাটীফালৰ কিছুমান হিন্দু মানুহ আমাৰ দেশত বসতি কৰি থাকে। মোগল সেনাপতি ৰামসিংহৰ লগত অহা কিছুমান মুছলমান সৈন্য কামৰূপ বা অসমতে থাকি অসমীয়া হৈ পৰে। ...মানৰ আক্ৰমণত সোণৰ অসম যেতিয়া ছাৰখাৰ হৈ যায়, অৰাজকতাৰ শ্মশানভূমি হৈ পৰে, সেই সময়ত ব্ৰহ্মপুত্ৰ উপত্যকাৰ অধিকাংশ ঠাই হাবি, বন আৰু হিংস্ৰজন্তুৰ আবাসস্থল হৈ পৰিছিল। বৃটিছে অসমৰ শাসনাধিকাৰ লোৱাৰ বহু বছৰৰ পাছত কোম্পানীয়ে যেতিয়া ৰেলৰে লাইন খুলি দিয়ে, সেই সময়ৰপৰা বিদেশী মানুহ অসমলৈ আহি হাবি-বন কাটি পতিত মাটিবিলাক দখল কৰি লয়।"

অসমীয়া সাহিত্যৰ ওপৰত বিজাতীয় সাহিত্যৰ প্ৰভাৱ আৰু তাৰ



প্ৰতিকাৰ :—"অসমীয়াৰ কঁকাল ভাঙি থৈ যোৱা মানৰ আক্ৰমণ আৰু বঙালী ভাষাৰ কাল-ৰাহুৱে অসমীয়া সাহিত্য আৰু কৃষ্টি গ্ৰাস কৰি পেলাইছিল।...নিজৰ ভাষাত উন্নত ধৰণৰ সাহিত্য নেথাকিলে, আন ভাষাৰ সাহিত্য মানুহে পঢ়িবই, কাৰণ, জ্ঞানোপাৰ্জ্জনৰ আকাঙ্ক্ষা মানুহ মাত্ৰৰেই এটা শাশ্বত গুণ।"

আলোচনীৰ সম্পাদক ৰূপেও চৌধাৰীদেৱে এনেবোৰ বিষয় লৈ আলোচনা কৰিছে; কিন্তু ওপৰত দিয়া উদ্ধৃতিসমূহত সাহিত্যৰ যিকণ মৃদু পৰশ পোৱা যায়, 'সম্পাদকীয়' গদ্যত তাৰ অভাৱ অনুভৱ কৰা যায়। ইয়াৰ উপৰিও তেওঁৰ এনে কিছুমান গদ্য ৰচনা আছে, যিবোৰ প্ৰকৃততে কাব্যগন্ধী।

অসম সাহিত্য সভাৰ অভিভাষণখনৰ এঠাইত কৱিয়ে সাহিত্য আৰু কাব্যৰ সংজ্ঞা নিৰ্ণয় কৰি আৰু তাৰ গুণাগুণ ব্যাখ্যা কৰি এই দৰে কয়—"সাহিত্য প্ৰকৃতিৰ ৰসাত্মিকা মহীয়সী শক্তি।" অলঙ্কাৰ শাস্ত্ৰবোৰত এই সংজ্ঞা পোৱা নেযায়। আমি ভাবো ই প্ৰকৃতি কৱিৰ ব্যক্তি কেন্দ্ৰিক কাব্যিক সংজ্ঞা মাথোন।

আকৌ 'কৱিতা'ৰ সংজ্ঞা তেওঁ এইদৰে দিছে—"সাহিত্যৰ সৌন্দৰ্য্যই কৱিতা। কল্পনাৰ স্বাভাৱিকতাই কৱিতা। জীৱন প্ৰৱাহত অসংযত ভাবে উঠা ভাবতৰঙ্গৰ কৰুণ উচ্ছ্বাসেই কৱিতা। মানুহে যেতিয়া গভীৰ নিৰাশাত ডুব গৈ সংসাৰৰ অলসতা অনুভৱ কৰে, মৰ্ম্মভেদী বেদনাৰ কৰুণ সুৰত মানুহৰ হৃদয় উদ্বেলিত হয়, দুৰ্জ্জয় আকাঙ্ক্ষাৰ প্ৰবল ধুমুহাত মানুহে যেতিয়া জীৱনৰ আঁত হেৰুৱায়, আশা-মৰীচিকাত পৰি বাসনাৰ তীব্ৰ পিয়াহত কণ্ঠাগত হৈ প্ৰাণে যেতিয়া সান্ত্বনাৰ শীতল ছায়া চিদানন্দস্বৰূপ "ৰেচিচ" বিচাৰিবলৈ প্ৰয়াস পায়, তেতিয়াহে ভাবৰাজ্যত কৱিতাৰ সৃষ্টি হয়। অন্তৰৰ এই হ্লাদিনী শক্তিয়েই কৱিতা।"—কৱিতাৰ এই সংজ্ঞাও আংশিকভাবে সঁচা হলেও, বহুতো বিষয়ত অলঙ্কাৰ শাস্ত্ৰৰ কৱিতাৰ সংজ্ঞাৰ সৈতে নিমিলে। এই সংজ্ঞা মূলতঃ কৱি চৌধাৰীৰ ব্যক্তিগত কৱিতাগুচ্ছ বিশেষৰ লক্ষণ সংযুক্ত বুলি প্ৰমাণ কৰি দেখুৱাব পাৰি।

ওপৰৰ উদ্ধৃতিত থকা—"কৰুণ উচ্ছ্বাস," "গভীৰনিৰাশা" তেওঁৰ প্ৰায়বোৰ কৱিতাতে উপলব্ধি কৰা যায়। ইয়াৰ উপৰিও—

(১) মৰ্ম্মভেদী বেদনাৰ কৰুণ সুৰ—ইয়াৰ সৈতে তুলনীয়—
"মোহন বেণুত তুলি মাণিকি মধুৰী মাত
মচি দিয়া মৰ্ম্ম-ব্যথা মৰমে বুলাই হাত।"—'মাধবী' (দহিকতৰা)

(২) দুৰ্জ্জয় আকাঙ্ক্ষাৰ প্ৰবল ধুমুহাত মানুহে যেতিয়া জীৱনৰ আঁত হেৰুৱায়,
আশা মৰীচিকাত পৰি······প্ৰয়াস পায়,—
ইয়াৰ সৈতে তুলনীয়—
"উদ্দাম বাসনা লৈ স্বৰ্ণ মৃগ খেদি
সংসাৰত ভ্ৰমিলো কিমান,
দুৰ্জ্জয় লালসা তেও নুগুছিল মোৰ,
ব্যৰ্থ হল লক্ষ্যভেদী বাণ।
—'অন্তিম জ্যোতি' ( দহিকতৰা )

(৩) অভিভাষণখনিৰ অইন এঠাইত আছে—"বৰ্ত্তমানে আমাক আদৰ্শ-চৰিত্ৰ, সত্যনিষ্ঠ, জ্ঞান-তপস্বী শিক্ষক এক শ্ৰেণীৰ আৱশ্যক হৈছে, যি শিক্ষক-শ্ৰেণীয়ে তৰুণৰ দলক মানুহ কৰি তুলিব পাৰিব, যি তৰুণ দলে সত্যৰ কাৰণে প্ৰাণ দিব পাৰিব, দধীচিৰ দৰে আত্মত্যাগ কৰিব পাৰিব······।" ইয়াৰ সৈতে তুলনীয়—
"মহাত্যাগী দধীচিৰ দৃঢ় সঙ্কল্পৰ
মহান প্ৰেৰণা লৈ চিত্ত কৰা জয়;
কৰা মুক্তি আহৱৰ দুৰ্ল্লভ সাধনা,
জয় হক শুভযাত্ৰা মুক্তি অভিযান।—'মানৱ দেৱতা' (দহিকতৰা)

## নৱমল্লিকা

কৱি চৌধাৰীৰ একেখনি মাত্ৰ গদ্য পুথি 'নৱমল্লিকা'তো তেওঁৰ কৱিতা কেইটামানৰ প্ৰভাৱ সুস্পষ্ট। এই পুথিত থকা 'তন্ময়তা' নামৰ কথা চিত্ৰটিত তেওঁৰ 'সৌন্দৰ্য্য সাধক', 'নশ্বৰতা' আৰু 'প্ৰতিধ্বনি' নামৰ কৱিতা কেইটিৰ হুবহু ছাঁ পৰিলক্ষিত হয়—

"ভাল পাইছিলো—অনাঘ্ৰাত অৱগুণ্ঠিতা এপাহি ধুনীয়া ফুল—সৌন্দৰ্য্যৰ আভৰণেৰে অলঙ্কৃত যৌৱনসুলভ কমনীয় আৰু ৰমণীয় কান্তি·····। প্ৰকৃতিৰ অপৰূপ ৰূপত কৱি তন্ময়, মোহমুগ্ধ—অনিৰ্ব্বচনীয় ৰূপসুধা পান কৰি মন মোহস্বপ্নত তন্দ্ৰাভিভূত হল······ এনেতে কোনোবাই যেন এখনি ক'লা আঁৰ কাপোৰ চকুৰ আগত দাঙি ধৰিলে। উচাপ খাই উঠিলো। ধীৰে ধীৰে ছায়া চিত্ৰখনি অনন্তৰ বুকুত অদৃশ্য হবলৈ ধৰিলে। চাওঁতে চাওঁতেই বিশ্বমণ্ডল গভীৰ অন্ধকাৰৰ সীমাহীন দিগন্তত বিলীন হল।" —( তন্ময়তা ) ইয়াৰ সৈতে তুলনীয়—"জীৱনৰ সুখ সম্ভোগ লালসা
অকাতৰে এৰি থই
নিজেই নিজৰ মেৰঘৰ সাজি
নিজে বন্দী হলি গই।"
—'সৌন্দৰ্য্য সাধক' ( দহিকতৰা )

"ধীৰে ধীৰে নিদাঘৰ দহন মূৰতি
ধৰিলে কি ভীষণ আকাৰ,
নন্দনৰ চাৰু খেলা চাওঁতে চাওঁতে
নিমিষতে হ'ল ছাৰখাৰ।"—'নশ্বৰতা' ( দহিকতৰা )

"মুহূৰ্ত্তৰ মোহ স্বপ্ন আশাৰ দীপিতি
মুহূৰ্ত্ততে গ'ল লীন;
আছিলোঁ যি আন্ধাৰত সেই আন্ধাৰতে
পৰি ৰলো ভাগ্যহীন।—'প্ৰতিধ্বনি' ( দহিকতৰা )

'নৰমল্লিকা'ত 'এলাগী বন'ৰ অভিশপ্ত জীৱনটোলৈ লক্ষ্য কৰি কৱিয়ে গাইছে ঃ—

বিফল জীৱন মোৰ বিফল সাধনা—
পালেঁা ওৱে জীৱনত সহস্ৰ বেদনা।

'মৌন বেদনা'ৰ শিলটোৰ নিঠৰুৱা অৱস্থা দেখিও সেই একেটা সুৰতে কৱিয়ে মন্তব্য দিছে—"উধনীয়া শিলটো কোবাল সোঁতত ঠাৰবিব নোৱাৰি পৰ্ব্বতৰ গৰা কানৰ ওখ শিল এটাৰ গাতে ভেজা লৈ থাকিল। সকলোৰে নেওচা খোৱা জীৱন এটা লৈ কিমান কাল জীয়াতু ভুঞ্জি থাকিব লাগিব তাক নেদেখা জনাইহে জানে।" এই ভাবৰ লগত সাদৃশ্য থকা তেওঁৰ কৱিতাপুথি 'সাদৰী' আৰু 'দহিকতৰা'ত অসংখ্য কৱিতা আছে ঃ—

কিন্তু মোৰ সেই মানস কুসুম
গইছে যিদিনা সৰি
সৌন্দৰ্য্য পৰাগ শূন্য হিয়াখনি
নুঠে আৰু ঠন ধৰি।—'বিষাদ' (সাদৰী)

যাতনাত নিপীড়িত ওৱে জীৱনত
কঢ়িয়ালেঁা যত আৱৰ্জ্জনা,
তোমাৰেই মহাদান বুকুত সাৱটি
অন্তিমত লভিম সান্ত্বনা।—'ফুলশয্যা' (দহিকতৰা)

কৱিৰ স্বৰচিত কৱিতাৱলীৰ ভাব আৰু ভাষাৰেই আংশিক ৰূপান্তৰ হলেও, 'নৰমল্লিকা' চৌধাৰীদেৱৰ এখনি উৎকৃষ্ট গদ্য কাব্য। ক্ষুদ্ৰ পৰিসৰৰ ভিতৰতে কৱিয়ে এই কাব্যখনি গদ্যত ৰচনা কৰিছে। ই আদিৰেপৰা অন্তলৈকে ধ্বনিপূৰ্ণ। এক শক্তিশালী আলঙ্কাৰিক শ্ৰেণীৰ মতে ধ্বনিয়েই কাব্যৰ আত্মা। ধ্বনিৰ সূচনা সাধাৰণতে তিনি প্ৰকাৰে হব পাৰে—ৰসৰ যোগেদি, বস্তুৰ যোগেদি আৰু অলঙ্কাৰৰ যোগেদি। ধ্বনিকাব্য ৰূপে 'নৰমল্লিকাৰ' স্থান এইদৰে নিৰূপণ কৰিব পাৰি—

ৰচনাৰ পৰিসৰ নিচেই চমু হোৱা গতিকে ইয়াত ৰসৰ বিচাৰ সম্পূৰ্ণৰূপে



হব নোৱাৰে। আংশিকৰূপে ইয়াকে মাথোন কব পাৰি যে ইয়াৰ নটি গদ্যৰ ভিতৰত 'মৌন বেদনা,' 'এলাগী বন' আৰু 'জীৱনৰ হাবিয়াস' স্পষ্ট কৰুণ-ৰস-যুক্ত। 'প্ৰেমৰ জয়,' 'গছা আৰু চাকি', 'খদা আৰু জাপি'—এই কেইটাতো সম্পূৰ্ণভাবে কৰুণ ৰস নাই যদিও, কৰুণৰসৰেই ছিটিকনি আছে। খদাৰ বচনত হাস্যৰসৰো টোপাল পৰিছে। গতিকে 'খদা আৰু জাপি'ত কৰুণ আৰু হাস্য—এই দুয়োটা ৰসৰে সংযোগ দেখা যায়।

ৰসধ্বনি

নৰমল্লিকাৰ প্ৰায় কেউখনি ৰচনাতে বস্তুধ্বনি নিহিত হৈছে আৰু ই অৰ্থান্তৰ সংক্ৰমিত। অইন ভাষাত কবলৈ গলে, কিছুমান প্ৰতীকৰ যোগেদি ভাবৰ একো একোটি চিত্ৰ অঙ্কণ কৰি অইন এক গূঢ়াৰ্থৰ ইঙ্গিত দিয়া হৈছে। উদাহৰণ স্বৰূপে—ফুল, চন্দ্ৰমল্লিকা, এলাগী বন প্ৰকৃতি ৰাজ্যৰ একো একোটি অতি ক্ষুদ্ৰ সম্পদ মাথোন। কিন্তু কৱিকল্পনাত এই ফুল "স্যমন্তক মণি", "চিৰ আনন্দময়ী, চিৰ কল্যাণময়ী আৰু চিৰহাস্যময়ী; দিব্য আভৰণে বিভূষিতা, সুঅলঙ্কাৰে অলঙ্কৃতা প্ৰকৃতিৰ অতি আদৰণীয়া মানস কন্যা, চন্দ্ৰমল্লিকা "শান্তিৰ মূৰ্ত্তপ্ৰতীক," "সুবদনী," "অনাঘ্ৰাতা,' "প্ৰেয়সী", "এলাগী" বন চিৰদিন পৃথিৱীৰ "লাঞ্ছিত আৰু নিষ্পেষিত," অথচ সি নিতৌ "টাকুৰি ঘূৰাদি ঘূৰি ফুৰিছে।" 'মৌন বেদনা'তো 'এলাগী বন'ৰ ভাবাৰ্থ শিলটোৰ যোগেদি ফুটাই তুলিবলৈ চেষ্টা কৰা হৈছে। এই চিত্ৰ দুটিৰ কৰুণ-ৰসসিক্ত বৰ্ণনাৰ অন্তৰালত মানৱ সমাজৰ নিৰ্য্যাতিত নিষ্পেষিত নিছলা মানুহৰ হৃদয়বিদাৰক কৰুণ কাহিনীৰ চিত্ৰাঙ্কণ কৰি, ইহঁতো যে দয়া আৰু সহানুভূতিৰপৰা বঞ্চিত হব নেলাগে—এই বস্তুধ্বনি কৰা হৈছে। সেইদৰে 'ফুল' আৰু 'চন্দ্ৰমল্লিকা'ৰ অকৃত্ৰিম পৱিত্ৰ প্ৰেমৰ আদৰ্শ লৈ চঞ্চল পথভ্ৰষ্ট মানৱ দৃঢ়চিত্ত হওক, কৰ্ত্তব্যপৰায়ণ হওক; কাৰণ "কৰ্ত্তব্য-পালনেই জীৱনৰ ধৰ্ম্ম"—এয়ে ইয়াৰ বস্তুধ্বনি। সংসাৰৰ বাসনা-কামনাৰ পাথৰ সম্পদবোৰ ক্ষণভঙ্গুৰ, মায়া-মৰীচিকাপ্ৰায়। এনেবোৰ সম্পদৰ মোহে মানুহক অনাহকতে বাউল কৰি মাৰে, প্ৰাণত অগনি জ্বলায়, উদ্‌ভ্ৰান্ত সংসাৰ-পথিকে উৱাদিহ

বস্তুধ্বনি

নেপাই ঘূৰি ফুৰে। গতিকে এনেবোৰ পাৰ্থিৱ সম্পদৰ মোহ বৰ্জ্জনীয়—'তন্ময়তা' আৰু 'প্ৰেমৰ জয়' ৰচনাত ইয়াকেই ধ্বনিত কৰা হৈছে। প্ৰাণিজগতৰ যি এটি স্বাভাৱিক পৰম্পৰ সম্বন্ধ আছে সি অপৰিহাৰ্য্য, প্ৰাণীৰ মাজত খাদ্য-খাদক সম্বন্ধও আছে, হিংস্ৰ জন্তুৰ আক্ৰমণৰপৰা আত্মৰক্ষা কৰিবলৈ কিছুমান জন্তুৰ নানান কৌশল আছে। গতিকে এই জগত অবিনশ্বৰ। কোনো কাৰো একো নহয় তথাপি জীৱবিলাকে নিজৰ সুখৰ বাবে, কোনোবাই কাৰবাক ভাল পায়, কোনোবাই কাৰবাৰ বোকোচাত উঠি বং চায়, স্বাৰ্থৰ পাছে পাছে লৰি ফুৰে, কাৰো ক'তো বিৰাম নাই। জগত গতিশীল, প্ৰাণীজগত সম্বন্ধ-জড়িত—'জীৱনৰ হাবিয়াস' নামৰ ৰচনাত এই ধ্বনিৰেই সূচনা কৰা হৈছে।

'গছা আৰু চাকি,' 'খদা আৰু জাপি'য়েই কিতাপখানৰ সৰ্ব্বোৎকৃষ্ট ৰচনা। ইয়াত তেওঁৰ কৱিতাসমূহৰ প্ৰভাৱো অতি ক্ষীণ। ভাব, ভাষা আৰু প্ৰকাশভঙ্গী প্ৰত্যেক বিষয়তে লিখকৰ মৌলিক চিন্তাৰ সুন্দৰ আভাস পোৱা যায়। গছা, চাকি, খদা, জাপি—এইবোৰ প্ৰকৃতি-ৰাজ্যৰ সম্পদো নহয়, মানুহে হাতে-সজা বস্তু, জড়পদাৰ্থ। কৱিৰ প্ৰথম কৌশল এই জড় পদাৰ্থত প্ৰাণ-সঞ্চাৰ। দ্বিতীয় কৌশল সাধুকথাৰ ভঙ্গীত তত্ত্ব শিক্ষা প্ৰদান। গছা আৰু চাকি দুয়োটাৰে স্থান মন্দিৰত। চাকিৰ মুখৰ যিকণ স্ফুলিঙ্গ সি হিৰণ্যৰেতস্, দীপিকা শক্তি। অথচ, গছা অবিহনে চাকিৰ যোগ্য স্থান নাই। দুয়োৰে সংযোগত জগতৰ মঙ্গল সাধন হয়, ত্যাগত জ্ঞান বিস্তৃত হয়। খদা আৰু জাপিৰ কথোপকথন হাস্যৰসাত্মক অথচ শিক্ষামূলক। জাপি অবুজ আৰু উগ্ৰ স্বভাৱৰ, খদা জ্ঞানী, শান্ত শিষ্ট প্ৰকৃতিৰ। জাপিয়ে খদাক এই বুলি হাঁহে—"হেৰ গেন্ধেলী। তই মৰিবৰ ঠাই ক'তো বিচাৰি নাপালি? তোৰ গুৱৰুৱা গাটোৰ ভেকেটা-ভেকেট গোন্ধত ওৰে নিশা শুব পৰা নাই। তই ভালে ভালে ইয়াৰপৰা আঁতৰ হ···।" খদাই ধীৰে-শাঁতে লাহেকৈ উত্তৰ দিয়ে—"ভনীটী! তুমিতো মোক উধাইমুধাই যিহকে পোৱা তিহকে বলকি বলিয়ালি কৰিলা······আমি দুয়ো একে বংশৰ। এটা বাঁহৰ



এফালৰ তুমি এফালৰ মই। মহন্ত বাপুৱে ঘৰুৱা কামৰ ব্যৱহাৰৰ কাৰণে দুয়োকো বেলেগে বেলেগে সাজি লৈছে।······ওৱাক নিন্দে কোৱাই, পুঠী খলিহাক নিন্দে ভেৰপেটী মোৱাই।" মানৱ-সমাজত উচ্চ-নীচ ব্যৱধান ভিত্তিহীন, গতিকে পৰিবৰ্জ্জনীয়—এয়ে ইয়াৰ বস্তুধ্বনি।

বৰ্ণনীয় প্ৰায় প্ৰতিটো বস্তুকে কৱিয়ে মানৱ-মূৰ্ত্তিসম্পন্ন কৰি সমাসোক্তি ৰূপক, উৎপ্ৰেক্ষা আদি অলঙ্কাৰৰ যোগেদি উপস্থাপিত কৰিবলৈ চেষ্টা কৰিছে। এই বিষয়ত কৱিৰ ভাবৰাশিৰ চমৎকাৰিত্ব অপৰিসীম।

অলঙ্কাৰ ধ্বনি

'ফুল'ক সম্বোধন কৰি তেওঁ কয়—"ফুল! তুমি প্ৰকৃতিৰ অপৰূপ সৃষ্টি, অতি মনোৰম, তোমাক ভাল পাওঁ, প্ৰাণভৰি, ভাল পাওঁ··· ··অকিঞ্চনক ভাল পোৱা নে নোপোৱা নাজানো। মই কিন্তু তোমাৰ সান্নিধ্য বিচাৰোঁ। তুমি মোৰ চিৰলগৰী, চিৰচেনেহী।"

সেইদৰে চন্দ্ৰমল্লিকাই চন্দ্ৰমাক অতি কাতৰভাবে কৰুণ সুৰত কয়—"প্ৰিয়দৰ্শন! তুমি মোৰ জীৱনসৰ্ব্বস্ব, চিৰআৰাধ্য। মৰ্ম্মাহত ব্যৰ্থ জীৱনৰ আত্মকাহিনী নিবেদন কৰিবলৈ মানস কৰিছোঁ। প্ৰিয়তম! অলপ স্থিৰ হৈ শুনা, এটি মুহূৰ্ত্তৰ কাৰণহে তোমাৰে মোৰে মধুৰ মিলন। স্নেহৰ মায়া-কাঠীৰ কোমল পৰশত নৱজীৱন লাভ কৰিলোঁ।" এলাগী বনে মেটেকাবোৰক সম্বোধন কৰি কয়, "প্ৰিয় বান্ধৈ। ময়ো তোমাৰ নিচিনা উকলিপুঙা।" 'মৌন বেদনাগ্ৰস্ত শিলটোৱে! চৰাইজনীক 'আইদেউ' বুলি সম্বোধন কৰি ব্যথাভৰা হৃদয়ৰ কৰুণকাহিনী ব্যক্ত কৰে। গছা আৰু চাকিয়ে পোনপ্ৰথমতে মইৰৰ ভাবত ওফন্দি পৰিছিল যদিও শেষত এই তত্ত্বজ্ঞান লাভ কৰিলে—"যেতিয়া আমি নামঘৰৰ ক্ষুদ্ৰ-গণ্ডীৰপৰা উন্মুক্ত হৈ পৃথিৱীৰ বিশাল বুকুত বিয়পি পৰিম, তেতিয়াহে আমাৰ ত্যাগৰ সফলতা, জন্মৰ সাৰ্থকতা। জড়পদাৰ্থ একোটাই এনে তত্ত্বজ্ঞান লাভ কৰি মন স্থিৰ কৰিবলৈ সক্ষম হৈ পৰিল। 'খদা আৰু জাপি'ৰ খদা 'খহুলী, 'গেন্ধেলী', জাপি গপত গণ্ডাটোপ। উভয়তে স্ত্ৰীমূৰ্ত্তি কল্পনা কৰা হৈছে। এইদৰে ৰস, ধ্বনি আৰু অলঙ্কাৰ সম্ভাৰৰ গুণত নৱমল্লিকাৰ ৰচনাসমূহ কাব্যৰূপে পৰিগণিত হোৱাত বাধা নাই।

সৰ্ব্বসাধাৰণ অৰ্থত ছন্দ বুলিলে যি বুজায়, সেই ছন্দ ইয়াত নাই। গতিকে ই গদ্য কাব্য।

নৰমল্লিকাৰ ৰচনাসমূহত এই কেইটা প্ৰধান লক্ষণ আমাৰ চকুত পৰে—ইয়াত কোনো কোনো ক্ষেত্ৰত সংস্কৃত পঞ্চতন্ত্ৰ, হিতোপদেশ আৰু অসমীয়া সাধুকথাৰ ৰূপ আৰু প্ৰকাশভঙ্গী অনুসৰণ কৰা হৈছে, যেনে জন্তুৱেও মানুহৰ দৰে কথা কয়, নিষ্প্ৰাণ বস্তুৱেও প্ৰাণৱন্ত হৈ আত্মপ্ৰকাশ কৰে। ৰচনাবোৰৰ আৰম্ভণিতে লিখকে লক্ষ্যমান বিষয়টোৰ পৰিচয় দিবলৈ গৈ, আৱশ্যকমতে তাৰ অৱস্থিতিৰ স্থান আৰু কালৰ এটি চমু বৰ্ণনা দিয়ে। সৰল সহজ ভাষাৰে অসমৰ ঘৰুৱা পৰিবেশ একোটি সৃষ্টি কৰাত লিখক সিদ্ধহস্ত। উদাহৰণ—"মাঘ বিহুৰ উৰুকাৰ দিনা। দেউৰাম মহন্ত আৰু তেওঁৰ লগুৱা গেঠুৰামে বিহুৰ ওচৰ দেখি চোতালৰ বনবোৰ কোৰেৰে চাচি-চুকুকি চকুত লগাকৈ তুলিছে। থুলুকী বেটীজনীয়ে তলিভগা খদাটোত ভগা ঢাৰি এছোৱা পাৰি জাবৰ-জোঠৰবোৰ ভৰাই পত্বলিমুখৰ হোলাটোত পেলাই দিছে। কাঁচিৰদ ওলোৱাৰেপৰা কেৰাতুপৰীয়ালৈকে কঢ়িয়াই নিওতে নিওতে তাইৰ কঁকালটো টনকা যেন পালে।"—এনেবোৰ বৰ্ণনাত . কৰিব ভাষাই অসমীয়া জতুৱা ঠাচৰ নেপূৰ পিন্ধি স্বাভাৱিক গতিত যেন ঠেও ধৰি ধৰি আগবাঢ়ি যায়!—ক'তো বাধা নেপায়, কেনিও খকাখুন্দা নেখায়।

জতুৱা ঠাঁচৰ প্ৰবচনৰ বহুল প্ৰয়োগ চৌধাৰীৰ ৰচনাৰ অইন এক বৈশিষ্ট্য; যেনে—"কথাতে কয় দিনটো যায়, খেণটো নেযায়।" "জহামালটোৱে চাগৈ ভাবিছিল আজি তাৰ বৰদিন।......ঠেৰেঙা লগা জাৰত বোন্দাপৰ দি থকাৰ ফল এয়ে তাৰ কপালত লিখা আছিল—'লাভে বেং অপচয়ে ঠেং'—আগলৈও তাৰ কৰি খোৱাৰ মুদা মৰিল।" (প্ৰেমৰ জয়); "থুলুকীৰ মূৰত কপৌৰ বাহ! ধুতি গাৰে নাথাকে. তিনিটামান সিয়নি, সেইখনেই তাইৰ তিয়নী।......ওপৰলৈ থুত-কুৰিয়ালে নিজৰ মুখতেহে পৰে।" (খদা আৰু জাপি)।



ৰচনাৰ প্ৰায় সকলো ঠাইতে ভাবৰ সৈতে ভাষাৰ মধুমিলন সৃষ্টিত লিখকে যথেষ্ট কৃতিত্ব অৰ্জ্জন কৰিছে। উদাহৰণ—"চাওঁতে চাওঁতে গোটেই জগতখন গমগমাই উঠিল। যানবাহনৰ ঘৰ্ঘৰণি, জীৱজন্তুৰ দপদপনি। চাৰিওফালে কাণফলা আটাহ, বেসুৰীয়া সুৰৰ বিকট কোৰাল। সৰু সৰু লৰা-ছোৱালীজাকৰ চিঞৰবাখৰ, হাঁহিৰ কুমৰ্‌ধ্বনি।"—এলাগী বন

তত্বজ্ঞানমূলক কথা, সাম্য-মৈত্ৰীৰ জ্বলন্ত দৃষ্টান্ত শান্তিৰ অমিয়া বাণী অথবা দৈনন্দিন জীৱনৰ অতি প্ৰয়োজনীয় নীতিশিক্ষামূলক উক্তিৰে তেওঁৰ প্ৰায়বোৰ ৰচনাৰ সামৰণি মৰা হয়, যেনে—"সীমাহীন ব্যৰ্থ জীৱনৰ ছায়া আলোকৰ লুকাভাকুত, তোমাৰ মায়াৰ কাঠীৰ স্নিগ্ধ পৰশত মোৰ ৰুদ্ধ দুৱাৰ আপোনাআপুনি মেল খাই গ'ল; দিগন্ত জ্যোতিষ্মান হৈ উঠিল।' ফুল। "প্ৰিয়া! আহাঁ. প্ৰকৃতি-পুৰুষ আমি উভয়ে জটিলতাপূৰ্ণ মহা আহবৰ দুৰ্ভেদ্য দুৰ্গ ধ্বংস কৰি প্ৰকৃতি ৰাজ্যত সাম্য-মৈত্ৰীৰ সুদৃঢ় মন্দিৰ প্ৰতিষ্ঠা কৰো। গোটেই জগত প্ৰেমময় শান্তিময় হব। শান্তি, শান্তি, শান্তি।"— চন্দ্ৰমল্লিকা

---

# ঐতিহ্য আৰু পুৰাবৃত্ত

সাদৰী, কেতেকী দহিকতৰা, কাৰবালা আৰু গদ্যকাব্য নৱমল্লিকাৰ ৰচয়িতা অসমৰ বৰেণ্য কৱি ৰঘুনাথৰ কৱিতা-সম্ভাৰে ঐতিহ্য আৰু পৌৰাণিক আখ্যানৰ জীপ লৈ অতীত আৰু বৰ্ত্তমানৰ ভেদ ভাঙি দি যুগ-যুগান্তৰৰ সোঁৱৰণিৰে আমাৰ মন ৰসসিক্ত কৰি তোলে। বিশাল সংস্কৃত সাহিত্যৰ উপনিষদ, ইতিহাস, পুৰাণ আৰু কাব্যভাগে কৱি ৰঘুনাথৰ মন বিশেষভাবে আলোড়িত কৰিছিল আৰু সেই আলোড়নৰে প্ৰতিধ্বনি কৱিৰ সমগ্ৰ কাব্য-সাহিত্য জুৰি আছে।

চৌধাৰীদেৱৰ প্ৰথম প্ৰকাশ সাদৰীতে তেখেতৰ ঐতিহ্য-প্ৰীতিৰ চানেকি পোৱা যায়। সাদৰীৰ ফল্গু আৰু বশিষ্ঠাশ্ৰম নামে কৱিতা দুটি দুটি পৌৰাণিক আখ্যানক আশ্ৰয় কৰি কৱি-কল্পনাত মূৰ্ত্ত হৈ উঠিছে। গঙ্গা নৈৰ এটা নাম ত্ৰিপথগা; ই স্বৰ্গ, মৰ্ত্ত্য আৰু পাতাল তিনিও ঠাইৰ মাজেদি প্ৰৱাহিত। স্বৰ্গৰ গঙ্গাৰ নাম মন্দাকিনী। পৃথিৱীৰ গঙ্গাৰ নাম জাহ্নৱী আৰু পাতালত নাম পাইছে ভোগৱতী। ভোগৱতীক ফল্গু নামেৰেও জনা যায়। গয়াৰ ওচৰতো ফল্গু নামে এখন নদী আছে। অন্তঃসলিলা এই ফল্গুত পিণ্ড দান কৰিলে পিতৃপুৰুষ উদ্ধাৰ পায়। কৱিয়ে সম্ভৱতঃ এই ফল্গুৰ জীৱন-কাহিনী লৈয়ে কল্পনাৰ সৰগ ৰচিছে। ‘কল্যাণময়ী সৰগনন্দিনী’ ফল্গুৰ বিষাদপূৰ্ণ জীৱনৰ বৰ্ণনাত অপূৰ্ব্ব করুণ ৰসৰ সৃষ্টি হৈছে। আৰ্য্য-সংস্কৃতিৰ গৌৰৱময় অতীতৰ সোঁৱৰণিত ‘বশিষ্ঠাশ্ৰম’ কৱিতাৰ সৃষ্টি। মহৰ্ষি বশিষ্ঠ, ব্যাস বাল্মীকি আদিৰ দৰে আৰ্য্যসংস্কৃতিৰ কেন্দ্ৰস্থ চৰিত্ৰ। ঋগ্‌বেদৰ মন্ত্ৰদ্ৰষ্টা ঋষিসকলৰ অন্যতম, ব্ৰহ্মাৰ মানসপুত্ৰ বশিষ্ঠৰ তপোবনৰ কথা পুৰাণ-ভাৰত প্ৰসিদ্ধ। কালিকাপুৰাণত কোৱা হৈছে যে নিৰ্জ্জন কামৰূপৰ অতি উচ্চ সন্ধ্যাচল নামে পৰ্ব্বতত, ৰাজৰ্ষি নিমিৰ শাপত দেহহীন হোৱা বশিষ্ঠ মুনিয়ে ব্ৰহ্মাৰ উপদেশমতে তপস্যা আচৰণ কৰে। মুনিৰ তপস্যাত তুষ্ট হৈ তেওঁৰ ওচৰত বিষ্ণুৰ আৱিৰ্ভাব হয়।



সন্ধ্যাচলৰ পাদদেশত ঋষিয়ে এটা কুণ্ড নিৰ্ম্মাণ কৰি তাত অমৃত ঢালি দিয়ে। সেই কুণ্ডত স্নান কৰি আৰু তাৰ পানী খাই বিষ্ণুৰ বৰত মুনিয়ে পূৰ্ণ কলেৱৰ লাভ কৰে। সেই কুণ্ডৰপৰাই সন্ধ্যা নামে নৈখনি ওলায়। তাৰে পূৰ্বকালে মহাদেৱৰ অনুগ্ৰহত ললিতা নামে নৈখনিৰ উৎপত্তি হৈছে। ক্ষোভক নামে এখন পৰ্ব্বতৰপৰা ওলাই কান্তা নামে আন এখনি নৈ প্ৰথমে উত্তৰলৈ বৈ, পিছে দক্ষিণ সাগৰলৈ বৈ গৈছে। কৱিৰ ঐতিহ্যপ্ৰিয় মনে এই আখ্যানৰে আলম লৈ প্ৰাচীন ভাৰতৰ তপোবনৰ সভ্যতাৰ গুণ-কীৰ্ত্তন কৰিছে :—

পৱিত্ৰ হোমৰ গন্ধে বহু দূৰলই<br>
কৰিছিল সুপৱিত্ৰ পুণ্য তপোবন ;<br>
বনৰ চৰাই পহু প্ৰেমমুগ্ধ হই<br>
কাণ পাতি শুনিছিল সামবেদ গান।

আকৌ— বহল শ্যামল ক্ষেত্ৰ শিলনিৰে গঁথা<br>
লেখা আছে বশিষ্ঠৰ হৃদয়-দুৰ্গত,<br>
অতীত গৌৰৱস্মৃতি আৰু পুণ্য কথা<br>
বিশ্বলীলা অভিনয় কীৰ্ত্তি শত শত।

কৱিৰ অপূৰ্ব্ব কৱিতাগ্ৰন্থ কেতেকীৰ তৃতীয় তৰঙ্গত কেতেকী চৰাইৰ কণ্ঠত ধ্বনিত হোৱা সঞ্জীৱনী সুৰৰ পম খেদি কৱিয়ে কৌশলেৰে ভাৰতীৰ কাব্য-কাননৰ মাজলৈ আমাক টানি নি তাৰ বৰ্ণে গন্ধে সমৃদ্ধ সৌন্দৰ্য্য ভোগ কৰাইছে :—

প্ৰথমে কৱিসম্ৰাট কালিদাসৰ অমৰ নাট্যকাব্য শকুন্তলাৰ আখ্যানটো ষোল্লটা চৰণত ( ষ্টাঞ্জাত ) বৰ্ণনা কৰে। নায়িকা শকুন্তলাৰ হৃদয়ত প্ৰেম অঙ্কুৰিত হোৱা, ৰজাৰ অৱহেলাত হৃদয়ত বিষাদৰ ধল নমা, লাজ-মান কাতি কৰি দুষ্যন্তৰ ৰাজধানীলৈ যাত্ৰা কৰা, কৱিৰ বৰ্ণনাত এই সকলোবোৰ ঘটে কেতেকীৰ প্ৰাণস্পৰ্শী সুৰৰ ৰাগীত। মূল নাটকত সানুমতী নামে অপ্‌সৰাই অভিজ্ঞান আঙঠি লাভ কৰাৰ পিছত বিৰহ-ব্যথাত মৰ্ম্মাহত ৰজা দুষ্যন্তৰ গতি-বিধি লক্ষ্য কৰাৰ বৰ্ণনা আছে। আমাৰ

কৰিয়ে স্বামী-বিৰহত কাতৰা শকুন্তলাই কেতেকীকে দূতী হৈ যাবলৈ অনুৰোধ কৰা কথাখিনি যোগ কৰি দিছে—

কাতৰ পৰাণে শৰণ মাগিলে
তোক দূতী হৈ যাব,
হৃদি-কন্দৰৰ মৰ্ম্মবাণী যত
প্ৰেমিকক ভাঙি কব।
দেৱীৰ স্তুতিত সন্তোষ চিত্তেৰে
ৰাজ ভৱনত গৈ
গালি কি সুৰত প্ৰেমৰ ৰাগিণী
প্ৰেমিকা বিহগী তই।
পাহৰি আছিল নিষ্ঠুৰ ৰজাই
অপ্সৰা-কন্যাৰ কথা,
লনি সুৰ ধৰি ৰজাৰ আগত
জনালি বিৰহ ব্যথা।

মালিনীৰ তীৰৰ কণ্বাশ্ৰম এৰি কৰিয়ে নিষধ দেশৰ ৰাজ-উদ্যানলৈ আমাক লৈ যায়ঃ—

নিষধ দেশৰ ৰাজ উদ্যানত
শুনালি যিদিনা গীত,
বৈদৰ্ভী প্ৰেমত কুমাৰ নলৰ
হল প্ৰাণ বিচলিত।

নল-দময়ন্তীৰ কাহিনী মহাভাৰতকাৰ ব্যাসদেৱে তেওঁৰ লিখনীৰে অমৰ কৰি থৈছে আৰু সেই কাহিনীকে অৱলম্বন কৰি সংস্কৃত সাহিত্যৰ শেষ মহাকাব্য শ্ৰীহৰ্ষৰ নৈষধচৰিত ৰচিত হৈছে। হংসদূতৰ মুখত নলৰ কথা শুনি দময়ন্তীৰ অন্তৰত নিষধ দেশৰ ৰজা নলৰ প্ৰতি অনুৰাগ ওপজে। দেৱতাৰ প্ৰাৰ্থনাকো নেওচি দময়ন্তীয়ে নলকে পতি বৰণ কৰে। কলিৰ আক্ৰোশত পৰস্পৰৰ মাজত বিচ্ছেদ ঘটে, নানা বিপৰ্য্যয়ৰ মাজেদি জীৱন-যাত্ৰা চলোৱাৰ পিছত তেওঁলোকৰ পুনৰ্মিলন ঘটে।



দুটা মাত্ৰ ষ্টাঞ্জাত কৰিয়ে আমাক এই মৰ্ম্মস্পৰ্শী কাহিনীৰ সোৱাদ দি পিছ মুহূৰ্ত্ততে অলকাৰ বিৰহিণী যক্ষবধূৰ ওচৰলৈ লৈ যায়ঃ—

দেৱ কি দানৱ গন্ধৰ্ব্ব কিন্নৰ
মুগ্ধ তোৰ গীত শুনি,
কুবেৰৰ পুৰী অলকা নগৰী
উঠে তাতো প্ৰতিধ্বনি।

কালিদাসৰ অভিনৱ খণ্ডকাব্য মেঘদূত। হিমালয়ৰ সুউচ্চ শৃঙ্গত অৱস্থিত অলকাপতি কুবেৰৰ এজন ভৃত্য এক যক্ষ এই কাব্যৰ নায়ক। নৱপৰিণীতা পত্নীৰ সান্নিধ্যসুখ লাভ কৰি কৰ্ত্তব্যৰ ত্ৰুটী কৰা অপৰাধত কুবেৰে হৃতভগীয়া যক্ষক এবছৰৰ কাৰণে দণ্ডকাৰণ্যৰ ৰামগিৰি আশ্ৰমত নিৰ্ব্বাসন দিয়ে। এই ৰামগিৰিতে তাহানিখন এদিন সীতাৰ বিৰহত ৰামৰ অন্তৰতো আকুল বিননি উঠিছিল। অতীতৰ সেইবোৰ স্মৃতিয়ে যক্ষৰ হৃদয়ৰ শোকৰ তীব্ৰতাত ইন্ধন যোগালে। নিৰুপায় হৈ বলিয়াৰ দৰে এদিন আহাৰমহীয়া মেঘ এচপৰাকে প্ৰিয়াৰ ওচৰলৈ দূত হৈ যাবলৈ মিনতি জনালে। এই কাহিনীক কেন্দ্ৰ কৰি শোকমন্থৰ মন্দাক্ৰান্দাত ৰচিত এই অদ্বিতীয় কাব্যৰ ৰসপানৰ আনন্দত আপ্লুত কৰিয়ে আমাকো কেতেকীৰ লগতে মেঘৰ আঁৰে আঁৰে নি অলকাত এৰি দিছে ঃ—

মেঘৰ লগতে উৰি গই দিলি
অলকাপুৰীত জান,
দিলি প্ৰেয়সীক বিৰহী স্বামীৰ
প্ৰণয়ৰ প্ৰতিদান॥

কৰিয়ে মেঘদূত কাব্য অৱলম্বন কৰি ওঠৰটা চৰণ ( ষ্টাঞ্জা ) ৰচনা কৰে।

ইয়াৰ পিছতে আমি অলকাৰ পাৰ্ব্বত্য প্ৰদেশ এৰি কালিন্দীৰ উপত্যকাত উপস্থিত হওঁ। হৰিবংশ, বিষ্ণুপুৰাণ, ভাগৱত আদিত বৰ্ণিত

বৃন্দাবন-লীলা, সেই পুৰাণপুৰুষ গোপীবল্লভ কৃষ্ণৰ মোহন বংশীধ্বনি আমাৰ যেন প্ৰত্যক্ষ অনুভূত হয় ঃ—

সেইটি সুৰতে কালিন্দী পাৰত
বাজিল মোহন বাঁহী।
উঠিল আকউ বৃন্দাবনখনি
প্ৰেম-তৰঙ্গত ভাহি॥

শেষত কৰিয়ে যমুনাৰ তীৰৰপৰা আমাক নিজ ঠাই শোণিতপুৰলৈ লৈ আহে। কেতেকীৰ গীতৰ ধ্বনিত শোণিতপুৰ নগৰ বিকম্পিত হল।

গালি মাজনিশা দীপক সুৰত
প্ৰেম সঞ্চাৰিণী গান।
কুসুমকোমলা সৰলা উষাৰ
মোহিত কৰিলি প্ৰাণ॥'

বাণৰ জীয়াৰী উষা আৰু শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধৰ প্ৰেমৰ কাহিনী হৰিবংশ আদিত বিস্তৃতভাৱে বৰ্ণোৱা হৈছে। অসমীয়া সাহিত্যতো এই কাহিনীক উপজীব্য কৰি একাধিক গ্ৰন্থ ৰচিত হৈছে। পাৰ্ব্বতী দেৱীৰ-পৰা উষাই অনিৰুদ্ধ কোঁৱৰক স্বামীৰূপে লাভ কৰা বৰ পায়। এদিন মাজনিশা সপোনত কোঁৱৰৰ ৰূপ দেখি উষা বিচলিত হৈ উঠে। সখীয়েক চিত্ৰলেখাই ত্ৰিজগতৰ ৰাজকোঁৱৰ, গন্ধৰ্ব্ব, দেৱতা এটি এটিকৈ সকলোৰে ছবি আঁকি দেখুৱায়, আৰু তাতে উষাৰ সঙ্কেতমতে কামদেৱৰ পুত্ৰ অনিৰুদ্ধ কোঁৱৰ তেওঁৰ মনচোৰ বুলি বুজিব পাৰি চতুৰা চিত্ৰলেখাই মায়া প্ৰয়োগ কৰি কোঁৱৰক আনি উষাৰ অন্তঃপুৰ পোৱায়। বাণৰজাই অনিৰুদ্ধক বন্দী কৰে। এই কথাৰ সম্ভেদ পাই শ্ৰীকৃষ্ণ, বলৰাম, কামদেৱ প্ৰভৃতি শোণিতপুৰত উপস্থিত হয়। বাণৰ লগত তেওঁলোকৰ এখন তয়াময়া ৰণ হয়। এই ৰণত স্বয়ং মহাদেৱে ভক্ত বাণৰ পক্ষ অৱলম্বন কৰি শ্ৰীকৃষ্ণৰ বিপক্ষে যুঁজে। শেষত বাণ নিহত হয়। শ্ৰীকৃষ্ণই কুঁৱৰী উষাৰে সৈতে অনিৰুদ্ধ কোঁৱৰক দ্বাৰকালৈ লৈ যায়।



এইদৰে অতীত জগতৰ প্ৰেমৰ সাগৰত জোৱাৰ তোলা কেতেকীৰ সঙ্গীতৰ সম্মোহনী শক্তিৰ বৰ্ণনাৰ ছলেৰে কৰিয়ে প্ৰাচীন কাব্যকাননৰ বাছকবনীয়া ছবিবোৰ নকৈ সজাই আমাৰ চকুৰ আগত দাঙি ধৰিছে।

দহিকতৰাৰ পাতনিত ডঃ বাণীকান্ত কাকতিদেৱে এষাৰ মূল্যৱান কথা কৈছে—'চৌধাৰী ডাঙৰীয়াৰ বৰ্ণনাই তেওঁৰ বৰ্ণনাৰ বিষয়ক অজ্ঞাতকুলশীল আচহুৱা আলহী নকৰি পূৰ্ব্বস্মৃতিবিজড়িত বহু দিনৰ চিনাকি বন্ধুৰ দৰে উপস্থিত কৰে।......আমাৰ ভিতৰত বহুতে গিৰিমল্লিকা ফুল দেখা নাই, কিন্তু কৰিৰ বৰ্ণনাত ই পৌৰাণিক কল্পনাৰ অপ্সৰী, মদনভস্ম আদিৰ লগত সানমিহলি হৈ বহুকলীয়া চিনাকি লগৰী যেন লাগে।'... কিন্তু এনেভাবে অচিনাক চিনাকি আৰু পৰক আপোনাৰ জন কৰি আমাৰ ওচৰত উপস্থিত কৰা কৰিজনে নিশ্চয় নিজে বহু কাল ধৰি প্ৰাচীন সাহিত্য আৰু সংস্কৃতিৰ নন্দন বনত বিচৰণ কৰি ফুৰিছিল। দহিকতৰাৰ কৰিয়ে যেতিয়া গায়—

দেৱপুৰী এৰি থৈ আকাশী নৰ্ত্তকী
মৰতত ভৰি দিলে উৰ্ব্বশী কেতেকী।

আমাৰ মনত পৰে এই সৰগৰ জীয়াৰী উৰ্ব্বশীৰ আখ্যান। ঋগ্‌বেদৰ ঋষিৰো পৰিচিত এই উৰ্ব্বশীজনীয়ে মহাকৰি কালিদাসকো বিশেষভাৱে অনুপ্ৰাণিত কৰিছিল। তেওঁৰ বিক্ৰমোৰ্ব্বশীয় নাটকৰ নায়িকা এই উৰ্ব্বশী-জনীয়ে। ইন্দ্ৰৰ ৰাজসভাত লক্ষ্মীসয়ম্বৰ নাটকৰ অভিনয়ত লক্ষ্মীৰ ভূমিকা লৈ 'পুৰুষোত্তম' নামৰ পৰিবৰ্ত্তে মৰ্ত্ত্যৰ ৰজা পুৰূৰবাৰ প্ৰতি আসক্ত উৰ্ব্বশীয়ে পুৰূৰবাৰ নাম উচ্চাৰণ কৰে। এই কথাত নাট্যাচাৰ্য্য ভৰতৰ খং উঠে আৰু উৰ্ব্বশী কিছুকাল মৰ্ত্ত্যত বাস কৰিবলগীয়া হয়। বিষ্ণু পুৰাণৰ মতে মিত্ৰাবৰুণৰ শাপত উৰ্ব্বশী স্বৰ্গভ্ৰষ্টা হয়। অৰ্জ্জুনৰ জন্মৰ দিনা উৰ্ব্বশীয়ে গৈ নৃত্য কৰিছিল। কামাতুৰা উৰ্ব্বশীয়ে তেওঁৰ প্ৰেম প্ৰত্যাখান কৰাৰ কাৰণে এবছৰ ক্লীব হৈ জীৱনযাপন কৰিব লাগিব বুলি অৰ্জ্জুনক শাপ দিয়ে।

কৰিৰ এই বৃদ্ধ বয়সত সৌৱা সিদিনা মাথোন প্ৰকাশ পোৱা উৰ্ব্বশী নামৰ কৱিতাৰ যোগেদি বিধাতাৰ অপৰূপ সৃষ্টি অপ্‌সৰা উৰ্ব্বশীৰ বৈচিত্ৰ্য-

পূৰ্ণ জীৱন-কাহিনী বৰ্ণনা কৰি আমাক ইন্দ্ৰৰ অমৰাৱতী, কুৱেৰৰ ৰাজ-সভাৰ নৃত্য-গীতৰ মাজলৈ টানি লৈ গৈছে ; জয়দেৱৰ ললিত লৱঙ্গলতা-পৰিশীলনকোমল মলয়সমীৰ'ৰ স্পৰ্শ সুখ অনুভৱ কৰাই উৰ্ব্বশীৰ লগতে লৌহিত্যৰ তীৰত এৰি দিছে।

আকৌ যেতিয়া কৱিৰ কণ্ঠত ধ্বনিত হয় ঃ—

আলোড়ি গন্ধৰ্ব্বপুৰ নন্দনকানন
গালি কিনো বিশ্বজিৎ
মদালসা প্ৰেমগীত
পাতিলি প্ৰেমৰ হাত লীলা নিকেতন।

আমাৰ স্মৃতিপটত উদয় হয় মাৰ্কণ্ডেয় পুৰাণত বৰ্ণিত অলৰ্কজননী গন্ধৰ্ব্ব-কন্যা মদালসাৰ জীৱনৰ হৰ্ষ-বিষাদৰ বিচিত্ৰ কাহিনী। মদালসা ভাৰতীয় সংস্কৃতিৰ গৌৰৱময় যুগৰ আদৰ্শ নাৰী। ৰজা শত্ৰুজিতৰ পুত্ৰ ঋতধ্বজে এবাৰ পিতৃৰ আদেশত মহৰ্ষি গালবৰ আশ্ৰমলৈ গৈ আশ্ৰম ৰক্ষাৰ দায়িত্ব লয়। সেই সময়ত পাতালকেতু নামে এটা অসুৰে গালবৰ আশ্ৰমত দৌৰাত্ম্য কৰিছিল। বৰাহৰূপী মায়াবী অসুৰক শৰবিদ্ধ কৰি অসুৰৰ পাছে পাছে গৈ ঋতধ্বজ পাতালত উপস্থিত হয়। তাত এটি মনোৰম অট্টালিকাত এজনী অপৰূপ লাৱণ্যময়ী কন্যাৰ সাক্ষাৎ লাভ কৰে। প্ৰথম দৃষ্টিতে দুয়ো দুয়োৰে প্ৰতি আকৃষ্ট হয়। কন্যাৰ সখীয়েক কুণ্ডলাৰপৰা ঋতধ্বজ ৰজাই জানিব পাৰে যে এই কন্যা গন্ধৰ্ব্বৰাজ বিশ্বাবসুৰ কন্যা মদালসা। মদালসাৰ লগত ঋতধ্বজৰ গন্ধৰ্ব্ব-কুলগুৰু তুম্বৰুৰ পৌৰোহিত্যত শুভবিবাহ সম্পন্ন হয়। তাৰ পিছত তেওঁলোক নিজ ৰাজ্যলৈ উভতি আহে।

ঋতধ্বজ আৰু মদালসাৰ সুখৰ জীৱনলৈ এছাটি ক'লা ডাৱৰ নামে। পিতৃৰ আদেশত আৰু এবাৰ অসুৰ দমন কৰিবলৈ যাওঁতে ঋতধ্বজ পূৰ্ব্ববৈৰী পাতালকেতুৰ ভায়েক তালকেতুৰ ছলনাত পৰে। তালকেতুৱে ঋতধ্বজ অসুৰৰ হাতত মৰা বুলি প্ৰচাৰ কৰি দিয়ে। এই বাতৰি পাই পতিপ্ৰাণা মদালসাই প্ৰাণত্যাগ কৰে। পিছত ঋতধ্বজ উভতি আহি



ঘৰ পাই মদালসাৰ দেহত্যাগৰ বাতৰি শুনি মৰ্ম্মাহত হয়। তেওঁ মদালসাক ঘূৰাই নেপালে জীৱনত কাকো পত্নীৰূপে গ্ৰহণ নকৰোঁ বুলি প্ৰতিজ্ঞা কৰে।

অশ্বতৰ নামে নাগসকলৰ ৰজাই শিৱৰ বৰত মদালসাক একে বয়স আৰু ৰূপত নিজৰ কন্যাৰূপে লাভ কৰে আৰু তেওঁৰ পুত্ৰবন্ধু ঋতধ্বজৰ হাতত এওঁক অৰ্পণ কৰে। ঋতধ্বজৰ একনিষ্ঠ প্ৰেমত মদালসা মুগ্ধ হয়। জন্ম-জন্মান্তৰৰ মাজেদি মদালসাৰ এই প্ৰেম-কাহিনী পুৰাণকাৰৰ এক অভিনৱ সৃষ্টি। মদালসাই এইবাৰ প্ৰবৃত্তি-নিবৃত্তি দুয়োবিধ পথৰে জ্ঞানলাভৰ দ্বাৰা সমৃদ্ধা হৈ সঁচাকৈয়ে পুনৰ্জ্জন্ম লাভ কৰে। এওঁৰে পুত্ৰ অলৰ্ক মাতৃৰ কৃপাত সংসাৰী হৈও ৰাজৰ্ষি জনকৰ দৰে পৰম জ্ঞানী বুলি প্ৰসিদ্ধ হয়।

দহিকতৰাৰ গীতত অকল মদালসাৰ প্ৰেম-গীতেই মূৰ্চ্ছিত হোৱা নহয় ঃ—

শুনালি যিদিনা গীত শৃঙ্গাৰ ৰসত
বিৰহিণী তপতীৰ
বই গ'ল অশ্ৰুনীৰ
সম্বৰণ ৰূপ-ছবি ধৰি অন্তৰত
ভ্ৰমিলে কতনো দিন শৈল শিখৰত।

এই বৰ্ণনাৰ যোগেদি কৱিয়ে আমাক মহাভাৰতৰ মাজলৈ টানি নিয়ে। সাৱিত্ৰী দেৱীৰ ভনীয়েক তপতী ভগৱান সূৰ্য্যদেৱৰ কন্যা। পিতৃৰ দৰে উজ্জ্বল দেহ-কান্তিৰে চালে চকুত ছাট মাৰি ধৰে। মহাৰাজ সম্বৰণ ঋক্ষৰজাৰ পুত্ৰ। তেওঁ পৰম সূৰ্য্যভক্ত। এবাৰ মৃগয়া কৰিবলৈ গৈ গিৰিবনত তপতীৰ লগত দেখাদেখি হয়। ৰজাৰ অন্তৰেদি এছাটি বিজুলী খেলি যায়। প্ৰেমৰ ৰাগীত ৰজা অস্থিৰ হৈ ঠাইতে মূছকঁচ যায়। সংযতচিত্তা তপতায়ে ৰজাক জানিবলৈ যে দিয়ে তেওঁ পিতৃৰ অধীনা ; পিতৃৰ বিনা অনুমতিত তেওঁ কাকো স্বামী বৰণ কৰিব নোৱাৰে। তেওঁ ৰজাক পিতৃদেৱ সূৰ্য্যক আৰাধনা কৰিবলৈ অনুৰোধ কৰে। মনে মনে

বশিষ্ঠক গুৰু বৰণ কৰি ৰজা সূৰ্য্যৰ আৰাধনাত ব্ৰতী হয়। বাৰ দিনৰ দিনা বশিষ্ঠ মুনি ৰজাৰ আগত উপস্থিত হয়। ৰজাৰ মনৰ ভাব জানিব পাৰি মহৰ্ষিয়ে সূৰ্যদেৱৰ ওচৰত সম্বৰণলৈ বুলি তপতীক পাবলৈ প্ৰাৰ্থনা জনায়। এনে হেন যোগ্যজনলৈ সূৰ্য্যদেৱে তপতীক হাঁহিমুখে বশিষ্ঠৰ হাতত সমৰ্পণ কৰে। ৰজা সম্বৰণে তপতীৰ লগত বাৰ বছৰ কাল মহাসুখে অৰণ্যত কটায়। ইতিমধ্যে অনাবৃষ্টিৰ ফলত ৰাজ্যত হাহাকাৰৰ ৰোল উঠে। এই বাতৰি পাই ৰজা-ৰাণী ৰাজধানীলৈ উলটি যায়; লগে লগে দেশৰ অৱস্থা পূৰ্ব্বৰ দৰে হয়। এই তপতী-সংবৰণৰে পুত্ৰ কুৰু—যাৰ নামে প্ৰসিদ্ধ কুৰুবংশ স্থাপিত হয়।

এটি স্বকীয়া পৰিবেশ লৈ সৃষ্টি কৰা কাৰবালা কাব্যৰ মাজেদিও কৱিৰ ভাৰতীয় পুৰাবৃত্তৰ প্ৰতি থকা মজ্জাগত প্ৰীতি লক্ষ্য কৰা যায়ঃ—

দাশৰথি পাদস্পৰ্শে অহল্যা পাষাণী
পালে যেন মোক্ষ ধৰ্ম্ম; লভিলে মুকুতি
তাৰকাৰ লীলাক্ষেত্ৰ দণ্ডক কাননে।

ৰামায়ণ, মহাভাৰত আদিত বৰ্ণিত এই অহল্যা মহৰ্ষি গৌতমৰ পত্নী। মহৰ্ষিৰ অনুপস্থিতিৰ সুযোগ লৈ ইন্দ্ৰই তেওঁক কলুষিত কৰে। এই অপৰাধৰ কাৰণে ঋষিয়ে তেওঁক অভিশাপ দি কয় যে তেওঁ শিলত পৰিণত হৈ লোকৰ অদৃশ্য হৈ থাকিব আৰু দাশৰথি ৰামৰ স্পৰ্শত পুনৰ স্বৰূপ লাভ কৰিব। বিশ্বামিত্ৰ ঋষিয়ে তাৰকা ৰাক্ষসীক নিধন কৰিবলৈ ৰামচন্দ্ৰক দণ্ডকাৰণ্যলৈ লৈ যাওঁতে তেওঁৰ পাদস্পৰ্শত অহল্যা শাপমুক্ত হৈ পুনৰ স্বামীৰ লগত মিলিত হয়।

এই উদাহৰণবোৰৰ বাহিৰেও কৱিৰ নানা উক্তিত প্ৰাচীন আখ্যান-ইতিহাসৰ প্ৰচুৰ উল্লেখ আছে।

পবনে মনত পখী যমুনা তটিনী
কদম গছত পৰি
পঞ্চমত সুৰ ধৰি
কৰিছিলা ব্ৰজাঙ্গনা মন উন্মাদিনী।



এই কথাষাৰে আমাক 'কালিন্দীৰ পাৰৰ মোহন বাঁহীৰ সুৰ'ৰ কথা সোঁৱৰাই দিয়ে। 'সুৰতপ্ৰসঙ্গী সৌ কপোত মিথুন' আদি কৱিৰ কামমোহিত ক্ৰৌঞ্চমিথুনৰে প্ৰতিধ্বনি। 'যিদিনা মোহিনীৰূপ ধৰিছিলা ধূৰ্জ্জটিৰ ধ্যানভঙ্গ হেতু'ৱে সমুদ্ৰমন্থনৰ পিছত বিষ্ণুৰ মোহিনী ৰূপ গ্ৰহণ কৰাকে প্ৰকাশ কৰে। 'পুণ্যতোয়া মালিনীৰ শীতল জল' বোলোঁতে আমাৰ মনত পৰে সেই 'মালিনী নদী' যাৰ তীৰৰ কণ্বাশ্ৰমত আছিল শকুন্তলা। 'মদনৰ শৰ ধৰি, কাৰ তপ ভঙ্গ কৰি' কথাষাৰে মদনভস্মৰ স্মৃতি উজলাই দিয়ে। কেতিয়াবা জগতৰ মঙ্গলৰ হকে নিজৰ দেহ উছৰ্গা কৰা দধীচিৰ আদৰ্শত উদ্বুদ্ধ হৈ কৱিয়ে গাইছে—'হে সাধক কৰ্ম্মযোগী, মহাত্যাগী দধীচিৰ দৃঢ় সঙ্কল্পৰ, মহান প্ৰেৰণা লৈ কৰা চিত্ত জয়।' শ্ৰীৰামচন্দ্ৰৰ সোণৰ হৰিণা ধৰিবলৈ গৈ হোৱা দুৰ্দ্দশাৰ কথা সুঁৱৰি কৱিৰ হৃদয় আলোড়ি ধ্বনিত হৈছে—

'উদ্দাম বাসনা লই স্বৰ্ণ মৃগ খেদি,
সংসাৰত ভ্ৰমিলো কিমান!'

আকৌ—'উঠাহে ঋত্বিক ধ্যানী অমৃতৰ পুত্ৰ,
উঠা যত মুক্তিপথ যাত্ৰী।'

কৱিৰ এই বাণীত—শৃণ্বন্তু বিশ্বে অমৃতস্য পুত্ৰাঃ, উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য বৰান্ নিবোধত আদি ঋষি-কণ্ঠৰ উদাত্ত ধ্বনিৰে প্ৰতিধ্বনি শুনা যায়। 'যো বৈ ভূমা তৎ সুখং, নাল্পে সুখমস্তি', 'ভূমানন্দস্বৰূপোঽস্মি' এই সত্যত আস্থাৱান কৱিয়ে গাইছে—"তোমাৰ ভূমানন্দ ৰূপটি চাই মই লভিম প্ৰাণত শান্তি।" কৱিৰ হৃদয়ত 'অন্তৰ্দ্দাহী বাৰণৰ চিতা-জুইকুৰা' জ্বলি উঠে। শক্তিশেলৰ যন্ত্ৰণাত মুমূৰ্ষু লক্ষ্মণৰ দুখৰ ৰিজনিত কৱিয়ে ব্যথাৰ সুৰত কয়—'মাৰিছিলা শক্তিশেল তাহানি যিপাট, যোৱা নাই সি বিষ জামৰি।' দেৱৰাজ ইন্দ্ৰৰ ফুলনি নন্দন কানন কৱিৰ বৰ প্ৰিয়। 'নন্দনৰ ৰূপজ্যোতি পৰিমল সুধা' উপভোগ কৰি কৰি মুগ্ধ। তেওঁৰ সবল প্ৰাণৰ আকুতি হৈছে—'পাম গই সদানন্দ নন্দনপুৰত, সত্য শিৱ সুন্দৰৰ ৰূপ।"

কৱিৰ গন্ধ কৱিতা নৱমল্লিকাতো মহাকৱি কালিদাসৰ ঋতুসংহাৰ মেঘদূত আদিৰ প্ৰতি গভীৰ শ্ৰদ্ধা প্ৰকাশ পাইছে। তাতো লাখ লাখ সোণৰ কাঁড়েৰে কঁড়িয়াই অন্ধতামস বৃত্ৰক কৰিয়ে সংহাৰ কৰিছে।

ভাৰতীয় ঐতিহ্য আজি হিন্দু মুছলমান খৃষ্টান আদি সকলো ধৰ্ম্মৰ লোকৰ সংস্কৃতিৰ মিলনৰ ফল। গভীৰ অন্তৰ্দৃষ্টিৰে এই সত্য উপলব্ধি কৰি কৰি আনন্দত আপ্লুত হৈছে। সাদৰীৰ 'গোলাপ' কৱিতাত কৱিৰ এই আনন্দ কিঞ্চিৎ প্ৰকাশ পোৱা দেখা যায়। গোলাপৰ সৌন্দৰ্য্য বৰ্ণনাৰ মাজেদি কৱিয়ে আমাক মোগল যুগৰ বাদচাহ-হেৰেমলৈ লৈ যায়, মোগল সম্ৰাটসকলৰ সৌন্দৰ্য্য-বোধৰ এটা আভাস আমাৰ আগত দাঙি ধৰে ঃ—

'কোন সুন্দৰীৰ নিমজ গালত
ফুটাই তুলিলি চিকণ কাজ,
উঠিল প্ৰেমিক ছাজাহানৰ
ভুৱন বিজয়ী মৰ্ম্মৰ তাজ।'

কৱিয়ে গোলাপৰ জীৱন-কাহিনীৰ মাজত বিচাৰি পায়—

কত কাব্য-গাঁথা অতীতৰ স্মৃতি
উদাস প্ৰেমৰ মূৰ্ত্ত বিকাশ,
বিজড়িত তোৰ কোমল বুকত
কত বিৰহিৰ হা-হুতাশ ॥

গোলাপৰ জন্মস্থান বিচাৰি যাওঁতে কৱিয়ে আমাক ভাৰতৰ বাহিৰৰ বছৰা, বেবিলন আদি ঠাইৰ ঐতিহ্যৰ চিত্ৰ আঁকি দেখুৱায় আৰু ওমৰখায়াম; হাফেজ আদি কৱিসকলৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰে। ইছলামিক সংস্কৃতিৰ প্ৰতিও শ্ৰদ্ধাশীল কৱিয়ে 'কাৰবালা' কাব্যত মহাত্মা হাছান-হুছেইনৰ ত্যাগ আৰু বীৰত্বৰ করুণ কাহিনী বৰ প্ৰাণস্পৰ্শী ভাষাত প্ৰকাশ কৰিছে।

এইদৰে চৌধাৰীদেৱৰ কাৱতাৱলী পাঠ কৰিলে আমি অতীতৰ লগত বৰ্ত্তমানৰ এটা নিৰবচ্ছিন্ন ধাৰাবাহিকতা আৰু ঐক্যৰ ছবি পাওঁ।

---

# অসমীয়া জীৱনৰ চিত্ৰ

পৃথিৱীৰ সকলো শ্ৰেষ্ঠ সাহিত্যিকৰ ৰচনাত মূল বিষয়ৰ লগতে সেই সাহিত্যিকৰ দেশ বা জাতিৰ জীৱন-কাহিনী তথা প্ৰাকৃতিক, সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক, ধাৰ্ম্মিক, সাংস্কৃতিক আদি অৱস্থাৰ চিত্ৰ প্ৰতিফলিত হোৱা দেখা যায় আৰু এইবোৰতে প্ৰকাশ পায় সাহিত্যৰ জাতীয় বৈশিষ্ট্য। কৱিতা-গল্প, নাটক-উপন্যাস সকলো প্ৰকাৰ সাহিত্যতে এই বৈশিষ্ট্য থাকিব পাৰে। যেনেকৈ ছেক্সপীয়েৰ মিল্টন, ৱৰ্ডছ্ৱৰ্থ, টমাছ হাৰ্ডি আদি বিশ্ববিখ্যাত কৱি-সাহিত্যিক-সকলৰ ৰচনাত ইংলণ্ডীয় জীৱনৰ সকলো চিত্ৰ বিদ্যমান, তেনেকৈ টলষ্টয়, টুৰ্গেনিভ, গগল, ডষ্টয়েভস্কি আদিৰ ৰচনাত ৰুছিয়াৰ আৰু মোপাছাঁ, বালজাক আদিৰ গ্ৰন্থত ফ্ৰান্সৰ সামাজিক জীৱনৰ চিত্ৰ স্পষ্টভাৱে পৰিস্ফুট। সেইদৰে ভাৰতৰ বিশ্ববৰেণ্য কৱি বাল্মীকি, কালিদাস আদিৰ কাব্য-নাটকসমূহতো ভাৰতীয় জীৱনৰ চিত্ৰ অঙ্কিত হৈছে। কালিদাসৰ 'অভিজ্ঞানম্ শকুন্তলম'ৰ নায়িকা শকুন্তলাক সখীয়েক-সকলে পৰিধান কৰোৱা সাজপাৰ, অলঙ্কাৰ আৰু আন আন প্ৰসাধন দ্ৰব্যই এফালে যেনেকৈ ভাৰতীয় নাৰীৰ সৌন্দৰ্য্যবোধৰ পৰিচয় দিয়ে, আনফালে তেনেকৈ কণ্বমুনিয়ে শকুন্তলাক দিয়া—

শুশ্ৰূষস্ব গুৰূনকুৰু প্ৰিয়সখীবৃত্তিং সপত্নীজনে
ভৰ্ত্তু্ৰ্বিপ্ৰকৃতাপি ৰোষণতয়া মাস্ম প্ৰতীপং গমঃ।
ভূয়িষ্ঠং ভৱ দক্ষিণা পৰিজনে ভাগ্যেষ্বনুৎসেকিনী
যন্ত্যেৱং গৃহিণীপদং যুৱতয়ো ৱামাঃ কুলস্যাধয়ঃ ॥

(শহুৰ-শাহু আদি মান্যৱন্তলোকক সেৱা-শুশ্ৰূষা কৰিবা, সপত্নী-সকলৰ লগত প্ৰিয় সখীৰ দৰে আচৰণ কৰিবা, স্বামীয়ে কিবা অপমান কৰিলেও খঙেৰে তেওঁৰ বিপক্ষে কাম নকৰিবা। নিজৰ সৌভাগ্যত

গৰ্ব্বিতা নহৈ দাস-দাসীবিলাকৰ প্ৰতি সদয় হবা। এইদৰেই বোৱাৰী-ছোৱালীবিলাকে গৃহিণী পদ পায়; ইয়াৰ বিপৰীত আচৰণ কৰা তিৰোতাবিলাক স্বামীকুলৰ যাতনা স্বৰূপ)।

প্ৰভৃতি উপদেশবোৰ ভাৰতীয় গাৰ্হস্থ্য জীৱনৰ মধুৰ আদেশকো দাঙি ধৰে। 'মেঘদূতম'ৰ পূৰ্ব্বমেঘত ৰামগিৰিৰপৰা অলকালৈ দিয়া বাটৰ বৰ্ণনাটোত যেনেকৈ ভাৰতৰ ভৌগোলিক তথা প্ৰাকৃতিক চিত্ৰ নিখুঁতভাৱে দেখা যায়,তেনেদৰে উত্তৰমেঘত "তন্বী শ্যামা শিখৰী দশনা" বুলি আৰম্ভ কৰা বিখ্যাত শ্লোকটিতো ভাৰতীয় নাৰীৰ বিভিন্ন অঙ্গৰ ৰূপ-লাৱণ্যৰ কথা জানিব পাৰি। এইবোৰেই সাহিত্যৰ জাতীয়ত্ব প্ৰমাণ কৰে।

অসমীয়া কৱি-সাহিত্যিকসকলৰ ৰচনালৈ মন কৰিলে দেখা যায় যে সিসকলৰ ৰচনাতো অসমৰ প্ৰাকৃতিক, সামাজিক, গাৰ্হস্থ্য আদি জীৱনৰ চিত্ৰ সুন্দৰভাৱে পৰিস্ফুট হৈ ওলাইছে। পুৰণি অসমীয়া কৱিসকলৰ ৰচনাতো সেই একে কথা। মাধৱ কন্দলীৰ ৰামায়ণত লঙ্কাৰ গছ-গছনিৰ বৰ্ণনাত অসম দেশৰ গছ-গছনিৰ চিত্ৰকে পোৱা যায়—

গুঞ্জৰিত শবদে ভ্ৰমৰা মধুপান।
পদ্মিনী দীঘী জলাশয় ৰম্য স্থান॥......
খজুৰি হাৰিঠা আমলখী ডহাফল।
ছাতিয়াল গুৱা নাৰিকল যে শ্ৰীফল॥

সেইদৰে অযোধ্যা-কাণ্ডত ৰামৰ প্ৰাসাদ-বৰ্ণনাটো পঢ়িলে অসমীয়াৰ ঘৰ সজা পদ্ধতিৰ কথাই মনলৈ আহে।

শতেক শতেক হাত চৌধয় মাণ্ডলি।
পঞ্চাশ পঞ্চাশ হাত এবৈকক কৰলি॥
চৌষষ্ঠি তম্ভত তাক কৰিল নিৱেশ।
বৈজয়ন্ত সমসৰ দেখিতে সুবেশ॥
ৰতনে খসিয়া স্বৰ্ণৰ পতা দিল।
সূচী-কামী সমন্বিতে একত্ৰ কৰিল॥



এইদৰে পশু-পক্ষী, ঘৰ-দুৱাৰ, খেলা-ধেমালি, আচাৰ-ব্যৱহাৰ সকলো প্ৰকাৰ বৰ্ণনাতে মাধৱ কন্দলীয়ে অসমীয়া জীৱনৰ চিত্ৰ ফুটাই তুলিছে। কন্দলীৰ দৰে শঙ্কৰদেৱ, মাধৱদেৱ, ৰাম সৰস্বতী আদি আগ শাৰীৰ বৈষ্ণৱ কৱিৰ ৰচনাতো অসমীয়া জীৱনৰ চিত্ৰ বিদ্যমান। বহু কৱিৰ হাতত দেৱাদিদেৱ মহাদেৱে অসমীয়া দুখীয়া খেতিয়ক এজনৰহে ৰূপ লাভ কৰিছে। আনকি অনাবৈষ্ণৱ কৱি পীতাম্বৰে দেৱী ভগৱতী আৰু কামসেনা যক্ষিণীক অসমীয়া তিৰোতাৰ প্ৰিয় বস্তু তামোল খুৱাইহে এৰিছে—

দেৱী বোলে কামসেনা ধৰ গুৱাপাণ।
কহিছি গুপ্তেৰ কথা কৰ অৱধান॥

আধুনিক অসমীয়া সাহিত্যতো ভালেমান লিখকৰ ৰচনাৰ দ্বাৰা অসমীয়া জীৱনৰ চিত্ৰ পৰিস্ফুট হৈছে। সিসকলৰ ভিতৰত কুৰি শতিকাৰ খ্যাতনামা কৱি শ্ৰীৰঘুনাথ চৌধাৰীদেৱ অন্যতম্। তেখেতৰ কৱিতাত অসমৰ প্ৰাকৃতিক আৰু সামাজিক জীৱনৰ চিত্ৰ বৰ উজ্জ্বলভাৱে ফুটি উঠিছে। চৌধাৰী ডাঙৰীয়াৰ কৱিতাত দহিকতৰা, কেতেকী, কুকুৰা, মৌপিয়া, টুনী, কপৌ, সখিয়তী আদি অসমৰে চৰাই আৰু শেৱালি, গিৰিমল্লিকা, মালতী, কৰবীৰ, মাধৱী, গোলাপ আদি অসমৰ অসংখ্য গছ আৰু ফুলৰ উল্লেখ পোৱা যায়। কিন্তু কৱিয়ে সেইবোৰ গতানুগতিকভাৱে বৰ্ণনা নকৰি তাত মানৱীয় গুণ আৰোপ কৰিবলৈ যত্ন কৰিছে। চৌধাৰীদেৱে অসমীয়া সামাজিক জীৱনৰ চিত্ৰ পোনপতীয়াকৈ দাঙি ধৰাৰ উদ্দেশ্যে কোনো কৱিতা ৰচা নাই। তেখেতে ৰচা কৱিতাৰ ভিতৰত প্ৰকৃতি বিষয়ক কৱিতাই সৰহ। সেয়ে হলেও তাৰ মাজতো অসমীয়া সামাজিক চিত্ৰৰ আভাস পোৱা যায়। কেইটিমান কৱিতালৈ মন কৰিলেই এই কথা স্পষ্ট হ'ব। বসন্ত কালত কি জীৱ-জগত, কি জড়-জগত সকলোৱে যেন নতুন জীৱন লাভ কৰে। গছে ন ন পাত মেলে, ফুলনি নানা বৰণীয়া ফুল আৰু সৌৰভেৰে আলোড়িত হৈ উঠে; চৰাইৰ গান, নিজৰাৰ কুলু কুলু ধ্বনি আৰু মৃদু সমীৰণে বসন্ত কালটো

ৰমণীয় কমনীয় কৰি তোলে ; কিন্তু কৱিয়ে এই কথাখনিকে 'দহিকতৰা' কৱিতাত এনেদৰে কৈছে যে দহিকতৰাৰ মাততহে যেন বসন্তঋতু দৰাৰূপে সাজিকাচি আহিছে আৰু মিলনদূত দহিকতৰাৰ গীত শুনি গছ-লতিকা, ফুল সকলোৰে অন্তৰ ৰোমাঞ্চিত আৰু মিলনৰ কাৰণে উদ্বাউল হৈ উঠিছে। প্ৰেমিক-প্ৰেমিকাই চিঠি-পত্ৰ বা আন উপহাৰৰ যোগেদি অন্তৰৰ ভাব বিনিময় বা প্ৰেম নিবেদন কৰাটো সমাজত নতুন কথা নহয়। সংস্কৃত-সাহিত্যত নল ৰজাই হংসদূতৰ যোগেদি দময়ন্তীলৈ আৰু শঙ্কৰদেৱৰ 'ৰুক্মিণী-হৰণ' নাটত ৰুক্মিণীয়ে শ্ৰীকৃষ্ণলৈ পঠোৱা চিঠিত প্ৰণয়ভাৱ ব্যক্ত কৰাৰ উল্লেখ আছে। আমাৰ বিহুগীততো চিঠিৰ উল্লেখ মন কৰিবলগীয়া। বহুতে আকৌ প্ৰেমক কেন্দ্ৰ কৰি কাব্য-কৱিতাও ৰচনা কৰে। কৱি চৌধাৰীয়ে তাকেই প্ৰকৃতিৰ বিবিধ বস্তুৰ যোগেদি কেনে মনোৰমভাৱে দেখুৱাইছে ঃ—

সোণগুটি সোণাৰুৱে লই থোপামণি,
কনক কৱিতা ৰচি
দিছে প্ৰেম উপযাচি
ধৱল মেঘৰ বুকু তুলাপাতখনি ;
কত কাব্য-কথাৰেই হইছে গুৱনি।

দহিকতৰাক কৱিয়ে এগৰাকী নাৰী হিচাপে কল্পনা কৰিছে। দহিকতৰাৰ আগমনত বনবালাসকলে যেন কাষত মঙ্গল-ঘট লৈ অসমীয়া ন-কইনা এজনীৰ দৰে সজাইপৰাই দহিকতৰাক সাদৰি আনিছে—

কাষত মঙ্গল-ঘট ফুলৰ কৰ্ণাণ
মিলি যত বনবালা
পিন্ধাইছে বনমালা
বুকুত পিন্ধাই দিছে হুগ্‌হুগিখনি।

শীত কালৰ পিছত বসন্তৰ আগমন হয়। কিন্তু কৱিয়ে এই আগমনৰ কথা গতানুগতিকভাৱে বৰ্ণনা নকৰি বসন্ত কালক দৰা আৰু বহাগ মাহ তথা বহাগী আইদেউক কইনা হিচাপে কল্পনা কৰিছে। অসমীয়া সমাজত



আয়তীসকলে দৰাক সুৱাগুৰি তুলি ৰভাঘৰলৈ আদৰি নিয়া নিয়ম। অসমীয়া কৱিয়ে বসন্ত-দৰাৰ আগমনৰ সময়ত সুৱাগুৰি তোলাৰ কথা কবলৈ পাহৰা নাই। দহিকতৰাই যেন আয়তীৰ ৰূপত দৰাক আদৰি আনিছে—

আহিল বসন্ত দৰা লাহবাহ কৰি ;
আদৰি আনিলি তয়ে তুলি সুৱাগুৰি।

'বহাগীৰ বিয়া' কৱিতাতো একেভাবৰে প্ৰতিধ্বনি আছে—

কন্দৰ্পকুমাৰ প্ৰেমিক বসন্ত
আহিছে দৰাটি সাজি
বিবিধ সুৰত পৱিত্ৰ প্ৰেমৰ
উঠিছে বাজনা বাজি।

'বহাগীৰ বিয়া' কৱিতাত কৱিয়ে এফালে যেনেকৈ বসন্ত কালৰ ৰমণীয় প্ৰকৃতিৰ দৃশ্যৰাজি বৰ্ণনা কৰিছে, আনফালে তেনেকৈ অসমীয়া সমাজৰ বিয়াৰ চিত্ৰ এটিও নিখুতভাৱে অঙ্কন কৰিছে। বহাগী আইদেউ যেন সঁচাকৈয়ে এগৰাকী অসমীয়া জীয়ৰী। তেওঁৰ বিয়াত 'স্বৰগ মৰত' সকলো ঠাইতে আনন্দৰ ৰোল উঠিছে। প্ৰেমিক ভ্ৰমৰৰ মুখত বিয়াৰ বাতৰি পাই শিমলু, পলাশ, অশোক, মঁদাৰ, কামিনী, কাঞ্চন, চম্পা, নাহৰ আদিয়ে যেন পুৰণি কাপোৰ সলাই ন ন ৰূপত সাজিকাচি ওলাই আহিছে। বিয়াত সুগন্ধি আতৰ ছটিওৱাৰ দৰে মলয়া বতাহেও যেন ফুলৰ গোন্ধ বোকোচাত লৈ বিলাই ফুৰিছে। আকাশে তৰি দিছে হীৰক চন্দ্ৰতাপখনি আৰু বসুমতীয়ে পাৰি দিছে সেউজীয়া আসন। বিয়াত আয়তীসকলে মঙ্গল উৰুলি দিয়ে আৰু নানা গীত গায়। বহাগীৰ বিয়াতো যেন ফেঁহু চৰায়ে মঙল-উৰুলি দিছে আৰু দহিকতৰাই গীত গাইছে। সেইদৰে আন চৰাই-ৰূপী আয়তীসকলে যেন ৰভাৰ তলতে নিজৰ নিজৰ কাম কৰিছে।

বিয়া বুলিলেই ভাল সাজপাৰ লৈ নিজক শুৱনি কৰিবলৈ বিচৰাটো সকলো তিৰোতাৰে ধৰ্ম্ম। বিশেষকৈ কইনাক জোৰণ পিন্ধাব খোজা

তিৰোতাসকল এই বিষয়ত বেছি সজাগ। বহাগীৰ বিয়াতো যেন তিৰোতাৰ দৰেই—

পাটৰ চেলেং গাত মেৰিয়াই
পাটমাদৈ চুঁচিমাজি,
জোৰণ পিন্ধাব আহিল সুন্দৰী
পাটগাভৰুটি সাজি।

বিয়াত অসমীয়াৰ জোৰণ পিন্ধোৱা প্ৰথাটো কৰিয়ে প্ৰকৃতিৰ ৰূপ বৰ্ণনাৰ ছলতে কেনে মনোৰমভাৱে খাপ খুৱাই বৰ্ণাইছে! অকল ইমানেই নহয়, তলৰ বৰ্ণনাটোত অসমীয়া কইনা সজোৱা ৰীতিটো বৰ সুন্দৰভাৱে ফুটি ওলাইছে!

সোণবৰণীয়া ডবীয়া কাঞ্চন
সোণাৰু কনক চম্পা,
ৰচিলে ধুনীয়া বেণীৰ আকাৰে
কন্যাৰ লাহতী খোপা।
সিন্দূৰ ৰক্তিম অলকা তিলক
পিন্ধালেহি ঊষাৰাণী,
নিমজ গালত কুসুম ফুলৰ
দিলেহি ৰহণ সানি।
পিন্ধালে কাণত ডালিম ফুলৰ
বাখৰপতোৱা কেৰু,
হাত দুখনিত কুঞ্জলতিকাৰ
সোণখতা মুঠিখাৰু।
পিন্ধালে ময়ূৰে গোমচেং মেখেলা
ভমকাফুলীয়া চায়,
দিলে বুটা তুলি ফুলবছা ৰিহা
ৰচকী পখিলা বাই।



সাজিকাচি যেন আছে পাটৰাণী
গোলাপী শয্যাত বহি,
কিবা অপৰূপ ৰূপ-লাৱণ্যত
পেলালে জগত মুহি।

এইদৰে বহাগী আইদেউ কইনা সাজি পাটৰাণীৰ দৰে বহি থাকিল। প্ৰেমিক বসন্ত দৰাৰ ৰূপত ওলাই আহিল। দৰা আহি পালে কইনা ঘৰত উৰুলি-গীতৰ লগতে নানা মঙ্গল-বাদ্য বজোৱা হয়। নিপুণ কৰিয়ে 'বহাগীৰ বিয়া'ত তাকো কবলৈ পাহৰা নাই। দৰা অহাৰ লগে লগে—

মাৰিলেহি মেঘে ঢোলত চাপৰ
জিলিয়ে বজায় কালি,
টুনী বুলবুলি নাচে ছেৱে ছেৱে
হেটুলুকা ওজাপালি।

দৰা অহাত আয়তীস্বৰূপ কেতেকী, ভেটফুল, জলকুঁৱৰী আদিৰ হিয়া যেন আনন্দতে উপচি পৰিল। এইদৰে কৰিয়ে গোটেই কৱিতাটোৰ মাজেদি বসন্ত কালৰ বৰ্ণনাৰ লগতে অসমীয়াৰ বিয়াৰ ৰীতিনীতিৰ চিত্ৰ নিখুতভাৱে বৰ্ণনা কৰিছে।

অসমীয়াসকলৰ মাজত শৰাইত তামোল-পাণ, গামোচা আদি দি মান ধৰা বা নিমন্ত্ৰণ জনোৱা প্ৰথা এতিয়াও বিদ্যমান। এই প্ৰথাৰ কথাও কৰিয়ে 'দহিকতৰা'ত ব্যক্ত কৰিছে। দহিকতৰাৰ আগমনত—

'ফুলৰ কুঁৱৰীবোৰে
সাজি ৰং-ৰূপহেৰে
ফুলৰ শৰাই কত থানে থানে পাতি;
জনাইছে ব্যাকুলতা ইঙ্গিতেৰে মাতি।

লজ্জা নাৰীৰ ভূষণ স্বৰূপ। ভাৰতীয় তথা অসমীয়া নাৰীৰ লজ্জা নিবাৰণৰ প্ৰধান আভৰণ হ'ল ওৰণিখন। সেইহে আমাৰ কৰিয়ে সুদূৰ

বচ্‌ৰা ৰাণীৰ গুলবদন জুৰ পেলোৱা, সুদূৰ আৰব দেশৰপৰা অহা আৰু দিল্লীৰ বেগম নুৰজাহানৰ দিলবাহাৰা গোলাপ ফুলৰ সৌন্দৰ্য্য বৰ্ণোৱাতো অসমীয়া ৰমণীৰ সৌন্দৰ্য্যাভৰণ ওৰণিখনৰ কথা পাহৰা নাই—

শ্যামলী পাটৰ ওৰণি গুচাই,
কাৰ ফালে চাই মাৰিলি হাঁহি ?

'নৰমল্লিকা'ৰ অন্তৰ্গত 'চন্দ্ৰমল্লিকা' কথা-কৱিতাতো কৰিয়ে কেতেকী ফুলৰ ওৰণিৰ কথা কৈছে—"শ্যাম কুঞ্জছায়াৰে পৰিবৃত ৰঙ্গমঞ্চৰপৰা সুৰাগী কেতেকী পাহিটিয়েও এবাৰ ওৰণিখন আঁতৰাই কেৰাহিকৈ চাই ললে ।"

ভাবৰ ফালৰপৰা ইংৰাজী কৱিতা The Sands of the Deeৰ লগত সদৃশ্য দেখা গলেও 'ছায়াচিত্ৰ' কৱিতাত কাষত কলহ লৈ নৈৰ পানী আনিবলৈ যোৱা ৰূপহী গৰাকীৰ চিত্ৰ কৰিয়ে জাতেপাতে অসমীয়া কৰি তুলিছে, যেন পানী আনিবলৈ যোৱা লুইতপৰীয়া কোনো এগৰাকী অসমীয়া গাভৰুহে ।

দীপ্‌লিপ্‌ এটী গাভৰু ছোৱালী
কাষত কলহ লই
নৈৰ পাৰত আবেলি পৰত
নিতৌ ওমলে গই ।
ধীৰ বতাহত নাচে ঠেও ধৰি
দীঘলীয়া চুলিটাঁৰ ;
ঢউ খেলি খেলি উৰি উৰি যায়
ৰিহাৰ আঁচল গাৰ ।
কোনেও নুসুঙা ফুলবোৰ ছিঙি
কোঁচত ভৰাই লই,
পানীৰ সোঁতত এটি এটি কৰি
উটুৱাই দিয়ে গই ।



'দহিকতৰা' আৰু 'সাদৰী'ৰ দৰে নিৰুপম চৰাই-কাব্য 'কেতেকী'তো অসমীয়া জীৱনৰ চিত্ৰ প্ৰতিফলিত হৈছে। ইয়াতো কৰিয়ে বৰ্ণনা ক্ষেত্ৰত অপূৰ্ব্ব দক্ষতা দেখুৱাব পৰিছে। কেতকী চৰাইটো 'সদানন্দধাম'ৰ পৰা জ্বালা-যন্ত্ৰণাময় সংসাৰলৈ অহাৰ কাৰণ কৰিয়ে প্ৰথমে এই বুলি নিৰ্দ্দেশ কৰিছে যে চৰাইটোৱে যেন কাৰোবাৰ আহুদি পাইহে আহিল—

বাপ মাৰ ভাই সৰাকো এৰিলি
এৰিলি ওপজা ঠাই,
গছ-পাতে সজা ঘৰটি এৰিলি
কাৰ কি আহুদি পাই ?

অসমৰ কোনো কোনো ঠাইত আৱশ্যকমতে ছোৱালীক আহুদি খুৱাই পলুৱাই নিয়া হৈছিল বুলি এটি কথা চলি আছে। এতিয়াও বহু লোকে আহুদিৰ শক্তিক বিশ্বাস কৰে। বিহুগীততো আহুদি কৰাৰ উল্লেখ পোৱা যায় ঃ—

আহোঁ কেঞাবনে যাওঁ কেঞাবনে
কেঞাবনে কাটিলে গা ।
থুৰিয়া তামোলত আহুদি কৰি
পানীত পৰি নুজুৰায় গা ॥

কেতেকীৰ মাত শুনি এপিনে যেনেকৈ দহিকতৰাই প্ৰেমৰ ৰাগীত মতলীয়া হৈ সেই গীতটোকে আওৰাইছে আৰু বিলৰ দাঁতিত পানী-যুঁৰলিত থকা ডাউক চৰায়ে ললিত ঝঙ্কাৰে ৰাগ টানিছে, আনপিনে তেনেকৈ কেতেকীৰ প্ৰেম-গীতত বুঢ়া লুইতৰো ক্ষীণ গা নাচি উঠিছে— দহিকতৰাৰ মাতত বুঢ়া আজাৰৰ চমক ভগাৰ দৰে। অকল ইমানেই নহয়, কেতেকীৰ মাতত অসমীয়া লাজুকী বোৱাৰীহঁতেও তন্ময় হৈ তাঁত ববলৈ এৰে—হাতৰ মাকো হাততেই ৰয়। যঁতৰত সূতা কাটিবলৈ লোৱা জীয়ৰী

ছোৱালীবোৰৰো একে অৱস্থা ঃ—

তোৰ মাত শুনি লাজুকী বোৱাৰী
ববলই এবে তাঁত,
হাতৰ মাকোটি হাতেতেই বয়
হেৰায় মুখৰ মাত!
সেই সুৰতেই জীয়াৰী ছোৱালী
আপোনপাহৰা হয়,
যঁতৰত থকা মহুৰা কাঠীটি
যঁতৰতে লাগি বয়।

কেনে হৃদয়গ্ৰাহী বৰ্ণনা! কৱিয়ে চৰাইৰ কথা বৰ্ণাওতে অসমীয়া ঘৰুৱা জীৱনৰ চিত্ৰ কেনে দক্ষতাৰে অঙ্কন কৰিছে! বৰ্ণিত চিত্ৰবোৰ স্থানোপযোগী হৈছে আৰু ইয়াতেই কৱিৰ অসামান্য মৌলিকত্ব প্ৰকাশ পাইছে। এই প্ৰসঙ্গত দিয়া ডঃ বাণীকান্ত কাকতিদেৱৰ এষাৰি উক্তি প্ৰণিধানযোগ্য—"মৌলিক প্ৰতিভাৰ লক্ষণেই এনেকুৱা য'ত বৰ্ণিত চিত্ৰবোৰ সদায় স্থানোপযোগী কৰি তোলে; সকুস্থৰা লিখকসকলৰ দৰে যদি বোৱাৰীক নাটক-উপন্যাস পঢ়ি থকা বুলি কলেহেঁতেন, তেনেহলে সেইটো ইমান মৰ্ম্মস্পৰ্শী নহ'লহেঁতেন। তাত বাজেও ইয়াত জাতীয় বা স্থানীয় সত্যৰ অভাৱ অনুভৱ কৰিব লাগিলহেঁতেন।"

এইদৰে চৌধাৰীদেৱৰ বিবিধ কৱিতাত অসমীয়া জীৱনৰ চিত্ৰ মনোৰমভাৱে ফুটি ওলাইছে।

চৌধাৰীদেৱৰ গদ্য-পুথি 'নৱমল্লিকা'ৰ কেবাখনি ৰচনাতো অসমীয়া গাঁৱলীয়া জীৱনৰ চিত্ৰ প্ৰকাশ পাইছে। 'প্ৰেমৰ জয়' ৰচনাখনিত প্ৰেমৰ জয়গান ঘোষিত হোৱাৰ লগতে অসমীয়া খেতিয়কৰ পাম এখনিৰ চিত্ৰও অঙ্কিত হৈছে। ডেকা বাপুৱে সাতদলা বিলৰ ওচৰত পাম ধৰি খেতি কৰা, মেকুৰী, কপৌ, শালিকা পোহা, খেকেকুঁপতীয়াই খেকেকুঁৰে চৰাই চিকাৰ কৰা আদিৰ বৰ্ণনাত বাস্তৱতাৰ পৰশ আছে।



'মৌন বেদনা'তো অসমৰ পথাৰ, গছ, শিল, নদী, মাছ আদিৰ চিত্ৰ ৰূপায়িত হৈছে। 'জীৱনৰ হাবিয়াস'ত অসমীয়াৰ লোক-বিশ্বাসৰ আভাস পোৱা যায়। কিবা হেৰালে অসমীয়াই মঙল চায়, গোসাঁই-গোসাঁনীলৈ ঠগী, কল আদি আগ কৰে। কৱিয়ে ভকতদাহ দিহদাৰৰ কামৰ যোগেদি তাকেই দেখুৱাইছে। গৰু এজনী হেৰালত দিহদাৰে "মঙলতীৰ হতুৱাই মঙলো চোৱাইছে; সচংঘৰত চাকি এগছে সৈতে ঠগী এখনো আগ বঢ়াইছে। ৰাজহুৱা গোসাঁইঘৰত পকা মনুহৰ কল এঠোকে সৈতে এভাগ কেঁচা ভোগ দিবলৈ মানস কৰি ছৰতীয়া এটি সোথা তুলি থাপনাত থৈ দিছে।"

'গছা আৰু চাকি'ত অসমীয়া নামঘৰৰ এটি সুন্দৰ চিত্ৰ আছে। 'খদা আৰু জাপি'তো অসমীয়া ঘৰুৱা জীৱনৰ চিত্ৰই বিদ্যমান। স্বয়ং খদা আৰু জাপি শব্দ দুটিয়ে অসমীয়া গাঁৱলীয়া সমাজত বিশেষভাৱে ব্যৱহৃত আৰু অতি প্ৰয়োজনীয় দুটি বস্তুৰে ইঙ্গিত দিয়ে। অসমীয়াই কেনেকৈ বাঁহৰপৰা খদা আৰু জাপি সাজি ব্যৱহাৰ কৰে আৰু শেষত খদা-জাপিৰ কি অৱস্থা হয় তাৰো বৰ্ণনা আছে।

এইদৰে অসমীয়া গাঁৱলীয়া জীৱনৰ লগত চৌধাৰীদেৱৰ নিবিড় সম্বন্ধৰ কথা নৱমল্লিকাৰ পৰাও জানিব পাৰি। নৱমল্লিকাৰ ৰচনাবোৰৰ বিষয়বস্তু অসমৰ প্ৰকৃতি আৰু গাঁৱলীয়া সমাজ। ওপৰত কেইটিমান বিষয়বস্তুৰ আভাস দিয়া হৈছে। ইয়াৰ উপৰি ভকতদাহ দিহদাৰ, দেউৰাম মহন্ত, গেঠুৰাম লগুৱা, থুলুকি বেটী আদি নাম আৰু 'কাণীধেন্দেলী', 'যত কুটৰ ঘাই', 'এলান্ধুকলীয়া বেটী', 'জহনীযাতী' আদি নিন্দাসূচক কথা বা গালিও জাতেপাতে অসমীয়া। 'খদা আৰু জাপি'ত দিয়া থুলুকি বেটীৰ চেহেৰাৰ বৰ্ণনাটোৱে কৱিৰ বৰ্ণনা শক্তিৰ লগতে গাঁৱলীয়া হোজা, গেন্ধেলী তিৰোতা এগৰাকীৰ চিত্ৰহে মনলৈ আনে—"তাইক দূৰৈত দেখিলে ওকালি আহিব খোজে। মূৰটো জপৰা ঠিক যেন কোটোহা বাঁহৰ মূঢ়াটো। চুলিবোৰ কুটকুৰা। মূৰে কাহানিও তেল এটুপি দেখা নাই। কাকৈ, জট ভঙাৰ চুলিৰ লগত সম্বন্ধ

নাই। ভালেটোহে গৰখীয়া লৰাবোৰে জোকাই ফুৰে—'থুলুকিৰ মূৰত কপৌৰ বাহ!' ধুতি গাৰে নাথাকে, তিনিটামান সীয়নি, সেইখনেই তাইৰ তিয়নী। মাহুদিবুলীয়া কাপোৰ ছখন জাৰে-জহে সমানে গাৰপৰা-মুগুচে। থুপৰীজনী, নিতৌ মহন্তনী আইদেউৰ কিলটো, ভুকুটো, মুখত খকৰামুকুটিটো, বুটিবাঢ়নীৰ খোচটো লাগিয়েই আছে। তেওঁ তাইৰ লাজ নাই। হাউলিটোৰ গেলা-পচা বস্তু, জেং-জাবৰ, সৰু সৰু ল'ৰা-ছোৱালীৰ লাদ, গোহালিৰ গোবৰ মেচা কঁকালটোৰে কঢ়িয়াই ফুৰোঁতে দিন যায়।"

চৌধাৰীদেৱৰ শব্দ-প্ৰয়োগ, উপমা, খণ্ডবাক্য আদিৰ ব্যৱহাৰেও অসমীয়া জীৱনৰ কথাকে সোঁৰৰাই দিয়ে। যেনে :—

(১) আঁচুবুলীয়া কাপোৰৰ ঘিলাডুঙীয়া চক। ( খদা আৰু জাপি )
(২) সৰগৰ তৰা আৰু পিটনিৰো তৰা। ( খদা আৰু জাপি )
(৩) মহৰ শিং কঁপোৱা জাৰ। ( খদা আৰু জাপি )
(৪) অকলশৰীয়া একণীয়া পাৰ। ( জীৱনৰ হাবিয়াস )
(৫) পানীৰ মিঠৈৰে লাৰু সাজে। ( মৌন বেদনা )
(৬) বোন্দাপৰ দি থকা। ( প্ৰেমৰ জয় )
(৭) লাভে বেং, অপচয়ে ঠেং। ( প্ৰেমৰ জয় )
(৮) সি সপোনপুৰীত কল্পনাৰ জাল গোঁঠে, ফাটি যায়। আকৌ গুঠিবৰ চেষ্টা কৰে ; টোহলিৰ সূতা শেষ হয়। ( এলাগী বন )
(৯) লালোডিঙা হৈ টাকুৰী ঘূৰাদি ঘূৰি ফুৰিছে। ( এলাগী বন )

এনে উদাহৰণ চৌধাৰীদেৱৰ বহু কৰিতাতো পোৱা যায়। যেনে,— 'কেঁচাসোণ যেন ৰূপ,' 'ভালুকৰ সাডি,' 'কিলৰ গাৰু,' 'ডলাৰ বগৰী,' 'মায়াৰ কুণ্ড,' 'ওৰ ফুল যেন চকু' ইত্যাদি। ইয়াৰ উপৰি চৌধাৰীদেৱে এনে বহুতো শব্দ নিপুণভাৱে প্ৰয়োগ কৰিছে যিবোৰৰ প্ৰচলন গাঁৱলীয়া সমাজতহে অধিক আৰু এই সকলোবোৰে নিসন্দেহে বিহগী কৰি চৌধাৰীদেৱৰ অসমীয়া সমাজৰ লগত থকা নিগূঢ় সম্বন্ধৰে পৰিচয় দিয়ে।

———

# ছন্দ আৰু অলঙ্কাৰ

ভাৰতীয় আলঙ্কাৰিকসকলে এটা অলঙ্কাৰৰ নাম থৈছে 'স্বভাৱোক্তি'। নামটোতেই ওলাই পৰে যে তাত অলঙ্কাৰ এটা পাৰিভাষিক শব্দহে। স্বভাৱোক্তি মানেই হ'ল অলঙ্কাৰ বৰ্জিত ভাষা। অৰ্থাৎ ৰূপক, যমক, অনুপ্ৰাস অতিশয়োক্তিৰ কেৰুমণি থুৰীয়া নিপিন্ধাকৈয়ে কাব্য-সুন্দৰীয়ে কাব্যৰসিকৰ হিয়া কাঢ়ি নিব পাৰে। উত্তৰত কোৱা হ'ল, অলঙ্কাৰ মানে কাব্যৰ বাহ্যিক ভূষণ নহয়, অলঙ্কাৰ সৌন্দৰ্য্যৰেই সমাৰ্থক। 'সৌন্দৰ্য্যম্ অলঙ্কাৰঃ' অৰ্থাৎ যি বাক্যত উপমা ৰূপক, উৎপ্ৰেক্ষা আদি কোনো অলঙ্কাৰ নাই, সিও এক অনাড়ম্বৰ সৌন্দৰ্য্যৰ মহিমাৰে অলঙ্কৃত হয়। সেই সৌন্দৰ্য্যই অলঙ্কাৰ। গতিকে "কাব্যং গ্ৰাহ্যম্ অলঙ্কাৰাৎ।" এইবোৰ হ'ল বিশেষজ্ঞৰ কথা। আমি সাধাৰণ মানুহ জীয়াই থাকোঁ, উশাহত বতাহ টানি লৈ। বিশেষজ্ঞসকলে কয় বোলে নহয়, অক্সিজেনহে টানি লোৱা তোমালোকে। কিন্তু বিশুদ্ধ অক্সিজেনৰ বাবে হাবাথুৰি খাব লাগে কেতিয়া ? যেতিয়া ৰোগী পৰি থাকে অস্ত্ৰোপচাৰৰ শয্যাত। আমাৰ দৈনন্দিন জীৱন-যাত্ৰাৰ বাবে বতাহেই যথেষ্ট। আৰু কাব্যক অস্ত্ৰোপচাৰৰ মেজত শুৱাই লৈ কাব্যৰসৰ আস্বাদন 'শিৰসি মা লিখ! মা লিখ!'

'স্বভাৱোক্তি'ক পাৰিভাষিক অৰ্থত অলঙ্কাৰ বুলি গ্ৰহণ কৰাৰ আগতে এটা কথা ভাবি চাবৰ মন যায়, কৰিতা প্ৰকৃততেই 'স্বভাৱোক্তি' নে ? অৰ্থাৎ ভাষাৰ যিটো ৰূপে আমাৰ প্ৰাত্যহিক জীৱন ধাৰণৰ কাৰ্য্য-কলাপ সাধনত সহায় কৰে, তাৰে সৈতে কাব্যৰ ভাষা একেনে ? কথাটোৰ আৰু অলপ ভিতৰলৈ সোমাব পাৰি। ভাৱাবেগে জুমুৰি দি ধৰা ভাষাৰ লগত ভাবিচিন্তি সুস্থিৰে লোৱা কথাৰ জানো প্ৰভেদ নাই ? ভাষাৰ এই ছুই ৰূপেই আমাক সাহিত্যৰ ছুটা ৰূপ দিছে। এটাৰে আমি কোনো কথা আনক বুজাব খোজোঁ ; তাৰ আবেদন মস্তিষ্কৰ প্ৰতি। সি হ'ল

চিন্তাধৰ্ম্মী সাহিত্য, প্ৰবন্ধ নিবন্ধ আদি। আনবিধ হ'ল কল্পনাধৰ্ম্মী সাহিত্য, তাৰ আবেদন হ'ল হৃদয় অভিমুখী। ডি. কুইন্সিয়ে এই দুই শ্ৰেণীৰ সাহিত্যৰ নাম দিছে Literature of Knowledge আৰু Literature of Power. ভাৱাই হৃদয়ামুখী যাত্ৰাত যি ৰূপ লয়, তাৰ লগত চিন্তামুখী ভাষাৰ বহুতো প্ৰভেদ।

গুণৰ ফালৰপৰা বিচাৰ কৰিলে নিবন্ধন সাহিত্যৰ প্ৰয়োজন মাত্ৰ এটা গুণৰ কাৰণে। প্ৰসাদ গুণ থাকিলেই অৰ্থাৎ বাচ্য স্পষ্টৰূপে প্ৰতীয়মান হ'লেই নিবন্ধৰ কাৰ্য্য সিদ্ধি হয়। কিন্তু কাব্য ত্ৰিগুণাত্মক হব নোৱাৰিলে তাৰ আবেদন অসম্পূৰ্ণ হৈ থাকে। তাৰ ভিতৰত কৱিসকলৰ দ্বিতীয় গুণ অৰ্থাৎ মাধুৰ্য্যৰ প্ৰতি যেন পক্ষপাতিত্ব বেছি। কৱিতাক কোমল বস্তু বুলিয়েই ভবাটো আমাৰ অভ্যাস। সেই বাবেই সম্ভৱতঃ কৱিতা, বণিতা আৰু লতাক একে শাৰীতে থোৱা হয়। ভাষাক মাধুৰ্য্য দান কৰিবৰ বাবে কৱিসকলে কিছুমান উপায়ৰ ব্যৱহাৰ কৰে। কৱিতা ৰচনাৰ সময়ত এটা বস্তু ব্যৱহাৰ কৰে তাৰ নাম ছন্দ। তাতে আকৌ কোনোৱে যোগ দিয়ে আন এটা বস্তু 'মিল'। আনফালে আকৌ আন কিছুমান উপায়েৰে কব খোজা কথাখিনি সজাই-পৰাই তোলে ; ভাষাক অলঙ্কাৰ পিন্ধায়। কিয় কৰা হয় ?

ছন্দৰ কথাটো বুজিবলৈ টান নহয়। ছান্দসিকসকলে কব খোজে ভাবাবেগে উন্নীত কৰা সাধাৰণ কথা-বতৰাৰ মাজতো ধ্বনিৰ উত্থান-পতনে ছন্দ-হিল্লোলৰ জন্ম দিয়ে। আকৌ কোনোজনে কয়, একেৰহীয়াকৈ কৰা কামত আপোনা-আপুনি এটা ছন্দৰ জন্ম হয়, শ্ৰম লাঘৱৰ সহায়ক ৰূপে। আৰু এচামে আকৌ বেছিকৈ ভাবি কব খোজে যে শিল্পসৃষ্টিৰ উদ্দেশ্য হ'ল কৱিৰ মনৰ অনুভূতিবোৰ শ্ৰোতাৰ মনত উজ্জীৱিত কৰা। ছন্দৰ সন্মোহিনী শক্তিয়ে এটা মায়াময় পৰিবেশৰ সৃষ্টি কৰি কৱিতা নামৰ 'মেজিক'টোৰ এই অনুভূতি বিনিময় কাৰ্য্যত সহায় কৰে। সকলোবোৰ তত্ব চালি জাৰি অন্ততঃ এটা কথাত উপনীত হব পাৰি যে ছন্দ নামৰ বস্তুটো মানুহে সভ্যতাৰ আদি স্তৰতেই, আনকি লিখিত ভাষাৰ



আগতেই আৱিষ্কাৰ কৰা প্ৰীতি উৎপাদক উপায়—তাকে ব্যৱহাৰ কৰি সিহঁতে গীত-মাত-কাব্য আদিৰ সৃষ্টি কৰিব পাৰিলে। যুক্তি থাকক নাথাকক, তাৰ অস্তিত্ব আছে। অন্ততঃ ৰীতি হিচাপে তাৰ মূল্য আছে। দেশে দেশে, কালে কালে এইটোৱে বেলেগ বেলেগ ৰূপ লৈছে। অলঙ্কাৰৰ বেলিকা ?

কোনোৱে কয়, মানুহৰ ভাষা স্বভাৱতেই অলঙ্কাৰধৰ্ম্মী। কাৰোবাৰ মাত মিঠা লাগে, কোনোৱে খঙত জ্বলি উঠে, কাৰোবাৰ কথাত 'চোক' থাকে, অনুনয়-বিনয় কৰিলে কাৰো মনটো গলি যায়। এইবোৰ যে অলঙ্কাৰযুক্ত ভাষা সেই কথা আমাৰ মনলৈ আহিবই নোখোজে। (তেনেহলে 'স্বভাৱোক্তি' বস্তুটো পোৱা টানেই হ'ব ?) কিন্তু ভাষাৰ এই স্বাভাৱিক অলঙ্কাৰধৰ্ম্মিতাৰ কথা এৰি দিলেও কৱিসকলে ইচ্ছা কৰিয়েই ভাষাক সজায়। ৰবীন্দ্ৰনাথে ক'বৰ দৰে মাকে যিদৰে কেঁচুৱাক সজাই ভাল পায় সেইদৰেই। কিন্তু এই সাজ-সজ্জা কৰাটোৱেই জানো মাকৰ গোটেই মৰমখিনি ? আচল কথা হ'ল, সাজসজ্জাতো মাকৰ মৰম লুকাই থাকে ; অলঙ্কাৰতো কাব্যত্ব থাকে অথবা ভাষাৰ আলঙ্কাৰিক প্ৰয়োগ কাব্যৰ ধৰ্ম্ম। সেই অৰ্থত স্বভাৱোক্তিও অলঙ্কাৰেই।

আতা অৰ্থাৎ শ্ৰীযুত ৰঘুনাথ চৌধাৰীদেৱৰ কৱিতা আমি পঢ়িছোঁ। আখৰজোটনি শিকাৰ দিনৰপৰাই।

নিচিনো তোমাক ক'ত আছা প্ৰভু
আমি অতি সৰু লৰা।

এই কৱিতাটো মুখস্থ নথকা অসমীয়া মানুহ কম ওলাব বোধ কৰোঁ। সেইদৰেই 'ভিক্ষা' কৱিতাটো নপঢ়া মানুহৰ নামৰ তালিকা এখন বেছি ডাঙৰ নহ'ব। ৰঘুনাথ চৌধাৰীৰ কৱিতা মানুহে পঢ়ে কিয় ? 'মন্দ মন্দ মকৰন্দ মদ গন্ধে' আদি পংক্তিৰ অনুপ্ৰাসৰ কাৰণে নে 'অয়ি অনৱগুণ্ঠিতা ফুল্লশিখৰিণী' আদি পংক্তিৰ ধ্বনি—গাম্ভীৰ্য্যৰ কাৰণে ? গম্ভীৰ হওক কোমল হওক, ৰঘুনাথ চৌধাৰীৰ কৱিতাৰ প্ৰকৃত

বৈশিষ্ট্য হৈছে সৰলতা। অলঙ্কাৰ চপল চটুল নাগৰিকতা ৰঘুনাথ চৌধাৰীৰ বৈশিষ্ট্য নহয়। ৰঘুনাথ চৌধাৰীয়ে কেনেকৈ কৈছে সেইটো প্ৰধান নহয়—কেনেভাৱে অনুভৱ কৰাৰ কাৰণে তেনেকৈ কৈছে, সেইটোহে তেওঁৰ কৰিতাৰ প্ৰাথমিক আবেদন। তেওঁৰ কৰিতা ৰূপক-যমক-উৎপ্ৰেক্ষাৰে অযথা ভাবাক্ৰান্ত নহয়। তেওঁৰ প্ৰাথমিক অলঙ্কাৰসমূহ হ'ল স্বভাৱোক্তি, সমাসোক্তি আৰু উপমা। সেইবাবেই মন কৰিব লগীয়া যে তেওঁৰ 'উপমা' কৰিতাটিত এটা নে দুটাহে উপমা আছে। বাকীবোৰ 'স্বভাৱোক্তি' অৰ্থাৎ নৈসৰ্গিক সৌন্দৰ্য্যৰ কাব্যিক বৰ্ণনা। ইংৰাজ সমালোচকে সেইবোৰক Image ( কল্পচিত্ৰ ) নাম দিয়েই ক্ষান্ত থাকিলহেঁতেন। দৰাচলতে প্ৰাচীন পদ্ধতিৰে ৰঘুনাথ চৌধাৰীৰ কাব্যত অলঙ্কাৰৰ সন্ধান কৰাতকৈ আধুনিক ধাৰাৰে কল্পচিত্ৰৰ চৰিত্ৰ নিৰ্ণয় কৰাটোহে বেছি ফলপ্ৰসূ হ'লহেঁতেন। কাৰণ ৰঘুনাথৰ কাব্য অসমীয়া সাহিত্যৰ বুকুলৈ অহা পাশ্চাত্যৰ সোঁত এটিৰ এটি সাৱলীল তৰঙ্গ।

এটা কথালৈ লক্ষ্য কৰিলে ভাল লাগে যে ৰঘুনাথ চৌধাৰীৰ কৰিতা কাব্যিকতাময় অলঙ্কাৰবিন্যাস নহয়। তেওঁৰ কৰিতা দাশুৰায়ৰ পাঁচালিৰ দৰে চটুল, যমক, অনুপ্ৰাসৰ কোলাহল নহয়। আনকি বিদ্যাপতিসুৰীয়া নাগৰিকতাৰ আস্বাদো তেওঁৰ কৰিতাত নাই। 'মন্দ মন্দ মকৰন্দ'ত যি ধ্বনি সৌষম্য আছে, সিয়েই কৰিতাটোৰ একমাত্ৰ উপজীব্য নহয়। তাৰ অন্তৰ্নিহিত বসন্ত অনুভূতিহে কৰিতাটোৰ সাৰমৰ্ম্ম। শব্দালঙ্কাৰৰ প্ৰতি কৱিৰ কোনো পক্ষপাতিত্ব নাই। কাৰণ যমক, শ্লেষ আদি অলঙ্কাৰ প্ৰকৃততে একোটা বুদ্ধিৰ খেলাহে। ৰোমান্টিক কৰিতাত বুদ্ধিতকৈ অনুভূতিৰহে প্ৰাধান্য বেছি। যমকৰ উদাহৰণ ৰঘুনাথ চৌধাৰীৰ কৰিতাত কেইটামানহে বিচাৰি পোৱা যাব। কাৰবালা কাব্যত এটি পংক্তিত আছে—শোভি আছা তুমি কাৰবালা 'কাৰবালা'! ( কাৰবালা = কাৰ জীয়াৰী ; 'কাৰবালা' = মৰুভূমি এখনৰ নাম ) কিন্তু এই যমকটিও প্ৰকৃততে 'সমাসোক্তি' নামৰ এটা অলঙ্কাৰৰ আশ্ৰয়তেইহে



গঢ়লৈ উঠিছে। এই সমাসোক্তিৰ প্ৰভাৱ ৰঘুনাথ চৌধাৰীৰ কাব্যত অতি প্ৰবল।

সমাসোক্তি ৰূপক আশ্ৰিত অলঙ্কাৰ। ভাৰতীয় সূত্ৰমতে প্ৰস্তুতৰ ওপৰত অপ্ৰস্তুতৰ গুণ আৰোপ কৰিলেই এই অলঙ্কাৰ সিদ্ধ হয়। সৰলভাৱে চালে সমাসোক্তিত উপমেয়ৰ ওপৰত উপমানৰ উল্লেখ নকৰি কেৱলমাত্ৰ উপমানৰ ব্যৱহাৰ বা স্বভাৱহে আৰোপ কৰা হয়। ইংৰাজ সমালোচক ৰাস্কিনে প্ৰায় সমধৰ্ম্মী এটি অলঙ্কাৰৰ নাম থৈছে Pathetic fallacy ( আনুভূতিক ভ্ৰান্তি )। নিৰ্জ্জীৱ বস্তুৰ মনুষ্যসুলভ ব্যৱহাৰ এই অলঙ্কাৰৰ বৈশিষ্ট্য। 'কাৰবালা' শব্দটো লৈ যি দুই অৰ্থৰ অৱতাৰণা কৰা হৈছে, সি স্বৰূপতে মৰুভূমিখনত মানৱ-কন্যাৰ গুণ বা ব্যৱহাৰৰ আৰোপহে। ৰঘুনাথ চৌধাৰীৰ কাব্যত সমাসোক্তি বা প্ৰায় অনুৰূপ গুণবিশিষ্ট য়ুৰোপীয় Personification বা Pathetic fallacyৰ স্থানৰ বিষয়ে ব্যাপক আলোচনাৰ প্ৰয়োজন।

শব্দালঙ্কাৰৰ ভিতৰত ৰঘু-কাব্য অনুপ্ৰাস আৰু প্ৰায় একেই স্বভাৱৰ ধ্বনি অনুৰণন ( onomatopoeia ) অলঙ্কাৰৰ প্ৰাধান্য। তেওঁৰ এটা সম্পূৰ্ণ কৰিতা মাধুৰী 'ম' আৰু 'ন'ৰ অনুপ্ৰাসৰ ভিত্তিতেই ৰচা। কিন্তু কেৱল অনুপ্ৰাসৰ ব্যঞ্জনাই কৱিৰ উদ্দেশ্য হোৱা হলে আমি স্তৱকে স্তৱকে বিভিন্ন ব্যঞ্জন ধ্বনিৰ অনুপ্ৰাস আশা কৰিব পাৰিলোহেঁতেন। ( এইখিনিতে এটা কথা স্পষ্ট কৰি থোৱা ভাল যে অনুপ্ৰাস কেৱল মাত্ৰ ব্যঞ্জন ধ্বনিৰেইহে হয়। ইংৰাজীৰ Apt alliteration's artful aid অনুপ্ৰাস নহয়। ) কেৱল মাত্ৰ 'ম' আৰু অলপ পৰিমাণে 'ন'ৰ অনুপ্ৰাসৰ এটা কাব্যিক প্ৰয়োজন আছে এই কৰিতাটিত। 'মাধুৰী' বসন্তৰ কৰিতা। মধুপৰ গুঞ্জন ধ্বনিৰেই কৱিৰ বসন্ত বৰ্ণনা আৰম্ভ হৈছে। সেই বাবে এটি 'ধ্বনি-অনুৰণন'ৰ ইঙ্গিত দেখা গৈছে প্ৰথম স্তৱকতে। মৌমাখিৰ গুণ-গুণনিয়েই যেন সেই কৰিতাটোৰ আৰহ সঙ্গীত যেন তানপুৰাৰ স্থায়ী স্বৰ। গতিকে 'ম' আৰু 'ন'ৰ ধ্বনিৰ মাজতেই কৰিতাটিৰ আৰম্ভ আৰু সমাপ্তি।

আনৰপৰা নকল কৰিলে বোলা হয় কুম্ভিলক বৃত্তি। সি হেনো দোষণীয়। কিন্তু নিজৰ ৰচনাৰ ধৰণ নিজে অনুকৰণ কৰিলেও এটা দোষ ঘটে। সেই দোষটোৰ নাম ইংৰাজীত monotony ৰঘু চৌধাৰীৰ 'মাধৱী' কৱিতাটোও যদিও একেদৰেই 'ম' অনুপ্ৰাসেৰে পূৰ্ণ, তথাপি 'মাধুৰী' কৱিতাৰ মাধুৰ্য্য তাত নাই। কাৰণ তাত 'ম' ধ্বনিৰ বিশেষ কোনো ধ্বনি অনুৰণনৰ আশ্ৰয় নাই। মই সদায় ভাবোঁ 'মাধুৰী' কৱিতাৰ কৃতকাৰ্য্যতাত কৱি আত্মহাৰা হৈ ঠিক তেনে ধৰণৰে যেন আৰু এটি কৱিতা লিখিব খুজিছিল; কিন্তু সি ঠিক কাব্য নহ'ল—হ'ল চিত্ৰকাব্য, কাব্যৰ অনুকৰণ।

অনুপ্ৰাস, ধ্বনি অনুৰণন এইবোৰ যিমানে মধুৰ নহওক, সিহঁত কেৱল মাত্ৰ অলঙ্কাৰ। কাব্যৰ দেহ-সৌষ্ঠৱ নহয়। আনকি উপমাও বহুত ক্ষেত্ৰত অলঙ্কাৰ মাত্ৰ। কিন্তু এই কৱিজনৰ হাতত সমাসোক্তি নামৰ অপেক্ষাকৃত গৌণ অলঙ্কাৰ এটি কাব্যৰ মূল সুৰ যেন হৈ পৰিছে।

উদাহৰণ স্বৰূপে 'বহাগীৰ বিয়া' কৱিতাটিকে লোৱা যাওক। তাত বহাগ মাহটো এটি মানৱ-কন্যা। তেওঁৰে বিয়াৰ বাবে গোটেইখন উছলিমুছলি। গছ-লতা, বন-বিৰিখ, চৰাই-চিৰিকতি সকলোৱে সেই বিয়াৰ বিভিন্ন মাঙ্গলিক কাৰ্য্যত লিপ্ত। বিয়াখনৰ বৰ্ণনাৰপৰা চৰাই-চিৰিকতি, গছ-লতাৰ নামবোৰ বাদ দিয়ক, দেখিব সেইখন এখন সম্পূৰ্ণ মানুহৰ বিয়া। গছ-লতা, ঋতু-প্ৰকৃতি সকলোবোৰেই মানুহৰ দৰে ব্যৱহাৰ কৰিছে। গোটেই কৱিতাটো এটা জটিল 'সাঙ্গৰূপক' হিচাপে চাব খুজিলে আলঙ্কাৰিক বিব্ৰত হৈ পৰিব। প্ৰত্যেকটো বস্তুৰ উপমান আৰু উপমেয় অতি জটিলভাৱে সাঙোৰ খোৱা। কিন্তু প্ৰকৃতিৰ ওপৰত মানুহৰ গুণ বা ব্যৱহাৰ আৰোপ কৰিছে বুলি কলেই কৱিতাটোৰ আলঙ্কাৰিক ভিত্তিটো উপলব্ধি কৰিব পৰা যাব। দৰাচলতে গোটেই 'বহাগীৰ বিয়া' কৱিতাটো এটা ব্যাপক Personificationৰ ভিত্তিত গঢ়ি উঠা। Personificationও একপ্ৰকাৰ সমাসোক্তিয়েই।



ইউৰোপীয় মানুহৰ বাবে নিৰ্জীৱৰ গাত মানৱীয় গুণ আৰোপ কৰাটো ভ্ৰান্তি ( fallacy ); কিন্তু ভাৰতীয় জীৱন আদৰ্শত ই তেনেই সাধাৰণ সত্য। গছ-লতা সকলোতে প্ৰাণৰ সঙ্কেত আমাৰ কৱিয়ে সেইবাবে সহজেই পাব পাৰে। গতিকেই 'সমাসোক্তি'ৰ বিচাৰত মনুষ্যসুলভ গুণৰ কথাৰ উল্লেখ নাই। তাত কেৱল উপমেয়ৰ ওপৰত উপমানৰ গুণ আৰোপ কৰাৰ কথা কোৱা হৈছে। অচেতনৰ গুণ বা ব্যৱহাৰ থাকিব পাৰে জানো ?

ৰূপকৰ ক্ষেত্ৰতো ৰঘুনাথ চৌধাৰীৰ কৱিতা সমাসোক্তিধৰ্ম্মী।

মেঘকন্যাসৰে পিন্ধি তড়িতৰ হাৰ
গাত লই নীলাম্বৰী
আৱোৱানখনি ধৰি
আগ্ৰহেৰে দিছে তোক প্ৰীতি উপহাৰ।—দহিকতৰা

ইয়াত মেঘকন্যা, তড়িতৰ হাৰ ৰূপক, কিন্তু ৰূপকতেই তাৰ ব্যঞ্জনা শেষ হৈ যোৱা নাই। বৰঞ্চ মেঘক কন্যাৰূপে কল্পনা কৰাটো এটি পৰম্পৰাগত সংস্কৃতীয়া ৰূপকৰেই চানেকী। পিচে কৱিতা স্তৱকত মেঘকন্যাৰ যিবোৰ ব্যৱহাৰৰ বৰ্ণনা কৰা হৈছে, সিয়েইহে কৱিতাটিৰ বৈশিষ্ট্য আৰু ভৌগোলিক পৰিৱেশটি স্পষ্ট কৰি তুলিছে। মেঘকন্যাই যে 'আৱোৱান'খনি লৈ দহিকতৰাক প্ৰীতি-উপহাৰ যাচিছে, তাৰ লগে লগেই পৰম্পৰাগত সংস্কৃত ৰূপক এটা অসমীয়া হৈ ধৰা দিছেহি।

তুলনাবাচক অলঙ্কাৰ ৰূপক আৰু উপমাৰ বেলিকা চৌধাৰীয়ে বহু ক্ষেত্ৰত পাৰম্পৰিক তুলনাকে ব্যৱহাৰ কৰিছে; কিন্তু তাৰ মাজত স্থানীয় চিত্ৰৰ অৱস্থিতিয়ে তেওঁৰ কৱিতা সম্পূৰ্ণভাৱে অসমীয়া কৰি তুলিছে। দহিকতৰাই 'মিলন গগনা' বজায়, সৰিয়হৰ পৰাগ-ফাঁকু উৰে, মোহিনীকণ্ঠৰ সঁফুৰা মেলি দিয়ে; তাৰ মাজতে আকৌ দুই এটা বিচিত্ৰ ৰূপকে ভুমুকি মাৰি যায়হি। কৱি ভোলানাথ দাসে 'শুভ্ৰ যেন তুলাৰাশি কিম্বা বৰফৰ ৰাশি'ৰূপে দেখিছিল। কিন্তু ৰঘুনাথ চৌধাৰীৰ 'ধৱল মেঘৰ বুকু তুলাপাতখনি'—তাত

সোণাৰুৰ সোণৰ আখৰে কনক কৱিতা ৰচে। এই ৰূপকটো সচাঁকৈয়ে অসাধাৰণ।

পাশ্চাত্য অলঙ্কাৰ-শাস্ত্ৰত ৰূপক আৰু উপমাৰ পাৰ্থক্য সহজ। তুলনাবাচক শব্দ নেথাকিলেই সি ( Metaphor ), ৰূপক।

নিমজ ঘাঁহনিডৰা
পানীপিয়লিৰে ভৰা
মুকুতাৰ শুভ্ৰমালা শ্যামল পাটীত।

এই স্তৱকাংশত 'পানীপিয়লি'ৰ ( শেৱালিফুল ) লগত মুকুতাৰ শুভ্ৰমালাৰ যি সম্বন্ধ, তাত পাশ্চাত্য মতেৰে ৰূপকৰ বাহিৰে আন অলঙ্কাৰৰ কথা ভাবিব নোৱাৰি ; কাৰণ তাত 'যেন' বোলা তুলনাবাচক শব্দ এটা নাই। স্বৰূপতে কিন্তু ই এটা লুপ্তোপমাৰহে নিদৰ্শন। ই উপমাই। মাত্ৰ তুলনাবাচক শব্দটো যেন লুপ্ত হৈ আছে। উপমান আৰু উপমেয় ইয়াত অভেদ হোৱা নাই।

ৰঘু-কাব্যৰপৰা অলঙ্কাৰৰ তালিকা দিয়া এই প্ৰবন্ধৰ উদ্দেশ্য নহয়। অলঙ্কাৰ ৰঘুনাথ চৌধাৰীয়ে কিভাৱে আৰু কিহৰ প্ৰয়োজনত ব্যৱহাৰ কৰিছে, তাৰহে অলপ আভাস দিয়া হ'ল। অলঙ্কাৰৰ অপপ্ৰয়োগে ৰঘু-কাব্যত কেতিয়াও ৰসাস্বাদনত বাধা ঘটোৱা নাই। য'ত যি প্ৰয়োজন, তাকেইহে তেওঁ ব্যৱহাৰ কৰিছে। 'নিঃকিন' কৱিতাটিৰ আৰম্ভণিতেই দুটা বিৰোধ অলঙ্কাৰৰ নিদৰ্শন আছে।

দুখ-দৈন্য জীৱন সম্বল
নিৰ্য্যাতন মোৰ প্ৰভুৰ আশিস।

আপাত বিৰোধী শব্দৰ ব্যৱহাৰক আশ্ৰয় কৰিয়েই 'বিৰোধ' অলঙ্কাৰ সিদ্ধ হয়, প্ৰায় ইংৰাজীৰ Oxymoronৰ দৰেই। বিৰোধ অলঙ্কাৰৰ কাব্যিক গুণ সাধাৰণতে সাঁথৰধৰ্ম্মী। গতিকে বুদ্ধিকেই সি আশ্ৰয় কৰে। কিন্তু দেহ বিচাৰৰ গীত আদিত যি সাঁথৰধৰ্ম্মিতা দেখা যায়, তাক জানো উকা বুদ্ধিৰ সৃষ্টি বুলিব পাৰি ? এই কৱিতাটিৰ বিষয়বস্তুও দেহবিচাৰৰ



গীতৰ দৰেই জীৱনৰ ৰহস্যসন্ধানী। গতিকেই বিৰোধ অলঙ্কাৰে তাত সুন্দৰভাৱে ৰজিতা খাই পৰিছে।

ৰঘুনাথৰ কাব্য মূলতে কল্পচিত্ৰ প্ৰধান বুলি উল্লেখ কৰিছোঁ। কিন্তু সেই কল্পচিত্ৰসমূহতো অলঙ্কাৰময় ভাষাৰ প্ৰয়োগ আছে। সেইটো স্বাভাৱিক, কাৰণ মানুহৰ ভাষা হেনো স্বভাৱতেই অলঙ্কাৰধৰ্মী। মহেন্দ্ৰ বৰাই তেওঁৰ 'অসমীয়া কৱিতাৰ ছন্দত' লিখিছে, "অসমীয়া কাব্যজগতৰ প্ৰায় সাত অষ্টমাংশ সৃষ্টি এই যৌগিক ছন্দৰেই অন্তৰ্ভুক্ত।" দৰাচলতে মধ্যযুগৰপৰাই শুদ্ধ অসমীয়া ( ব্ৰজাৱলী নহয় ) ভাষাত একমাত্ৰ এই যৌগিক ছন্দৰীতিৰেই ব্যৱহাৰ হৈ আহিছে। কেৱলমাত্ৰ গৰখীয়া গীত, খেল-ধেমালীৰ গীত আদিতহে ছন্দৰ লহৰ অলপ আন ধৰণৰ হয়। এই যৌগিক ছন্দই হ'ল আমাৰ তথাকথিত অক্ষৰবৃত্ত। 'চৈধআখৰীয়া পদ' পয়াৰ হ'ল এই ৰীতিৰ প্ৰধান বাহক আৰু বাহন। বাহক বোলা হৈছে যিহেতু পয়াৰৰ মাজেদিয়েই এই ৰীতিৰ ধাৰাবাহিকতা ৰক্ষা হৈছে ; আৰু বাহন বোলা হৈছে এই কাৰণেই যে ৰীতিৰ বিচিত্ৰ ৰূপৰ সম্ভাৱনা পয়াৰৰ মাজতেই নিবদ্ধ আছে। চৈধআখৰীয়া পদ, তিনিশৰীয়া ছবি, দীঘলীয়া লেছাৰিৰপৰা অমিত্ৰাক্ষৰ ছন্দলৈকে সকলোবোৰ ছন্দসজ্জা এই যৌগিক শ্ৰেণীৰ। চৌধাৰীৰ ছন্দও মূলতে যৌগক ৰীতিৰ, যদিও নানান দৈৰ্ঘ্যৰ পংক্তিৰে স্তৱক সজাই তেওঁ ছন্দোবৈচিত্ৰ্য সৃষ্টি কৰিছে। অসমৰ এই জাতীয় কৱিজনৰ ছন্দৰীতিও সম্পূৰ্ণৰূপে জাতীয় বৈশিষ্ট্যপূৰ্ণ।

শিশুৰ প্ৰাৰ্থনা ঈশ্বৰ কৱিতাটি আমি আটায়ে পঢ়িছোঁ। তাৰ ছন্দসজ্জাটো সম্পূৰ্ণৰূপে দুলৰীৰ।

নিচিনো তোমাক ক'ত আছা প্ৰভু
আমি অতি সৰু লৰা,
চিঞৰি চিঞৰি মাতিলে তোমাক
নামাতা দূৰৈৰ পৰা।

কিন্তু তাৰ পিছতেই চোৱা যাওক ভিক্ষা কৱিতাটি ঃ—

নালাগে তোমাৰ প্ৰভু ঐশ্বৰ্য্য বিভূতি
ৰাজপদ সন্মান গৌৰৱ,
দাৰিদ্ৰ্যৰ লাওলোটা ভিক্ষাৰ সঁজুলি
সেয়ে মোৰ অতুল বৈভৱ।

ইয়াৰ আৰম্ভণিৰ পৰ্ব্বটো ছবিৰ ( ৮ মাত্ৰাৰ ), কিন্তু দ্বিতীয়টো ঢুলৰীৰ ( ৬ মাত্ৰাৰ ) আৰু তৃতীয়টো দহমাত্ৰাৰ, আকৌ ছবিৰে। ইয়াত ছবি আৰু ঢুলৰী ছন্দৰ এটা সমন্বয় কৰা হৈছে। এই সমন্বয় সম্ভৱপৰ হৈছে এই কাৰণেই, যে দুয়োটা পয়াৰ জাতীয় ছন্দ, যৌগিক। এই সংমিশ্ৰণটো চৌধাৰী দেৱৰ অতি প্ৰিয়। 'পুৰতি তৰা', 'বিভূতি', 'অঞ্জলি', 'নশ্বৰতা', 'আকাঙ্ক্ষা', 'প্ৰতিধ্বনি' আদি বহুতো কৱিতাৰ বাবে তেওঁ এই চতুৰ্মাত্ৰিক যৌগিক ছন্দকেই ব্যৱহাৰ কৰিছে। কেৱল মাত্ৰ 'কেতেকী' নামৰ কাব্যগ্ৰন্থখন সম্পূৰ্ণৰূপে ত্ৰৈমাতৃক অৰ্থাৎ অকল ঢুলৰী সজ্জাৰে সজ্জিত।

কাৰবালা কাব্যখনিত সাৱলীল অমিত্ৰাক্ষৰ ছন্দ ব্যৱহাৰ কৰা হৈছে। অমিত্ৰাক্ষৰ কাব্য ৰচনা, ছনেট ইত্যাদিৰ প্ৰচলন অসমীয়াত যে কিয় ব্যাপক নহল ধৰিবলৈ টান। আমাৰ দেশৰ বহুতো আখ্যান আছে, যিবোৰত অমিত্ৰাক্ষৰ ছন্দ ভালকৈ ৰজিতা খালেহেতেন। 'কাৰবালা'ৰ পিছত আৰু তেনে কাব্যকাহিনীৰ পৰীক্ষা চৌধাৰীদেৱেই বা কিয় নকৰিলে ? কাৰবালাৰ উপৰিও খণ্ড কৱিতা গিৰিমল্লিকাত অমিত্ৰাক্ষৰৰ গাম্ভীৰ্য্য সুন্দৰভাৱে প্ৰতিফলিত হৈছে।

'গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী', 'দহিকতৰা' আদি কৱিতাৰ ছন্দৰ লহৰটো অলপ বিচিত্ৰ যেন লাগিলেও, সিও যৌগিকৰেই ৰূপসজ্জা।

জহ গ'ল | বৰ্ষা গ'ল | আহিল শ | ৰৎ = ১৪
বিদ্যাধৰী | চিত্ৰলেখা = ৮
খঞ্জনী দি | লেহি দেখা = ৮
নাচে | কত | ছন্দ তুলি | করুণ সু | ৰত, = ১৪
চমক ল | গালি কিনো | নন্দন পু | ৰত। = ১৪



প্ৰথম পংক্তিৰ পয়াৰ ৰূপ সহজেই চকুত পৰে। দ্বিতীয় তৃতীয় পংক্তি 'ছবি'ৰ। চতুৰ্থ আৰু পঞ্চম পংক্তি প্ৰথমৰ অনুৰূপ ; সেই যৌগিকৰেই বিচিত্ৰ সাজ। অৱশ্যে চৌধাৰীয়ে যৌগিকৰ বাহিৰেও আন ছন্দৰীতিৰো প্ৰয়োগ কৰিছে। বিশ্বৰূপ কৱিতাটিত লৌকিক স্বৰবৃত্ত আৰু মাত্ৰাবৃত্তৰ স্পৰ্শ লাগিছে। কিন্তু যৌগিক স্বভাৱী কৰিব হাতত কোনো এটাই স্পষ্ট হৈ উঠা নাই। তথাপি তাৰ কিছুমান স্তৱকত মাত্ৰাবৃত্ত ৰূপটো স্পষ্ট। মাত্ৰাবৃত্ত ছন্দৰীতিয়ে যুগ্মধ্বনিৰ বিশ্লিষ্ট ব্যৱহাৰ কৰে, আমাৰ চৰভটিমাৰ দৰেই—

III III | III III III
মন্ত্ৰ মুগ্ধ | মৃগ শিশু যেন
II II II | II
চাই ৰলোঁ ভেবা | লাগি

'মন্ত্ৰমুগ্ধ' শব্দটো আখৰৰ সংখ্যাৰে চাৰি হলেও মাত্ৰাৰ পৰিমাণেৰে ছয়। কাৰণ ইয়াত মন্ + ত্ৰ, মুগ্ + ধ এইদৰে বিশ্লিষ্ট কৰি উচ্চাৰণ কৰা হৈছে। ই ষান্মাত্ৰিক মাত্ৰাবৃত্ত। কৱিতাটোৰ জুমুধিটো মাত্ৰাবৃত্তৰ ; কিন্তু মাজে মাজে যৌগিকৰ ধৰ্ম্মই ভুমুকি মাৰি গৈছে আৰু অলপ ছন্দৰ বৈচিত্ৰ্য দেখা যায় মধুলিহ কৱিতাত ঃ—

অ' চেনেহী গুটিমালী ! তুমি মোৰ প্ৰিয় বধূ
অন্তৰৰ সৰলতা প্ৰেমিকৰ প্ৰেমমধু।

এই ছন্দসজ্জাৰ ব্যৱহাৰ আমাৰ কৱিয়ে আন কৱিতাতো কৰিছে ; কিন্তু দৰাচলতে ই আমাৰ মধ্যযুগৰ ঝুমুৰি বা গজগতি ছন্দসজ্জাৰেই নব্যৰূপ ঃ

'প্ৰহাৰে অনেকভাৱে, ছন্দ ধৰি পাৰে পাৰে।'

চৌধাৰীৰ কৱিতাত ছন্দৰ বৈচিত্ৰ্য কম অৰ্থাৎ ছন্দৰ চটুলতা তেওঁৰ নাই। সত্যেন দত্তৰ দৰে ছন্দৰ বিস্ময় তেওঁৰ কৱিতাত বিচাৰিবৰ প্ৰয়োজন নাই। কাৰণ তেওঁৰ কৱিতাৰ মূল সত্য হ'ল সৰলতা। গভীৰ কথা সহজ সুৰে কব পৰাটোৱেই তেওঁৰ চাৰিত্ৰিক বৈশিষ্ট্য। তেওঁৰ অনুভূতি গভীৰ ; কিন্তু তেওঁৰ পদ্ধতি সৰল।

---

# ৰস

## প্ৰস্তাৱনা

কাব্যত প্ৰযুক্ত শব্দাৰ্থৰ ভিন্ন প্ৰকৃতিৰ বিষয়ে আলচ কৰি সেইবোৰৰ নাম—গুণ, ৰীতি, অলঙ্কাৰ, ঔচিত্য, ধ্বনি আদি দিয়া হৈছে। শব্দাৰ্থগত গুণ-ৰীতি আদি সকলোৱেই কাব্যৰ বহিৰঙ্গ বিষয়। এই বহিৰঙ্গ বিষয়ৰ বাহিৰেও কাব্যৰ এটা সাৰ বস্তু আছে—সেয়ে হৈছে ৰস। প্ৰাচীন আলঙ্কাৰিকসকলে ৰসৰ অস্তিত্ব আৰু প্ৰয়োজনীয়তা স্বীকাৰ কৰিলেও, পিছৰ সকলৰ দৰে ৰসেই কাব্যৰ আত্মা বুলি মুক্তকণ্ঠে ঘোষণা কৰিবলৈ সঙ্কোচবোধ কৰিছিল যেন লাগে। আনন্দবৰ্দ্ধনাচাৰ্য্যই নতুন দৃষ্টিভঙ্গীৰে ৰসতত্ত্বৰ ব্যাখ্যা কৰিলে। তেওঁ ক'লে যে কাব্যত প্ৰযুক্ত শব্দৰ অভিধা আৰু লক্ষণা শক্তিৰ দৰে ব্যঞ্জনা নামৰ একপ্ৰকাৰ অভিনৱ শক্তি আছে। ব্যঞ্জনা শক্তিয়ে শব্দাৰ্থই প্ৰকাশ কৰিব নোৱাৰা একোটা অনিৰ্ব্বচনীয় অৰ্থ প্ৰকাশ কৰে। ইয়াৰ নামেই হ'ল ধ্বনি। ধ্বনিক এক প্ৰকাৰে অভিপ্ৰেত অৰ্থ (Suggestive meaning) বুলিব পাৰি। ব্যঞ্জনা শক্তিয়ে শব্দাৰ্থৰ সহায় লৈ বিবিধ অৰ্থ প্ৰকাশ কৰাৰ দৰে ৰসো প্ৰকাশ কৰে। এই নতুন ব্যাখ্যাই কাব্যামোদীসকলক প্ৰেৰণা যোগালে। তেওঁলোকে পিছলৈ ৰসকে কাব্যৰ আত্মা বুলি ক'ব পৰা হ'ল। সাহিত্যৰ মূল্যাঙ্কণত ৰসে তেতিয়াৰপৰা মুখ্য ঠাই লাভ কৰি আহিছে।

ভাৰতীয় পৰম্পৰাত নাট্যশাস্ত্ৰ ৰচনাৰ কালতে নাট্যৰ প্ৰাণৰূপে ৰসে স্বীকৃতি লাভ কৰিছে। "বিভাৱানুভাৱ-ব্যাভিচাৰি-সংযোগাদ্ ৰস নিষ্পত্তিঃ" অৰ্থাৎ বিভাৱ অনুভাৱ আৰু ব্যভিচাৰী ভাৱৰ সংযোগত ৰস নিষ্পত্তি হয়। মহৰ্ষি ভৰতৰ এই প্ৰসিদ্ধ ৰসসূত্ৰৰ আলমতে আলঙ্কাৰিকসকলে কাব্য-নাটকত ৰসৰ স্বৰূপ আৰু ৰস নিষ্পত্তিৰ ব্যাখ্যা কৰিছে। ভৰতে স্থায়ী ভাৱৰ উল্লেখ কৰা নাই যদিও মানৱ



অন্তৰস্থ স্থায়ীভাৱ বিভাৱ, অনুভাৱ আৰু ব্যভিচাৰী ভাৱৰ সংযোগত ৰসত পৰিণত হয়। কিন্তু কেনেকৈ ৰসত পৰিণত হয়, সেই বিষয়ে মত বিভিন্ন। নাট্যশাস্ত্ৰৰ প্ৰধান চাৰিজন ব্যাখ্যাতাই চাৰিটা স্বকীয়া প্ৰক্ৰিয়াৰ কথা কৈছে। এওঁলোকৰ মত উৎপত্তিবাদ, অনুমিতিবাদ, ভুক্তিবাদ আৰু ব্যক্তি বা অভিব্যক্তিবাদ নামে প্ৰসিদ্ধ অৰ্থাৎ এওঁলোকে 'নিষ্পত্তি' কথাযাৰ এইদৰে ব্যাখ্যা কৰিছে।

নাট্যৰ ক্ষেত্ৰত স্বীকৃত ৰস কাব্যলৈকো সঞ্চাৰিত হ'ল। অভিনয়ত নাট্যকাৰ, অভিনেয় চৰিত্ৰ, অভিনেতা আৰু দৰ্শক—এই চতুৰ্বৰ্গৰ সম্মিলন ঘটে; কিন্তু কাব্যত অভিনেতা নাথাকে—থাকে কৰি, নায়ক আৰু শ্ৰোতা (পাঠক)। কিন্তু ৰসাস্বাদ হয় কাৰ? কৰিৰ নে শ্ৰোতাৰ? সামাজিকৰ ৰসাস্বাদ হয়। সামাজিক হ'ল অভিনয়ৰ দৰ্শক আৰু কাব্যৰ শ্ৰোতা (পাঠক), কিন্তু যি কোনো দৰ্শক বা শ্ৰোতাৰে ৰসাস্বাদ নহয়—ৰসাস্বাদ হয়, হৃদয় সংবাদৰ অংশ-ভাগী সহৃদয়ৰ। "কাব্যৰ অনুশীলনৰ ফলত মনোমুকুৰ স্বচ্ছ হোৱা বাবে কাব্যৰ বৰ্ণনীয় বিষয়ৰ সৈতে যি সকলে একাত্মতা অনুভৱ কৰিব পৰা যোগ্যতা লাভ কৰে, সেই সকলেই হৃদয় সংবাদৰ অংশভাগী সহৃদয়।"

'হৃদয় সংবাদ' হ'ল এখন হৃদয়ৰ অন্য হৃদয়ৰ সৈতে সমান অনুভূতি বা পৰস্পৰ হৃদ্গত ভাৱৰ মিলন। কৰি, কাব্যৰ নায়ক আৰু শ্ৰোতা পাঠক বা এই তিনিওৰে হৃদয়ৰ অনুভূতি পৰস্পৰ সমান। এই হৃদয়-সংবাদ থাকিলেহে ৰসাস্বাদ হ'ব পাৰে। গতিকে একান্ত যুক্তিনিষ্ঠ, দৰ্শক বা শ্ৰোতাৰ যে ৰসানুভৱ নহয়, সেইটো স্বাভাৱিক কথা।

যদিও সহৃদয়ৰ ৰসাস্বাদ হয়, তথাপি প্ৰকৃত ৰস কৰিৰহে। কৰিৰ হৃদয় ৰসেৰে পৰিপূৰ্ণ হৈ উঠিলে,—সেই ৰস বাঙ্ময়ৰ যোগেদি প্ৰকাশ হয়। অভিনৱগুপ্তই উপমাৰে বুজাইছে—"পানীৰে চপ্‌চপীয়া হৈ থকা পাত্ৰৰ পানী অলপ লৰিলেই উছলি পৰে। তেনেকৈ কৰিৰ হৃদয়ো ৰসেৰে পূৰ্ণ হৈ থাকিলে, বাহ্যিক কিবা কাৰণত উচ্ছ্বসিত হৈ প্ৰকাশ হয়।" বাল্মীকিৰ ৰসপূৰ্ণ অন্তৰৰ করুণ ৰস বিৰহী ক্ৰৌঞ্চৰ বিননিয়ে উচ্ছ্বসিত

কৰি তুলিছিল। কৱিৰ অন্তৰ যেতিয়া ভাৱাবেগেৰে উপচি পৰে, সেই ভাৱ বাঙ্ময়ৰ যোগেদি প্ৰকাশ হলেহে হৃদয় শান্ত হয়। কৱিয়ে সেই কথাকে অন্যভাৱে কৈছে—

সুৰোৎপীড়ে তড়াগস্য পৰীৱাহঃ প্ৰতিক্ৰিয়া।
শোকক্ষোভে চ হৃদয়ং প্ৰলাপৈৰেৱ ধাৰ্য্যতে॥

(পানীৰে পাৰ উপচি পৰিলে, পুখুৰীৰ পানী উলিয়াই দিয়াটোৱেই একমাত্ৰ প্ৰতিকাৰ; সেইদৰে অন্তৰ শোকত আৰু খঙত ক্ষুব্ধ হৈ উঠিলে প্ৰলাপেৰেহে হৃদয় শান্ত হয়।)

কৱিৰ হৃদয় কেতিয়াবা ক্ষুব্ধ হৈ পৰে। তেতিয়া কৱিয়ে অন্তৰ উজাৰ কৰি দিয়ে। সেই প্ৰকাশ কেতিয়াবা যুক্তিৰ বাহিৰ হৈ প্ৰলাপ যেনো প্ৰতীয়মান হ'ব পাৰে। সেই বাবে কাব্যত যুক্তিতকৈ অনুভূতিৰহে প্ৰাৱল্য। সৃষ্টিৰ মুহূৰ্ত্তত কৱিৰ অন্তৰ আনন্দ আৰু বেদনাৰে পৰিপূৰ্ণ হৈ পৰে। সৃষ্টিৰ মুহূৰ্ত্ত বিচ্ছেদৰ স্বৰূপ। সেইবাবে কৱিৰ অন্তৰ অনিবাৰ্য্য বিচ্ছেদৰ বেদনাৰে পৰিপূৰ্ণ। প্ৰকাশৰ মুহূৰ্ত্তত কৱিচিত্ত শান্ত, সমাহিত আৰু সংযত। কৱিচিত্তৰ বেদনাকাতৰ অৱস্থালৈ লক্ষ্য কৰিয়েই কোনোৱে কৰুণ ৰসকে একমাত্ৰ ৰস বুলিছে। ভৱভূতিয়েও "একো ৰসঃ কৰুণ এৱ" বুলি কৰুণ ৰসৰ সৰ্ব্বব্যাপকত্ব ঘোষণা কৰিছে। প্ৰকাশৰ মুহূৰ্ত্তত কৱিচিত্ত শান্ত বাবে, কৱিয়ে নিজে শৃঙ্গাৰাত্মক বৰ্ণনাতো কামোন্মাদনা অনুভৱ নকৰে; অনুভৱ কৰে আনন্দ।

মানৱ অন্তৰত কিছুমান সহজ ভাৱ বা প্ৰৱল অনুভূতি আছে। সেই ভাৱসমূহক হাস্য, শোক, উৎসাহ, ক্ৰোধ, ঘৃণা আদি আঠোটা বা নটা-ভাগত ভগোৱা হৈছে। মানৱ অন্তৰস্থ এই ভাৱসমূহ বেলেগ বেলেগ পৰিবেশত, বেলেগ বেলেগ কাৰণৰ সহায়ত অভিব্যক্ত হৈ পৰে। অন্তৰৰ সহজ প্ৰৱল অনুভূতিকে অলঙ্কাৰ শাস্ত্ৰত স্থায়ী ভাৱ বোলা হৈছে। স্থায়ীভাৱেই বিভাৱ, অনুভাৱ আৰু ব্যভিচাৰীভাৱৰ সংযোগত উদ্ৰিক্ত হয়। যি পৰিবেশে অন্তৰৰ স্থায়ীভাৱৰ অভিব্যক্তিত সহায় কৰে, সেয়ে উদ্দীপন বিভাৱ আৰু যাৰ আলম্বনত স্থায়ীভাৱ প্ৰকাশোন্মুখ হয়, সেয়ে



আলম্বন বিভাৱ। নিশীথৰ নিস্তব্ধতা, জোনাক ৰাতিৰ উৎফুল্লতা, উদ্যানৰ বিজনতা আদিয়ে আদি ৰসৰ পৰিবেশ সৃষ্টি কৰি উদ্দীপন বিভাৱ হয়। এনে পৰিবেশত নায়ক-নায়িকাৰ পৰস্পৰৰ মনোভাৱৰ প্ৰকাশৰ বাবে ইজন আনজনৰ আলম্বন হয়। স্থায়ী ভাৱক বিশেষৰূপে ৰসোন্মুখ কৰি তোলা ক্ষণস্থায়ী ভাৱবোৰেই ব্যভিচাৰী ভাৱ। ব্যভিচাৰী ভাৱ পানীৰ বুদ্বুদৰ দৰে স্থায়ী ভাৱত কেতিয়াবা ওলায় আৰু কেতিয়াবা মাৰ যায়। ভাৱাৱেগত শৰীৰত প্ৰকাশ হোৱা অৱস্থা বিশেষেই অনুভাৱ।

মালিনীতীৰৰ কণ্বমুনিৰ আশ্ৰমৰ সপ্তপৰ্ণ বেদীৰ মূলত সখীয়েকহঁতে অকলে এৰি থৈ যোৱা শকুন্তলাৰ সান্নিধ্য দুষ্যন্তৰ ৰতিভাৱৰ উদ্বোধৰ উদ্দীপন আৰু আলম্বন হৈছে। পৰস্পৰৰ অনুৰাগব্যঞ্জক অৱলোকন আদি অনুভাৱ। ভয়, শঙ্কা, ঔৎসুক্য আদি ব্যভিচাৰী ভাৱে ৰতিভাৱৰ পৰিপোষণ কৰিছে।

দুষ্যন্ত-শকুন্তলাগত ৰতি-ভাৱাশ্ৰিত ৰস সহৃদয় দৰ্শক বা শ্ৰোতাই নিজ অন্তৰত অনুভৱ কৰে কেনেকৈ? দৰ্শন আৰু শ্ৰৱণত ভাৱ উদ্দীপিত হোৱাটো ৰসাস্বাদ নহয়। এই প্ৰশ্নই ভাৰতীয় আলঙ্কাৰিক-সকলৰ সম্মুখত জটিলৰূপে দেখা দিছে। তেওঁলোকে একে-আষাৰে কৈছে চমৎকাৰিত্বৰ যোগেদি ৰসাস্বাদ হয়; আৰু এই আস্বাদ অলৌকিক। 'চমৎ' আৰু 'কাৰ' শব্দৰ সমষ্টি চমৎকাৰ। 'চমৎ' শব্দৰ অৰ্থ বিস্ময়সূচক অভিব্যক্তি, 'কাৰ' অৰ্থাৎ কাৰক বা ঘটক। চমৎ অৰ্থত যি বিস্ময়সূচক অভিব্যক্তি কৰে সেয়ে চমৎকাৰ। চমৎ শব্দৰ বুৎপত্তিগত অৰ্থ ভোজন কৰা (√চম্ = ভোজন) গতিকে (চম্ + শতৃ = চমৎ) চমত্বৰ অৰ্থ ভোগ বা আস্বাদ। ডাঃ আনন্দকুমাৰ স্বামীয়ে চমৎকাৰ শব্দৰ অৰ্থ প্ৰকাশ কৰিছে Lightning flash বুলি। ডঃ সুৰেন্দ্ৰনাথ দাসগুপ্তই চমৎকাৰৰ অৰ্থ কৰিছে Self flashing of thought.

বিভাৱ অনুভাৱ আদি লৌকিক যদিও সেই বিলাকৰ সহযোগতে অলৌকিক ৰসোৎপত্তি হয়। লৌকিক কাৰণৰপৰা অলৌকিক কাৰ্য্যৰ

উৎপত্তি কেনেকৈ হয়, সেই বিষয়ে বিশেষ যুক্তি-তৰ্কৰ বাহিৰেও সেইটো কাব্যজগতৰ নিয়ম বুলিহে কোৱা হৈছে।

ৰসাস্বাদৰ বাসনা থাকিলেহে ৰসানুভূতি হয়। সাধাৰণ অৰ্থত বাসনা বুলিলে যি বুজা হয়, ইয়াত অলপ বেলেগ অৰ্থত বাসনা শব্দৰ প্ৰয়োগ কৰা হৈছে। বাসনা মানে চিত্তৰ গূঢ়তম আৰু সূক্ষ্মতম সংস্কাৰ। মানৱ অন্তৰত অসংখ্যভাৱে নিতৌ ভুমুকি মাৰে। তাৰে কিছুমান ক্ষণস্থায়ী, কিছুমান দীৰ্ঘস্থায়ী। দীৰ্ঘস্থায়ীবোৰৰ কিছুমান আকৌ মনত ওপঙি থকাৰ দৰে থাকে। এইবোৰক বোলা হয় স্মৃতি। পৰম্পৰ বিচ্ছিন্ন স্মৃতিও কেতিয়াবা সমঞ্জস্ হৈ পৰে, প্ৰসঙ্গক্ৰমে এক সূত্ৰাৰ্পিত হয়। ইয়াৰ বাহিৰে মনোগহনত যি ভাৱ থাকে, সিয়েই সংস্কাৰ। সংস্কাৰৰ কোনো প্ৰসঙ্গ বা সূত্ৰ নাই। আনকি সি দেশ-কালবদ্বাৰা সীমাবদ্ধও নহয়। গতিকেই একপ্ৰকাৰ নিৰ্হেতুক। কোনোৱে তাকে জন্মান্তৰীণো বোলে। এনে সংস্কাৰৰ মূলীভূত সূক্ষ্ম অংশই বাসনা। বাসনাই জন্ম-মৃত্যু আৰু ভোগৰ কাৰণ। বাসনা ক্ষয় নহ'লে তৃষ্ণা ক্ষয়ো নহয়। বাসনাই কাব্য-নাটকৰ ৰসাস্বাদৰ কাৰণ স্বৰূপ।

ৰসাস্বাদৰ ক্ষেত্ৰত সেই বাসনাক ইদানীন্তন আৰু প্ৰাক্তন এই দুভাগত ভগোৱা হৈছে। দ্বিধা-বিভক্ত বাসনাইহে সামাজিকক ৰসাস্বাদৰ প্ৰতি উন্মুখ কৰে। বিভাৱ আদি প্ৰথমে সাধাৰণৰূপে ( universal ) প্ৰতীত হয়। শকুন্তলা, নাটকৰ নায়িকা, ৰস প্ৰতীতিৰ বিষয়ত দুষ্যন্তৰ প্ৰণয়িনী নায়িকা নহয়। তেওঁ তেতিয়া দেশ-কালৰ পৰিধিমুক্ত, ব্যক্তিৰ গণ্ডিমুক্ত নৈৰ্ব্যক্তিক নায়িকাৰ আদৰ্শমাত্ৰ। আনহাতে কাব্য-নাটকৰ শ্ৰৱণ-দৰ্শনৰ ফলত বিভাবাদিৰদ্বাৰা সামাজিকৰ মনৰ ব্যক্তিত্ববোধ বা পৰিমিততাবোধ দূৰ হয়; তেতিয়া কাব্য-নাটকত বৰ্ণিত বিষয়ৰ সৈতে সামাজিকৰ অন্তৰৰ সাধাৰণ সম্বন্ধ স্থাপন হয়। ইয়াকে একাত্মবোধ, তাদাত্ম্য আদি বোলা হয়। কাব্য-নাটকৰ বৰ্ণনীয় বিষয়ৰ সৈতে পাঠকচিত্তৰ তন্ময়ীভৱন হোৱাৰ পিছত অসাধাৰণৰূপে ৰসাস্বাদ হয়। গতিকে এনে অৱস্থাত শকুন্তলাৰ প্ৰতি দুষ্যন্তৰ প্ৰণয়, দুষ্যন্তগতো নহয়, আত্মগতো নহয়। বিভাৱ আদিৰ



একাত্ম-ধাৰণা ( Personal ) জন্মাৰ লগে লগে, একাত্ম নহয় ( inpersonal ) এই ধাৰণাও জন্মে। এই দুটা ধাৰণা একে সময়তে থাকে। এইটো এটা আশ্চৰ্য্যজনক অৱস্থা। সেই কাৰণেই ইয়াক অলৌকিক বোলা হৈছে। বিভাৱ আদিৰ সৈতে পাঠকচিত্তৰ একাত্মতা নহ'লে তন্ময়ীভাৱ হ'ব নোৱাৰে; আনহাতে আকৌ একাত্মবোধ থাকিলে অখণ্ড ৰসাস্বাদত বাধা জন্মে। গতিকে একে সময়তে দুটা অৱস্থা স্বীকাৰ কৰিব লগা হৈছে।

ৰস অনুকাৰ্য্যগত নহয়, অৰ্থাৎ কাব্য-নাটকৰ নায়ক-নায়িকা বিষয়ক নহয়। এই অৱস্থাত ৰস পৰিমিত আৰু লৌকিক হব। সেই একে কাৰণতে ৰস অনুকৰ্ত্তাগত অৰ্থাৎ নটনিষ্ঠও নহয়। ৰসাস্বাদত সত্ত্বোদ্ৰেক হয়, অৰ্থাৎ সত্ত্বগুণ প্ৰকট হয়। চিত্ত ত্ৰিগুণাত্মক; ৰজঃ, তমঃ আৰু সত্ত্ব এই তিনিগুণৰ অসম পৰিমাণে মিশ্ৰণ চিত্তত সদায় থাকে। ৰজোগুণৰ ধৰ্ম্ম চাঞ্চল্য, তাৰপৰা মোহ জন্মে। তমোগুণৰ ধৰ্ম্ম জড়তা আৰু আৱৰণ, তাৰপৰা দুখ জন্মে। সত্ত্বগুণৰ ধৰ্ম্ম প্ৰকাশ। বাসনা আৰু অভ্যাসৰ-দ্বাৰা ৰজোগুণ আৰু তমোগুণ অভিভূত হৈ পৰিলে সত্ত্বগুণ প্ৰকট হয়। এই অৱস্থাত চিত্ত সত্ত্বাধিকৃত হয় আৰু চৈতন্যস্বৰূপ প্ৰকাশ হয়। চৈতন্য, আত্মা আৰু আনন্দ এক বা অবিভাজ্য। ব্ৰহ্মোপলব্ধি হবলৈকো ৰজঃ আৰু তমোগুণ অভিভূত হৈ অহংবোধ লুপ্ত হব লাগে। অহংবোধ লুপ্ত হলেই ভেদবুদ্ধি দূৰ হয়। 'মই' আৰু 'আন'-ভাৱ নোহোৱা হয় আৰু আনন্দময় পৰমব্ৰহ্মৰ সাক্ষাৎ হয়। ৰসাস্বাদৰ বিষয়তো এই অৱস্থা ঘটে। সেই বাবে ৰসাস্বাদক 'ব্ৰহ্মাস্বাদ সহোদৰ' বোলা হৈছে। ৰবীন্দ্ৰনাথে এই অৱস্থাকে "ছোটো আমি থেকে বড়ো আমিতে উত্তৰণ" বুলি কৈছে।

"ৰসো বৈ সঃ" পৰমব্ৰহ্ম ৰস স্বৰূপ। "ৰসো হেৱায়ং লব্ধ্বানন্দী-ভৱতি" ৰসস্বৰূপ পৰমব্ৰহ্মক লাভ কৰি আনন্দ লাভ কৰা যায়। ৰসৰ আনন্দ স্বৰূপ প্ৰতিপাদন কৰিবলৈ এইদৰে দৰ্শনৰ দৃষ্টিৰে ৰসোপলব্ধিৰ ব্যাখ্যা কৰা হৈছে। ৰস যে আনন্দস্বৰূপ সেই কথা বাস্তৱ অৱস্থাৰ সৈতে

সঙ্গতি ৰাখিও বুজোৱা হৈছে। শৃঙ্গাৰ ৰসাস্বাদত যিদৰে সুখ জন্মে, করুণ ৰসাস্বাদতো সেই দৰে সুখ জন্মে। সুখৰ স্বৰূপ একেই ; মাত্ৰ উপলব্ধিৰ প্ৰকাৰহে বেলেগ। কাব্য-নাটকত বিবিধ বৰ্ণনীয় বিষয় থাকে, কম বেছি পৰিমাণে সকলো ৰসৰ সমাবেশ হয় ; কিন্তু সমগ্ৰ কাব্যৰ বা নাটকৰ এটা ৰসহে প্ৰধান ৰসৰূপে প্ৰতিপন্ন হয়। সেই দৃষ্টিৰেই কুৰুক্ষেত্ৰ মহাসমৰৰ আখ্যান বৰ্ণনাৰে ভৰপূৰ, নানাপ্ৰকাৰ লৌকিক আৰু অলৌকিক প্ৰেমগাথাৰে পৰিপূৰ্ণ মহাভাৰতত শান্তৰসহে স্থাই ৰস। সেই দৰেই লঙ্কাজয়, ৰাক্ষসকুল নিধনৰ বিশদ বৰ্ণনাপূৰ্ণ ৰামায়ণত স্থাই ৰস করুণ।

## চৌধাৰীৰ কৱিতা

এই দৃষ্টিৰেই চৌধাৰী-কৱিতাত ৰস-প্ৰসঙ্গৰ পৰ্য্যালোচনা কৰি চোৱা যাওক। চৌধাৰী ডাঙৰীয়াৰ 'কাৰবালা' কাব্য এটা আখ্যানমূলক। কেতেকী একে বস্তুবিষয়ক যদিও ভাৱবিলাসিতাত সুদূৰপ্ৰসাৰী আৰু বিশ্বব্যাপক। 'দহিকতৰা' আৰু 'সাদৰী' বিবিধ বিষয়ৰ খণ্ড কৱিতাৰ সমষ্টি। এই সকলোখিনি কাব্য-সৃষ্টি একেলগে সামৰিলে যথাযথ বিচাৰ কৰা নহ'ব। গতিকে সুকীয়া সুকীয়াকৈ উল্লেখ কৰি কৱিতাৰ মূল ৰসৰ বিষয়ে কোৱাই সমীচীন হ'ব।

চৌধাৰী কৱিতাৰ মূল ৰস শান্ত ৰস। আলঙ্কাৰিকে শান্ত ৰস উত্তম প্ৰকৃতিৰ ৰস বুলি কৈছে। সকলো বস্তুৰ অনিত্যতা বা পৰমাত্মাৰ স্বৰূপেই শান্ত ৰসৰ আলম্বন বিভাৱ। নিৰ্বেদ, হৰ্ষ, স্মৃতি, একান্ত মতি আদি ব্যভিচাৰী ভাৱ। ইয়াৰ বিকাশ চৌধাৰীৰ কৱিতাত প্ৰায়ে দেখা যায়।

'ভিক্ষা' কৱিতাৰে আৰম্ভ হোৱা 'সাদৰী' কৱিতা পুথিত একুৰি আঠোটা কৱিতা থুপাই সজোৱা হৈছে। কৱিৰ কাব্যিক অনুভূতিৰ ঐক্যৰ বাহিৰে এই একুৰি আঠোটা কৱিতাৰ এটাৰ লগত আনটোৰ স্বৰূপগত বা বৰ্ণনাত্মক মিল নাই। কিন্তু এই বৈবিধ্যৰ মাজতো ঐক্যৰ মোহন সুৰ শুনা যায়, বিবিধৰ মাজত মহামিলন দেখা যায়।



নালাগে তোমাৰ প্ৰভু ঐশ্বৰ্য্য-বিভূতি
ৰাজপদ, সন্মান গৌৰৱ.
দাৰিদ্ৰ্যৰ লাওলোটা ভিক্ষাৰ সঁজুলি
সেয়ে মোৰ অতুল বৈভৱ।

বুলি কৱিয়ে ৰাজপদ সন্মানকো প্ৰত্যাখ্যান কৰিছে, বিসৰ্জ্জন দিছে পাৰ্থিৱ ঐশ্বৰ্য্য-সম্পদ। কিন্তু পাৰ্থিৱ ধন-সম্পদ, মান-সন্মান নালাগে বুলি চৰম নিৰাকাঙ্ক্ষা প্ৰকাশ কৰিছে যদিও কৱি-মানস সম্পূৰ্ণ নিস্পৃহ হোৱা নাই, পাৰ্থিৱ কামনা-বাসনাৰ লুকাভাকু

সাদৰী

তাত নাই যদিও ঐশ স্পৃহাই পৰম প্ৰকটৰূপে দেখা দিছে। সকলোৰে প্ৰতি নিস্পৃহ, আনকি মোক্ষলাভৰ প্ৰতিও স্পৃহাশূন্য 'মুক্তিত নিস্পৃহ যিটো' হোৱা নাই। সেই কাৰণে কৱিয়ে—

দয়াময় মাগোঁ এটি চৰণত ভিক্ষা
দিয়া মোক প্ৰাণত আশ্বাস
শিলৰ ৰেখাৰ দৰে তোমাতে সদায়
থাকে যেন অটল বিশ্বাস।

বুলি অটল বিশ্বাসৰ পৰমস্পৃহা প্ৰকাশ কৰিছে। ভগৱৎ চৰণত সম্পূৰ্ণ আত্মসমৰ্পণ নকৰিলে অটল বিশ্বাস জন্মিব নোৱাৰে। "বিশ্বাসে মিলয় হৰি তৰ্কে বহুদূৰ।"

সাংসাৰিক সকলো বিষয়ৰ প্ৰতি বীতস্পৃহ হৈ, শোক-দুখ, ঈৰ্ষা-দ্বেষ আদিৰপৰা মুক্ত, দ্বন্দ্বাতীত হোৱা আৰু অৱস্থানেই মনৰ সাম্য অৱস্থা। ভগৱৎ স্পৃহাত শান্ত ভাৱ জন্মে। তেতিয়া কোনো ক্লেশ, কোনো কৰ্ম্ম, কোনো বিপাকে মনত ঢৌ তুলিব নোৱাৰে। এনে অৱস্থা কোনে কেতিয়া লাভ কৰে কোৱা টান ; কিন্তু এই অৱস্থাৰ বাবে একান্ত কামনা প্ৰকাশকে কাব্য সাহিত্যত শান্তৰস বোলা হয়। 'ভিক্ষা' কৱিতাতো শান্তৰসেই প্ৰকাশ হৈছে। শান্ত ৰসাত্মক ভিক্ষা কৱিতাৰ লগৰীয়া অন্যান্য কৱিতা বিবিধ ভাৱৰ সমষ্টি। 'বহাগীৰ বিয়া'ত বিয়াৰ উলহ-মালহ, 'জোন আৰু

জোনাকী' কৱিতাত এটা কাল্পনিক আখ্যান, 'গছৰপাত' কৱিতাত গছৰ পাতৰ জীৱনালেখ্য—এইদৰে প্ৰত্যেকটো কৱিতাতে একো একোটা বেলেগ ভাৱ প্ৰকাশ হৈছে।

উপৰুৱা এই সকলোবোৰ ভাৱৰ বুৰবুৰণি মাৰ গ'লে যিটি ভাৱ প্ৰকাশ হৈ পৰে, সি হৈছে অপাৰ্থিৱ সুখ-স্পৃহা। এই ভাৱটিয়েই সকলো কৱিতাত শান্তৰসৰ উদ্বোধক হৈছে। সেই সুৰতে কৱিৰ জোনাকী পৰুৱাই কৈছে—

জীৱনত আছে দুখ বহু
ভৱপূৰ যৌৱনতে অহঙ্কাৰ চূৰ্ণ
কৰিবহি মহাকাল ৰাহু।

জীৱন-যৌৱনৰ নশ্বৰত্বৰ ঘোষণাৰে কৱিয়ে নিজকো আৰু লগতে আনকো ভোগ-বিলাসৰ ক্ষণস্থায়িত্বৰ শিকনি দিবলৈ প্ৰয়াস কৰিছে।

'গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী' কৱিতা, কৱি-কল্পনাৰ প্ৰতীক মাত্ৰ। বিহগৰ বিবিধ ভঙ্গিমাই কৱিক মুগ্ধ কৰে, বিহগৰ কল-কাকলীয়ে কৱিৰ অন্তৰত তোলে জন্ম-জন্মান্তৰৰ বাসনাৰ জোৱাৰ। চকুৰ আগত দেখি থকা চৰাইটোৱেই কৱিক কোনোবা অতীন্দ্ৰিয় কল্পলোকলৈ লৈ যায়। সেই কল্পলোকত কৱি দেশ-কালৰ পৰিধিমুক্ত, সত্তামাত্ৰ আৰু কৱিৰ প্ৰিয় বিহঙ্গিনীও সকলো কামনা-বাসনা, ভাৱচিন্তাৰ লক্ষ্য স্বৰূপ প্ৰেৰণা মাত্ৰ। বাস্তৱৰপৰাই বাস্তৱৰ যোগেদি কল্পনালোকলৈ যোৱা ই এটা মাত্ৰ পথ। কালিদাসৰ দুষ্যন্ত বাস্তৱ জগতৰ সুখ-দুখৰ মাজত থাকোঁতেই হংসৱতীৰ গীতৰ সুৰে সুৰে তেওঁৰ মন জন্মান্তৰৰ কোনোবা লোকত বিচৰণ কৰিবলৈ উৰা মাৰিছিল। "ৰম্যাণি ৱীক্ষ্য মধুৰাংশ্চ নিশম্য শব্দান্
পৰ্য্যুৎসুকো ভৱতি যৎ সুখিতোঽপি জন্তুঃ।
তচ্চেতসা স্মৰতি নূনমবোধপূৰ্ব্বং
ভাৱস্থিৰাণি জননান্তৰসৌহৃদানি॥

কৱি ভৱভূতিয়েও ছায়াসীতাৰ স্পৰ্শত স্পৰ্শসুখকাতৰ ৰামচন্দ্ৰৰ মনক অতীন্দ্ৰিয় জগতলৈ লৈ গৈছিল। বিষয় ভোগ কৰি থাকোঁতেই পঞ্চেন্দ্ৰিয়



গ্ৰাহ্য বিষয়ৰ মাজেদিয়েই বিশেষ কাৰণত মানৱ মন অতীন্দ্ৰিয় জগতলৈ কেতিয়াবা যাব খোজে।

বহাগীৰ বিয়াৰ নিচিনা প্ৰাকৃতিক সৌন্দৰ্য্যৰ ৰূপক বৰ্ণনাত্মক কৱিতাতো দৃশ্যমান জগতখনৰ লগতে অদৃশ্য জগতৰ কথায়ো সমানে ভুমুকি মাৰিছে, মহাবিশ্বত শাশ্বত আনন্দৰ প্ৰকাশ হৈছে—

মহা বিশ্ব জুৰি বিৰিঙিছে যেন
আনন্দৰ পূৰ্ণৰেখা।

"মাধুৰী" কৱিতাত সৃষ্টিৰ সকলোতে ৰূপমাধুৰ্য্যৰ প্ৰকাশ দেখি কৱি আত্মবিস্মৃত; কিন্তু ৰূপ মাধুৰ্য্যই কৱিক ভগৱৎবিমুখ কৰা নাই। বৰং ৰূপ মাধুৰ্য্যৰ মাজত ভগৱৎসত্তাৰ অপূৰ্ব্ব প্ৰকাশহে কৱিয়ে দেখিছে— "মল্লিকা মালতী মাগধী মুকুলৰ" ৰূপ-শোভাৰ দৰেই। 'মুমুক্ষু মণ্ডলীয়ে মন্দিৰে মন্দিৰে মঞ্জীৰ বজোৱা'তো মাধুৰ্য্য আছে। কৱিৰ পক্ষে দুয়োটা সমান। কালিদাসে তেনে কাৰণ দেখিছিল হংসপাদিকাৰ গীতত, ভৱভূতিয়ে ছায়া সীতাৰ কৰস্পৰ্শত। হয়তো ভৱভূতিয়ে সকলো ইন্দ্ৰিয়তকৈ স্পৰ্শে-ন্দ্ৰিয়ৰ প্ৰভাৱ মানৱ মনত' অধিক বুলি ভাবিছিল। কালিদাসে সঙ্গীতৰ সুৰত জন্মান্তৰৰ অতীন্দ্ৰিয় ৰাজ্যলৈ যোৱাৰ কাৰণ দেখাৰ দৰে, আমাৰ কৱিয়েও বিহঙ্গিনীৰ সুৰত অতীন্দ্ৰিয় জগতলৈ যোৱাৰ সুযোগ পাইছে। কেতেকী আৰু দহিকতৰা কৱিতাৰ কেন্দ্ৰস্থ ভাৱো এয়েই।

ক'ত পাম সেই শক্তি জ্ঞান বিকাশিনী
হিয়া প্ৰেম-ৰসে ভৰা
বনে বনে গাই ফুৰা
বিভুৰ মহিমা যশ তুমি বিৰহিনী।—প্ৰিয় বিহঙ্গিনী

নাইবা—শুনিবানে প্ৰিয় সখা কথা এটি কওঁ
একোকে নালাগে মোক
নকৰোঁ বেজাৰ শোক
জন্ম-জন্মান্তৰে যেন তোমাকেহে পাওঁ।—কেতেকী চৰাই

এনেকুৱা স্তৱকত পৰম-বাসনা প্ৰকাশ হৈছে।

"তুমি বিনে সুখী কেও সংসাৰত নাই" বুলি মুক্ত বিহঙ্গৰ সুখৰ প্ৰতি ঈৰ্ষা প্ৰকাশ কৰোঁতে কৱিয়ে অপাৰ্থিৱ সুখৰ কথাকে কৈছে, সুখ-দুখ আদিয়ে স্পৰ্শ নকৰা দ্বন্দ্বাতীত অৱস্থাৰ কথাহে কৱিয়ে ইঙ্গিত কৰিছে।

'গোলাপ', 'ভেঁটকলি' আদি প্ৰাকৃতিক সৌন্দৰ্য্যৰ বৰ্ণনাপূৰ্ণ কৱিতাবোৰ কেৱল বাহিক সৌন্দৰ্য্যৰ বৰ্ণনাতে কৱিৰ মন পৰিতৃপ্ত হোৱা নাই। গোলাপৰ সৌন্দৰ্য্য মানসকুঞ্জত প্ৰকাশ হোৱাটো কৱিয়ে হেঁপাহ কৰিছে, ভেঁটফুলৰপৰাও ঈশজ্যোতিৰ সন্ধান বিচাৰিছে, হৃদয়েও দিব্যজ্ঞান লাভ কৰাৰ কামনা প্ৰকাশ কৰিছে। বিশ্বস্ৰষ্টাৰ অপাৰ মহিমাত বিস্ময়াৱমুগ্ধ কৱিৰ অন্তৰৰপৰা অজানিতে ওলাইছে ঈশ-স্তুতি—

ভাবিলে নাপাওঁ অন্ত
ইসৱ কাৰ্য্যৰ
তোমাৰ অনন্ত লীলা
পৰম ঈশ্বৰ।—বিশ্ব

পৰমেশ্বৰ অপাৰ সৃষ্টিত, প্ৰকৃতিৰ বিবিধ প্ৰকাশৰ মাজত সাদৃশ্য বিচাৰি শেষত 'বিৰাট বিশ্বৰ চাৰুচিত্ৰ দোঁখ' 'অজান শিশুৰ দৰে' থাকিবলৈ কৱিয়ে প্ৰেৰণা পাইছে।—উপমা

সংসাৰৰ তাপত মুগ্ধ হৈ কৱিয়ে শান্তি বিচাৰিছে।

"বাঞ্ছা এই মোৰ
শান্তিৰ শীতল পাটী কোমল কোলাত
ক্ষন্তেক বিশ্ৰাম দিয়া পাপী সন্তানক।"—ফল্গু

—এই কৱিতাফাকিত কৱিৰ অন্তৰৰ আকুতি শুনা যায়।

সামৰণিত 'মৰণ' কৱিতাত কৱিয়ে চৰম লক্ষ্যত অবিচল হৈ থকাৰ আশা প্ৰকাশ কৰিছে।

তেতিয়াও তোমাকেহে সুঁৱৰি সুঁৱৰি
বিচাৰোঁ চৰম লক্ষ্য ছিঙি মায়াজৰী॥

এই সকলোবোৰ কৱিতাৰে কেন্দ্ৰস্থ ভাৱ—নিজৰ ক্ষুদ্ৰত্বক ভূমাৰ লগত মিলোৱাৰ চেষ্টা, নিজৰ আমিত্বক ভগৱৎ সত্তাৰ লগ লগোৱা। সেই



ভাৱৰ পূৰ্ণ বিকাশেহে শান্তি দিব পাৰে। কৱি চৌধাৰীৰ কৱিতা শান্তিৰ আশাৰে সিক্ত, শান্ত ৰসৰ প্ৰকাশক।

'দহিকতৰা'ৰে আৰম্ভ কৰি 'ফুলশয্যা'ত শেষ কৰা কৱিতা 'দহিকতৰা'ত বিবিধ ভাৱৰ হিল্লোল উঠিছে। ভাৱ-তৰঙ্গৰ তলৰ সোঁতৰ উমান ললেই বুজা যায় কৱিতাসমূহৰ কেন্দ্ৰস্থ ভাৱ শান্ত ভাৱ। কৱিৰ সমস্ত ভাৱ আৰু অনুভূতিয়ে ভূত-ভৱিষ্যত আৰু বৰ্ত্তমানক একীভূত কৰি এক অনিৰ্ব্বচনীয় ৰূপত প্ৰকাশ হৈছে। সেই বাবে দহিকতৰাৰ বৰ্ণনা বা গিৰিমল্লিকাৰ বৰ্ণনা কেৱল প্ৰাকৃতিক সৌন্দৰ্য্যৰ বৰ্ণনাই নহয়, কৱিৰ সকলো পূৰ্ব্বস্মৃতিৰ বৰ্ণেৰে ৰঞ্জিত হৈ বৰ্ত্তমানৰ অনুভূতিৰে সেই বৰ্ণনা প্ৰাণৱন্ত হৈছে আৰু সি ভৱিষ্যতৰ অতীন্দ্ৰিয় জগতলৈ উৰা মাৰিছে। চমুকৈ কবলৈ হ'লে—গছে গছে উৰি ফুৰা, চকুৰ আগত দেখা দিয়া তেজমঙহৰ চৰাই এটায়ে তাৰ অপৰূপ সৌন্দৰ্য্যৰে, দেহভঙ্গিমাৰে, সুললিত মাতৰ টানেৰে কৱিৰ মনত অতীত স্মৃতি (জন্ম-জন্মান্তৰৰো) জগাই তুলিছে আৰু কৱিয়ে কোনোবা নাম-ৰূপহীন অতীন্দ্ৰিয় জগতলৈ যাব খুজিছে।

দহিকতৰা

দহিকতৰাৰ পঁচিশটা কৱিতাৰ প্ৰত্যেকটোতে কৱিয়ে প্ৰেম-প্ৰীতি-প্ৰণয়ৰ কথা প্ৰায় প্ৰত্যেক স্তৱকতে উল্লেখ কৰিছে। শব্দৰ হিচাপত প্ৰতি দহোটা শব্দৰ ভিতৰত এটা প্ৰেমবাচক শব্দ পাঠকৰ চকুত পৰিব। প্ৰেমৰ কাৰ্য্য আৰু প্ৰকাশৰ বৰ্ণনাও সেই অনুপাতে আছে। সেই ফালৰপৰা চাবলৈ গ'লে দহিকতৰা প্ৰেমৰ কৱিতা। প্ৰেমৰ কৱিতা সঁচা; কিন্তু কৱিৰ প্ৰেম অপাৰ্থিৱ প্ৰেম বা ভূমাপ্ৰেম। কৱিয়ে যেন কব খুজিছে "ন ৱা অৰে পত্যুঃ কামায় পতিঃ প্ৰিয়ো ভৱতি আত্মনস্তু কামায় পতিঃ প্ৰিয়ো ভৱতি।" আত্ম কামনাই শেষত বিশ্বপ্ৰেমত পৰিণত হয়গৈ। তেতিয়া তাত ব্যক্তিগত পাৰ্থিৱ কামনা-বাসনা নাথাকে। পদুম পঙ্কজ; পঙ্কজ হ'লেও পদুমত বোকাৰ গোন্ধ নাথাকে, বোকাৰ চিন নাথাকে, নাথাকে পঙ্কৰ ক্লেদ। পঙ্কজ সুষমাময় আৰু সৌৰভেৰে পৰিপূৰ্ণ। অথচ পদুমৰ জন্মৰ বাবে পঙ্ক অপৰিহাৰ্য্য। সেই দৰে

ব্যক্তিগত সুখ-দুখৰ আলমত কৱিপ্ৰাণত উছলি উঠা প্ৰেম-বিৰহৰ অনুভূতি বিশ্বজনীন হৈ পৰিছে। সেই বাবে কৱিপ্ৰাণত নিখিল-বিশ্বৰ আৰ্ত্তি, বিৰহ-বেদনা অনুৰণিত হৈছে।

দহিকতৰাৰ কৱিতাসমূহত কৱি চৌধাৰীয়ে প্ৰাচীন কাব্যশৈলী অনুসৰণ কৰিছে ; মাজে মাজে সংস্কৃত কাব্য-নাটকত প্ৰসিদ্ধ একো একোটা বাক্যাংশ আৰু কৱি-সময়-প্ৰসিদ্ধ উপমাৰ ব্যৱহাৰেৰে বিবিধ ৰসসৃষ্টিৰ অনুকূল পৰিবেশ ৰচনা কৰি অঙ্গীৰসৰূপে শান্ত ৰসৰ প্ৰলেপ সানিছে।

আলোড়ি গন্ধৰ্ব্বপুৰ নন্দন কানন
গালি কিনো বিশ্বজিত
মদালসা প্ৰেম গীত
পাতিলি প্ৰেমৰ হাট লীলানিকেতন
কৰে য'ত বসন্তই কুঞ্জে নিধুৱন ॥—দহিকতৰা

সংস্কৃত কাব্যত নায়ক-নায়িকাৰ গোপন মিলনৰ ক্ষেত্ৰৰূপে কুঞ্জবনৰ বৰ্ণনাৰে আদি ৰসৰ সৃষ্টি দেখা যায়। বসন্ত নিজেই মূৰ্ত্তিমান হৈ কুঞ্জত নিধুৱন মত্ত (সুৰতাসক্ত) বুলি কৱিয়ে ইয়াত বৰ্ণনা কৰিছে। সেই দৰে—

আলসুৱা ডালিমীৰ বুকুখনি জুৰি
পাখিলাহি পখিলাই
ঘনে ঘনে চুমা খায়
ৰূপ-লীলা তৰঙ্গত নাছুৰি সাতুৰি
হেঁপাহ পলাই পিয়ে অমিয়া মাধুৰী।
অ' প্ৰেয়সী গুটিমালী নহবি অধীৰা
প্ৰিয়তম জনে আহি
বজাই মোহন বাঁহী
পিয়াব মিলন দূতে প্ৰণয় মদিৰা ;
পলাব পিয়াহ ভোক হৃদয়ৰ পীড়া।

সাধাৰণ দৃষ্টিত ইয়াত প্ৰথমে সম্ভোগ শৃঙ্গাৰ বৰ্ণনা কৰাৰ পিছত বিৰহোৎকণ্ঠিতা বাসসজ্জা নায়িকাৰ প্ৰতি মিলন বাৰ্ত্তা অনা সখী দূতীৰ



মুখেদি আশাৰ বাণী শুনোৱা হৈছে। লৌকিক নায়িকাৰ স্বৰূপ গুটিমালীত আৰোপ কৰি কৱিয়ে বিপ্ৰলম্ভ শৃঙ্গাৰ ৰস প্ৰকাশ কৰি তাকে বহুব্যাপক কৰি শান্ত ৰসৰ পৰ্য্যায়লৈ নিছে।

সুৰতপ্ৰসঙ্গী সৌ কপোতমিথুন
ৰঙেৰে আধাৰ বাটি
অমাতৰ মাত মাতি
দেখাইছে প্ৰণয়ৰ চানেকী চিকুণ
যেনি চাওঁ তেনি যেন সকলো নতুন।—দহিকতৰা

এই কৱিতাফাঁকি কালিদাসৰ এফাকি কৱিতাৰ প্ৰতিধ্বনি যেনেই লাগিব।

মধু দ্বিৰেফঃ কুসুমৈকপাত্ৰে পপৌ প্ৰিয়াং স্বামনুৱৰ্ত্তমানঃ।
শৃঙ্গেন চ স্পৰ্শনিমীলিতাক্ষীং মৃগীমকণ্ডূয়ত কৃষ্ণসাৰঃ ॥......

আলঙ্কাৰিকৰ ৰসৰ বিচাৰত ই ৰসাভাসত পৰে। পিছে কৱি চৌধাৰীয়ে কপোত-মিথুনৰ সুৰত প্ৰসঙ্গৰপৰাই সংসাৰৰ নতুনত্বৰ আভাস পাইছে। গতিকে ৰসাভাসতকৈ ই বহুত ওপৰলৈ উঠিছে।

সংসাৰত তোৰমান আশাশুধী নাই
মিলন সম্ভোগ আশা
জনাই প্ৰাণৰ ভাষা
ব্যথিতৰ ব্যথাভৰা দুখ পাতলাই
দাম্পত্য প্ৰণয় বীজ দিছ ওপজাই।—দহিকতৰা

সংসাৰত এজনো বিৰহী হৈ থকালৈকে নিজৰ মিলন সম্ভোগ আশা নকৰা মনোভাৱৰ প্ৰকাশেৰে আদি ৰসাত্মক এই কৱিতাফাঁকি ঈশ্বৰ প্ৰেমত পৰ্য্যবসিত হৈছে।

'গিৰিমল্লিকা' কৱিতাত কৱিয়ে 'অনৱগুণ্ঠিতা', 'স্তোকনম্ৰা', 'মেখলা', 'নিতম্ব', 'গুপ্ত সম্ভাষণ', 'মোহন মদিৰা', 'গৌৰ তনু', 'নিমজ গাল', 'কোমল-বুকু', 'পল্লৱিত বুকু' 'ৰসভঙ্গিমা' আদি বছা বছা আদি-ৰসব্যঞ্জক শব্দ-চয়নেৰে, আৰু "যেতিয়া পিচলি পৰে মৃদু হিল্লোলত বুকুৰ আঁচল", "লাজতেই কুচিমুচি তলমূৰ কৰি কোন ঋষিতনয়ক যাচিছিলা যৌৱনৰ

সৌন্দৰ্য্য মাধুৰী” এনেকুৱা আদিৰস প্ৰকাশক বাক্যভঙ্গীৰে, নাইবা “ধূৰ্জ্জটিৰ ধ্যানভঙ্গ হেতু” মোহিনীৰূপ ধৰাৰ বৰ্ণনাৰে আদিৰস সৃষ্টি কৰিছে ; কিন্তু সেই আদিৰসৰ আলম্বন কোনো সুন্দৰী নহয়, গিৰি-মল্লিকাহে। গতিকে আদিৰস অঙ্গ হৈ শান্তৰসহে অঙ্গী অৰ্থাৎ প্ৰধান ৰস হৈছে। ‘যুগল তৰা’ৰ বৰ্ণনাত অনুৰাগ-প্ৰৱণ নায়কে কৰা নায়িকাৰ হৰিণ নয়নৰ বৰ্ণনাৰ আৰোপে পূৰ্ব্বৰাগৰ সূচনা কৰিছে।

মোৰ দৰে চকোৰিণী
ফুল্লপ্ৰাণ কুমুদিনী
হ’ল চিৰবিৰহিণী স্বৰগ ললনা,
কঠোৰ তোমাৰ প্ৰাণ
কাকো যে নিদিলা স্থান
কৰিলা মাথোন তুমি কপট ছলনা।—জোনলৈ

চকোৰিণীয়ে চন্দ্ৰৰ জ্যোৎস্না পান কৰি উদাসী প্ৰাণত, বিৰহী হৃদয়ত প্ৰণয়ৰ হিল্লোল তোলা কাব্য-জগতত অতিশয় প্ৰসিদ্ধ কথা, চন্দ্ৰৰ বিৰহত কুমুদিনী বিৰহিণী হোৱাও সমানে প্ৰসিদ্ধ।

জনমে জনমে যেন
পাওঁ স্বামী তোমা হেন
নুভুলিবা অভাগীক এয়ে শেষ বাণী।—জোনলৈ

এই কৱিতা কেইফাকিত বিপ্ৰলব্ধা নায়িকাৰ চিত্ৰ আৰু মনোভাৱ প্ৰকাশ হোৱাত ই বিপ্ৰলম্ভ শৃঙ্গাৰৰ ভিতৰত পৰিছে।

কোমল অধৰ-সুধা পৰশি তোমাৰ
লুইতৰ শীতলিল প্ৰাণ,
আনন্দ হিল্লোল তুলি বিবিধ ভঙ্গীৰে
গায় মহা মহিমৰ গান।—পুঁৱতি তৰা

পুঁৱতি তৰাৰ অধৰ সুধা-পান কৰি ( কামিন্যামধৰস্বাদঃ সুৰতা-দতিৰিচ্যতে ) লুইতৰ প্ৰাণ শীতল হোৱাৰ বৰ্ণনাৰে প্ৰকাশ হোৱা আলম্বন উদ্দীপন বিভাৱেৰে পৰিপুষ্ট হৈ সম্ভোগ শৃঙ্গাৰ ইয়াত প্ৰকট হৈ উঠিছে।



‘সুধাৰ আধাৰ লাৱণি ওঁঠত’
‘মিলন অলকা জিলিকি উঠিল
বাসৰ ঘৰত মোহন মেলা।’— অভিসাৰ

অঞ্জলি কৱিতা কেইফাঁকিও একে সুৰৰে।

পদ্মাগন্ধা সৰসীত ধীৰ সমীৰণে
নাচি নাচি যায় ঢৌ খেলি
মৃণাল উভঞ্জি লৈ ৰাজহংসযূথে
আনন্দতে কৰে কত কেলি।

এনে উক্তি সংস্কৃত কাব্যৰ বৰ্ণনাভঙ্গীৰে অসমীয়া ৰূপমাত্ৰ। উদাহৰণ বেছি কৰাৰ কিবা জানো আৱশ্যক আছে ?

সভাৰ মাজত পালে সতী লাজ ৰাজপ্ৰত্যাখ্যান শুনি
দাৰুণ শীতৰ প্ৰকোপত যেনে ম্ৰিয়মানা কুমুদিনী।—কেতেকী

এই কৱিতাফাঁকিত “জাতাং মন্যে শিশিৰমথিতাং পদ্মিনীং ৱান্যৰূপাম্’ মেঘদূতৰ এই কৱিতাফাঁকিৰ প্ৰতিধ্বনি যেন শুনা যায়।

পঞ্চ তৰঙ্গাত্মিকা কেতেকীৰ তৰঙ্গ উত্তাল তৰঙ্গ নহয় ; কিন্তু ব্যাপক আৰু সুদূৰপ্ৰসাৰী। ডাঠ হাবিৰ গছৰ পাতৰ মাজত লুকাই লুকাই

কেতেকী

কৰুণ সুৰ সৃষ্টি কৰা কেতেকীৰ সুৰে কৱিৰ প্ৰাণ পুলকিত কৰিছে। জুমি জুমি চাই কেতেকীক দেখি কৱি আশ্বস্ত হ’লনে নিৰাশ হ’ল কোৱা টান। কিন্তু কেতেকীৰ সুৰে কেতেকীৰ অস্তিত্ব কৱিৰ মনৰপৰা বিলুপ্ত কৰিলে। চৰাইটোৰ সৌন্দৰ্য্যলৈ কৱিৰ লক্ষ্য নাই। কৱিৰ প্ৰাণত অনাদি বাসনা জাগ্ৰত কৰাতে কেতেকীৰ সাৰ্থকতা। তাকে কৰি কেতেকী লুকাল। কৱিয়ে এতিয়া তেওঁৰ অন্তৰত বাজি থকা বিৰহৰ সুৰ কেতেকীৰ শাশ্বত বিৰহৰ সুৰত মিলাই দিছে। কেতেকীৰ প্ৰথম আৰু দ্বিতীয় তৰঙ্গত বৰ্ণনীয় বিষয়ৰ সৈতে কৱিৰ তন্ময়ীভৱন দেখা যায়। তৃতীয় তৰঙ্গত কৱিমানস প্ৰেমৰ ভাৱনাত পৰিপূৰ্ণ আৰু প্ৰকাশৰ বেদনাত কাতৰ।

কণ্বমুনিৰ আশ্ৰম পালিতা শকুন্তলাৰ প্ৰেমবিধুৰা মূৰ্ত্তিয়ে কৱিৰ অন্তৰ

জুৰি পৰিছে। সেইদৰে নল-দময়ন্তীৰ প্ৰেম-বিৰহ, হাঁহি-অশ্রুৱে কৱিৰ অন্তৰত নিমিষতে ভুমুকি মাৰিছে। বিৰহী যক্ষৰ প্ৰতি সমবেদনাত কৱিৰ অন্তৰ আনন্দ-বিষাদৰে ভৰি পৰিছে। প্ৰেমত উন্মাদিনী হোৱা গোকুলৰ ব্ৰজবালা, কৃষ্ণৰ মোহন বেণু দুয়োটাকে কৱিয়ে সুঁৱৰিছে। কৱিয়ে এফালে প্ৰেমিকৰ মিলনৰ আনন্দৰ ভাগ লৈছে, আনফালে বিৰহ দুখতো সমবেদনা প্ৰকাশ কৰিছে। মন কৰিব লগীয়া যে এই সকলোবোৰ আখ্যান অৱিমিশ্ৰ প্ৰেমৰ আখ্যান নহয়, বিৰহ আৰু দুখৰো। প্ৰেমৰ মাজত থকা বিৰহ, মিলনৰ লগতে অহা বিচ্ছেদ—এই দ্বন্দ্বাত্মক অৱস্থা সুৱঁৰি কৱিৰ মনত পৰম নিৰ্বেদ ভাৱৰ সৃষ্টি হৈছে। 'দুখেৰে মিহলি নোহোৱা কোনো সুখেই নাই'—এই পৰম সত্যকে কৱিয়ে কেতেকীৰ মাতত অনুভৱ কৰিছে। সেই বাবে আদি ৰসাত্মক মিলনৰ উল্লেখৰ লগতে বিৰহ দুখৰো বৰ্ণনা কৱিয়ে দিছে। সুখ-দুখৰ দ্বন্দ্বাত্মক স্বৰূপে কৱি মানসত শান্ত সমাহিত ভাৱৰ সৃষ্টি কৰিছে। গতিকে 'দহিকতৰা' আৰু 'কেতেকীত' আৰু লগতে 'সাদৰীতো' শান্ত ৰসৰহে সহৃদয়ে আস্বাদ কৰে।

'কাৰবালা 'কাব্য কৱি চৌধাৰীৰ অন্যান্য কৱিতা সমষ্টিতকৈ বেলেগ। 'সাদৰী'ৰ দুই এটা কৱিতাৰ বাহিৰে সকলোবোৰ কৱিতা,' দহিকতৰা' আৰু 'কেতেকীৰ' কৱিতাপুঞ্জ নিৰাধাৰ কাল্পনিক বিষয়ক। সেইবিলাক কৱি মানসৰ ভাৱবিলাস বা একোটা অনুভূতিৰ কাব্যিক প্ৰকাশ মাত্ৰ। উপলক্ষ বিষয়ৰ সৈতে বৰ্ণনীয় বিষয়ৰ কোনো যুক্তি সহ সঙ্গতি নাই; কল্পনা সূত্ৰইহে দুয়োটাকে সাঙুৰি ৰাখিছে। 'কাৰবালা' ঐতিহাসিক আৰু কিছু পৰিমাণে কিম্বদন্তিমূলক আখ্যানত ভৰ দি ৰচা কাব্য। কাৰবালা নামটোৱেই কৱিৰ মনত সৰ্ব্বস্বহাৰা দুখ-যাতনা সহি সহি বিষাদৰ প্ৰতিমূৰ্ত্তি হৈ পৰা বিৰহিণীৰূপে দেখা দিছে। কৱিয়ে কাৰবালাক 'কাৰ বালা ?" বুলি প্ৰশ্ন কৰিছে।

কাৰবালা

কি দোষ বা কৰিছিলা অভাগিনী তুমি
যিজনৰ কটাক্ষত চিৰ দগ্ধ হই
ভুগিছিলা বহু কাল নিগ্ৰহ যাতনা ?



আৰম্ভণিতে কাৰবালাৰ এই কাল্পনিক ৰূপৰ বৰ্ণনাৰে কৱিয়ে কৰুণৰসৰ উদ্দীপন বিভাৱ উপস্থাপন কৰি শেষলৈকে তাক পৰিপুষ্ট কৰিছে। কৱিৰ মনোভাৱ এফাঁকি কথাতে প্ৰকাশ হৈছে—

হৃদয় বিদৰা স্মৃতি কৰুণ কাহিনী
বিষাদৰ অশ্ৰুজলে তিতি যায় বুকু।

কৰুণ কাহিনীৰ বৰ্ণনাৰে কৰুণ ৰস সৃষ্টি কৰিবলৈ মাজতে ব্যভিচাৰী ভাৱ ৰূপে জায়েদা বেগম আৰু এজিদৰ মাজত থকা গুপ্ত প্ৰণয়ৰ ইঙ্গিতেৰে আদিৰসৰ সূচনা কৰা হৈছে। জায়েদাৰ সপত্নী হাচানে-বানু আৰু জয়নাবৰ প্ৰতি ঈৰ্ষানল জ্বলি উঠিছে। সপত্নীৰ প্ৰতি ঈৰ্ষা শৃঙ্গাৰৰ ব্যভিচাৰী ভাৱ হৈছে। সেইদৰে স্বামীৰ উপেক্ষা, আত্মনিন্দা, ধিক্কাৰ আদি সঞ্চাৰী ভাৱ হৈছে। ব্যভিচাৰী আৰু সঞ্চাৰাভাৱৰ সহযোগত জায়েদাৰ স্বামীনিষ্ঠ ৰতি বৃদ্ধি হ'ব লাগিছিল; কিন্তু সেয়ে নহৈ বিপথগামী হোৱাত আদিৰসে পূৰ্ণতা লাভ কৰিব নোৱাৰিলে। শেষত এজিদে জায়েদাক নিজ হাতে বধ কৰাত বীভৎস ৰসৰ সূচনা হ'ল। কাব্যৰ আখ্যানে কৱিৰ মনোভাৱ আৰু বিশ্বাসৰ ভেটিত গঢ় লয় আৰু কেতিয়াবা আখ্যানৰ নিজস্ব ধাৰাৰ অননুকূল হৈয়ো পৰে। কৱি চৌধাৰীয়ে নিজস্ব ধৰ্ম্মাবিশ্বাস আৰু কৰ্ম্মবিশ্বাসৰ অনুৰূপে 'বিধিৰ বিধান 'কৰ্ম্মফলভোগ', 'তুমি উপলক্ষ মাত্ৰ নিয়তিৰ কাৰ্য্য' আদি উক্তিৰে হাচানে মৃত্যুকালত জায়েদাক ক্ষমা কৰাৰ বৰ্ণনা কৱি শান্ত সমাহিত ভাৱ এটা প্ৰকাশ কৰিব খুজিছে, যদিও জন্মান্তৰীয় কৰ্ম্মফল-ভোগ ইছলাম ধৰ্ম্মীয় বিশ্বাসৰ অনুকূল নহয়।

কাৰবালাৰ যুদ্ধক্ষেত্ৰত শত্ৰুৰ সমৰায়োজন আৰু স্বপক্ষৰ দুখ-কষ্টৰ মাজতো দুচেনে ধীৰ-স্থিৰ ভাৱে আগবঢ়া আৰু কাছেমক যুদ্ধলৈ যাবলৈ অনুমতি দিয়া কাৰ্য্যত বীৰত্ব প্ৰকাশ পাইছে। তেওঁৰ শক্তি থকাতো যুদ্ধোৎসাহতকৈ ধৰ্ম্মৰ প্ৰতি প্ৰবল নিষ্ঠাই অন্তৰৰ ধৰ্ম্মোৎসাহ বেছিকৈ প্ৰকাশ কৰিছে। বীৰৰস পৰিপুষ্ট হোৱাৰ উপযোগী আলম্বন বিভাৱ, উদ্দীপন বিভাৱ, ব্যাভিচাৰী ভাৱ আদি সকলো আছে।

শত্ৰুসৈন্যই বেঢ়ি আছে, শিবিৰত পানীৰ অভাৱত তিলতিলকৈ এটি এটিকৈ অনুগামীসকল মৃত্যুৰ মুখলৈ আগবাঢ়িছে। এনে অৱস্থাত কাছেম-ছখিনাৰ প্ৰণয়-লীলাৰ পাতনি মেলাটো অনুপযুক্ত পৰিবেশত ৰসসৃষ্টি কৰা যেন হয়। আখ্যানৰ ঐতিহাসিকতাৰ অনুৰোধত কৰিয়ে যুৱ-যুৱতী কাছেম-ছখিনাৰ মিলনৰ পাতনি মেলিছে যদিও, সেই মিলনৰ বিশদ বৰ্ণনা কৰা নাই। গতিকে পৰিবেশ অনুপযুক্ত যদিও, ৰসতে নাম থোৱাত ৰসভঙ্গ হোৱা নাই। বৰং ছখিনাৰ প্ৰণয় কাছেমৰ যুদ্ধোৎসাহৰ সহায়ক হোৱাত সি বীৰৰস পৰিপুষ্টহে কৰিছে আৰু সেই বীৰৰসে অঙ্গীভূত (প্ৰধান) কৰুণ ৰস প্ৰকাশ কৰিছে। শেষত হুচেনে অকলেই সিংহপৰাক্ৰমেৰে শত্ৰু সংহাৰ কৰি ফোৰাতৰপৰা একাঁজলি পানী তুলি খাব খোজোঁতেই ঘাতক চীমাৰ সন্মুখত উপস্থিত হ'ল। হাতত অস্ত্ৰ লৈ প্ৰাণসংহাৰ কৰিবলৈ উদ্যত হোৱা চীমাৰক দেখি হুচেনে "ঈশ্বৰৰ চৰণত আত্ম বলিদান" তুলি দি ধাৰ স্থিৰ হৈ ৰ'ল

> নিবাত নিষ্কম্প আহা, কি প্ৰশান্ত মূৰ্ত্তি
> গভীৰ ধ্যানত যেন মগ্ন বীৰবৰ!

হুচেনৰ আত্মসমৰ্পণৰ এই অৱস্থাত তেওঁৰ মনত শত্ৰুৰ প্ৰতি প্ৰতিহিংসা আৰু দ্বেষ নাই; শত্ৰু নিপাতৰ কামনাও নাই, আত্মীয়-স্বজনৰ বিয়োগত বেজাৰ নাই, নিয়তিৰ ওপৰত ক্ষোভ নাই, ৰাজ্যলাভৰ আশা নাই। এয়ে শান্ত সমাহিত অৱস্থা। ইয়াত প্ৰকাশ হোৱা শান্তৰসে ঘাই কৰুণ ৰসৰ পৰিপুষ্টি সাধন কৰিছে। কাৰবালা কৰুণ ৰসাত্মক।

কৰি ভৱভূতিয়ে অন্তৰৰ গূঢ় শোকৰ বৰ্ণনা কৰোঁতে কোৱা "দলতি হৃদয়ং গাঢ়োদ্বেগঃ দ্বিধা নতু ভিদ্যতে।"

নাইবা "পুটপাকপ্ৰতীকাশো ৰামস্য কৰুণো ৰসঃ।"

শোকৰ এনে সূক্ষ্ম আৰু অন্তৰ্ভেদী বৰ্ণনা নাই যদিও, হুচেনৰ সংযত শোকত কৰুণ ৰসৰ প্ৰকাশ অনুভৱ হয়।

---

# বিভিন্ন দৃষ্টিত

শ্ৰীৰঘুনাথ চৌধাৰীদেৱৰ কবি-জীৱন আৰম্ভ হয় ঊনবিংশ শতিকাৰ শেষ দশকৰপৰা। 'সাদৰী'ৰ মৌ-মাত, 'কেতেকী'ৰ হিয়াভগা কৰুণ সুৰ, 'দহিকতৰা'ৰ মধুনিস্থত কণ্ঠৰ মধুময় সুৰৰ মূৰ্চ্ছনাৰে অসমীয়া কাব্যাকাশ আজিও স্পন্দিত। 'কাৰবালা' অসমীয়া কাব্যাকাশৰ পুৰতি তৰা, 'নৱ-মল্লিকা' দীপলিপ হাতীপটী। এই সকলোখিনি সাহিত্য-সম্ভাৰে কবি আৰু সমালোচকসকলৰ অন্তৰ বিভিন্ন ভাবেৰে আলোড়িত কৰিছে। কোনোৱে তেওঁক বুলিছে ৰোমান্টিক কবি, কোনোৱে বুলিছে বিহগী কবি আৰু কোনোৱে বুলিছে প্ৰকৃতি-কবি। কোনো কোনো আকৌ তেওঁৰ মনোৰম ৰচনা-শৈলী আৰু অনুপম চিত্ৰকল্পৰদ্বাৰা বৰকৈ বিমুগ্ধ হৈছে। অসমীয়া কাব্য-ফুলনিৰ চৌধাৰী এটি চিত্ৰ-বিচিত্ৰ পখিলা। পাখিত ৰহণ সানি পখিলাই সকলোকে অভিভূত কৰাৰ দৰে চৌধাৰীয়েও অনুপম কল্পনা, বিচিত্ৰ অনুভূতি আৰু অননুকৰণীয় কাব্য-ৰীতিৰদ্বাৰা সকলো কাব্যৰসিক আৰু সমালোচকক তন্দ্ৰাভিভূত কৰিছে।

চৌধাৰী অসমৰ এগৰাকী শ্ৰেষ্ঠ গীতি-কবি। গীতি-কবিতাৰ প্ৰায়খিনি লক্ষণ তেওঁৰ কিছুমান কবিতাত বিৰাজমান। ৰোমান্টিক ভাব তেওঁৰ কবিতাৰ ঘাই সুঁতি। অধ্যাপক শ্ৰীকমলেশ্বৰ শৰ্ম্মাই এঠাইত লিখিছে—"অসমীয়া ৰোমান্টিক সাহিত্যৰ চৌধাৰী আৰু দুৱৰা দুটি উজ্জ্বল নক্ষত্ৰ। চৌধাৰীৰ প্ৰকৃতি বিষয়ক কবিতাখিনি অসমীয়া ৰোমান্টিক সাহিত্যৰ উচ্চাঙ্গ সঙ্গীত। তেওঁৰ কবিতা ধ্যানমগ্ন যোগীৰ আজন্ম সাধনাৰ বাণী। ৰোমান্টিচিজমৰ বেদীত বহি তেওঁ প্ৰকৃতিৰ আৰাধনা কৰিছিল। অন্তৰৰ একান্ত আকুতি আৰু যুগৰ অনুকূল সঁহাৰিৰদ্বাৰা কবিয়ে সাধনাত সিদ্ধি লাভ কৰিলে। তেওঁৰ দৃষ্টিত মৃন্ময় প্ৰকৃতিয়ে চিন্ময়ৰূপ ধাৰণ কৰিলে। কি মহান এই বিশ্বজেউতি!

কৰি আনন্দত অধীৰ হল। সন্মুখত ৰূপৰ জোৱাৰ। অন্তঃস্থলত ভাবৰ লহৰ—উন্মাদনা আৰু তন্ময়তা। কথা, ছন্দ, চিত্ৰ আৰু গীতৰ মাজেদি কৰিয়ে তেওঁৰ মনৰ সকলো উন্মাদনা, সকলো তন্ময়তা উজাৰি দিলে। কাব্য-জগতত এখন বিচিত্ৰ ৰোমাণ্টিক প্ৰকৃতি ৰাজ্যৰ সৃষ্টি হল। এয়ে ৰঘু চৌধাৰীৰ ৰোমাণ্টিক কৱিতা। তেওঁৰ সাহিত্য ৰসিক পাঠকৰ প্ৰাণৰ দুলালী।"

স্কুলীয়া জীৱনৰ মাজভাগতে তেওঁ স্কুলৰ চাৰিবেৰৰ মাজৰপৰা ওলাই আহিল। কেইদিনমান শিক্ষকতা কৰিলে। তাতো তেওঁৰ মন নবহিল। তেওঁ খেতি-পথাৰত লাগিল। প্ৰকৃতিৰ হাতত নিজকে এৰি দিলে। উন্মুক্ত আকাশৰ তলত মুকলি পথাৰত বহি খেতিয়ক চৌধাৰীয়ে কোনোবা এটি মাদকতাপূৰ্ণ মুহূৰ্ত্তত শুনিলে পখীৰ সঙ্গীত, মৌমাখিৰ গুঞ্জন, নিজৰাৰ কুলু কুলু ধ্বনি আৰু সমুখত দেখিলে পুৱাৰ সোণৰঙী আভা, সন্ধিয়াৰ হেঙুলি ৰহণ, বিজুলীৰ চিক্‌মিক হাঁহি আৰু আকাশ বগাই ফুৰা শুকুলা ডাৱৰৰ শাৰী। তেওঁৰ মন-পথাৰত বিচিত্ৰ অনুভূতি অঙ্কুৰিত হল। অনুভূতি উপলব্ধি কৰিব পৰা তেওঁৰ এখন বিশাল অন্তৰ আছে। স্কুল-কলেজৰ শিক্ষাখিনি নথকা সত্বেও এই বিশাল অন্তৰেই তেওঁক কৱিতা ৰচনাৰ বাবে প্ৰয়োজনীয় প্ৰতিভাৰ গৰাকী কৰি তুলিলে। চৌধাৰীৰ সাহিত্য-সেৱাৰ প্ৰশংসা কৰি ন্যায়াধীশ ৺হলিৰাম ডেকাই কৈছিল—"মাহিলি আলোচনীত গোটাদিয়েক প্ৰবন্ধ বা পদ্য প্ৰকাশ কৰিয়ে সাহিত্যৰথী বা সাহিত্যশিৰোমণি উপাধি লাভ কৰা আমাৰ ইয়াত বিৰল নহয়। কিন্তু চৌধাৰী ডাঙৰীয়াৰ বিষয়ে সাহ কৰি কব পাৰি যে তেখেত সেই বিধৰ সাহিত্যিক নহয় আৰু আগেয়েও নাছিল।"

চৌধাৰী অসমৰ জাতীয় কৱি। অসমৰ সমাজ-জীৱনৰ আচাৰ-ব্যৱহাৰ, নীতি-নিয়ম, জীৱন-নিৰ্ব্বাহ প্ৰণালী, ধাৰ্ম্মিক চিন্তাধাৰা, আনকি অসমৰ প্ৰকৃতিয়েও তেওঁৰ ৰচিত কৱিতাবোৰৰ মাজেদি ভুমুকি মাৰিছে। মৌলিক চিন্তাধাৰা আৰু প্ৰচুৰ কল্পনা-শক্তিৰ বলত তেওঁ অসমীয়া জাতীয় জীৱনৰ নাড়ীজ্ঞান কৰিব জানিছিল। ভাষাবিদ বাণীকান্ত



কাকতি দেৱে এঠাইত লিখিছে—"মৌলিক প্ৰতিভাৰ লক্ষণেই এনেকুৱা, য'ত বাণত চিত্ৰবোৰ সদায় স্থানোপযোগী কৰি তোলে। সৰুসুৰা লিখক-সকলৰ দৰে কৰিয়ে যদি বোৱাৰীক নাটক উপন্যাস পঢ়ি থকা বুলি কলেহেঁতেন, তেনেহলে সেইটো ইমান মৰ্ম্মস্পৰ্শী নহলহেঁতেন। তাত বাজেও ইয়াত জাতীয় বা স্থানীয় সত্যৰ অভাৱ অনুভৱ কৰিব লাগিল-হেঁতেন। যি সমাজত থাকি বা যি সমাজক লক্ষ্য কৰি কৰিয়ে কল্পনা চলায় সেই সমাজৰ আচাৰ-ৰীতিৰ ভিতৰেদিহে কৰিয়ে নিজৰ চিত্ৰ দেখুৱায়।"

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই কেতেকীৰ সমালোচনা প্ৰসঙ্গত বাঁহীৰ অষ্টাদশ বছৰ প্ৰথম সংখ্যাত লিখিছিল—'বন্ধুবৰ শ্ৰীযুত বাণীকান্ত কাকতিয়ে কিতাপখনৰ পাতনিত কেতেকীৰ বিশ্লেষণ কৰি যি কথা লেখিছে, তাৰপৰা আমি আষাৰচেৰেক তুলি দি কওঁ যে, কাকতিৰ প্ৰত্যেকটি কথাকে আমি আদৰেৰে সমৰ্থন কৰোঁ। বৰ সৌভাগ্যৰ কথা যে আজিকালিৰ দুখুনী আসাম সাহিত্য-জগতত এনে এজন অসমীয়া কৱিৰ উদ্ভৱ হৈছে যাৰ কেতেকী কৱিতা পৃথিৱীৰ ডাঙৰ ডাঙৰ কৱিসকলৰ খণ্ডকৱিতাৰে ৰিজালে, সি সেইবোৰেৰে সৈতে সমান আসন অধিকাৰ কৰিব পাৰে। "কৱিতাটো বৰ সুন্দৰ। ইয়াৰ ভিতৰেদি ভাৱ-মন্দাকিনী প্ৰবাহিত হৈছে। কৱিতাটোৰ মূল ভাৱ কেতেকী চৰাইৰ আগমনত সাগৰৰ জোঁৱাৰ উঠাত স্ফীত-বক্ষা গঙ্গাৰ নিচিনা জড়-চেতন পৃথিৱীৰ নৱ যৌৱন স্ফুৰণ। কেতেকীৰ গীত কোনোবা অপৰূপ, সদানন্দনৰূপ মানুহে নজনা পূৰ্ণজগতৰ আনন্দ উচ্ছাস। কেতেকীৰ মাত জানিবা বসন্তৰ বতাহ, কোন দেশৰ পৰা আহি কোনো ফালে বলি যায় তাৰ ইয়ত্তা কৰিব নোৱাৰি। কৱিৰ মানত কেতেকী মাথোন এটি স্বৰ, এটি প্ৰহেলিকা।

দ্বিতীয় তৰঙ্গত জগতত নৱ ভাৱ বৰ্ণনাক ভাৱৰ গৰিমা আৰু ভাষাৰ সৌষ্ঠৱত মহাকৱি কালিদাসৰ কুমাৰ সম্ভৱৰ তৃতীয় সৰ্গৰ বসন্ত বৰ্ণনাৰ লগত তুলনা কৰিলে কোনোক্ৰমেই অসমীয়া কৱিৰ বৰ্ণনাই হীনতা স্বীকাৰ কৰিব নালাগিব। কৱিতাৰ চিত্ৰবোৰ শুনা বা অইন কিতাপৰ

পৰা ধাৰ কৰি অনা কাল্পনিক চিত্ৰ নহয়, সেইবোৰ কৱিয়ে নিজৰ কৱিতাময় চকুৰে অসমীয়া গাঁৱে-ভুঁয়ে হাবিয়ে বননিয়ে দেখা চিৰকলীয়া চিত্ৰ মাথোন। ... সাধাৰণ অসমীয়া ঘৰুৱা জীৱনৰ ভিতৰেদি বিশ্বজনীন বিকাশ দৰ্শন—গৰুৰ খোজৰ পানীত সমস্ত নভোমণ্ডলৰ প্ৰতিবিম্ব।" ইত্যাদি। আজি অসমীয়া সাহিত্য জননীয়ে নিজ সন্তান কৱিৰ মূৰত দুৰ্ব্বাক্ষত দি আশীৰ্ব্বাদ কৰি কৈছে—বোপাই, তুমি দীৰ্ঘজীৱী হোৱা। তোমাৰ দুখুনী জননীয়ে আকৌ তোমাৰ ওচৰত হাত পাতিছে।'

চৌধাৰীৰ দৃষ্টিত বৈচিত্ৰ্যময় প্ৰকৃতিয়ে ঈশ্বৰৰ শাৰীৰিক ৰূপ। ভাৰতীয় দৰ্শনৰ সনাতন সুৰ তেওঁৰ কৱিতাত প্ৰতিধ্বনিত হৈছে। অধ্যক্ষ শ্ৰীহেম বৰুৱাই এঠাইত লিখিছে—"ৰঘুনাথ চৌধাৰী ঘাইকৈ প্ৰকৃতি বিষয়ক কৱি। তেওঁৰ কেতবোৰ কৱিতা বিশ্বস্ৰষ্টাৰ মহিমাৰ প্ৰতীক স্বৰূপ। বিশ্বভোলা কৱিতাত প্ৰকৃত ৰহস্যবাদীৰ দৰেই প্ৰকৃতিৰ বিবিধ ৰূপত তেওঁ ঈশ্বৰক প্ৰত্যক্ষ কৰিছে। কৱিতাটোৰ শেষৰ ফালে ঐশ্বৰিক মহিমাৰ ওপৰত আত্মসমৰ্পণ কৰাৰ নিদৰ্শনো আছে। কৱিৰ বাবে জীৱনটো হৈছে এটা প্ৰতীক। এটা চৰাই-ঘৰ। জীৱনটো হৈছে দুৰ্গম মৰুভূমিৰ মাজেদি বাট বুলি যোৱা যাত্ৰিকৰ যাত্ৰা। জীৱন ৰহস্য হৈছে মেটাৰলিঙ্কৰ নীল পখী। ই সহজলভ্যও নহয়, সহজবোধ্যও নহয়।

চৌধাৰীৰ কৱিতাসমূহ দুটা প্ৰধান ধাৰা বিশিষ্ট। ডক্টৰ শ্ৰীমহেশ্বৰ নেওগে এই দুটি ধাৰাৰ স্বৰূপ নিৰ্ণয় সম্পৰ্কত লিখিছে—"চৌধাৰীৰ কৱিতাসমূহত দুটা স্পষ্ট আৰু স্বকীয়া ধাৰা দেখিবলৈ পোৱা যায়। এটা ইন্দ্ৰিয়মুখী, আনটো ইন্দ্ৰিয়বিমুখী। এটিত ৰূপ, ৰস, গন্ধ, স্পৰ্শ আৰু শব্দ স্বৰূপ তন্মাত্ৰলব্ধ জীৱনৰ স্বীকৃতিৰ প্ৰতি এটি আকৰ্ষণ। আনটিত ভাৰতীয় চিত্তবৃত্তিৰ চিৰচিনাকি ভক্তিজ্ঞান বৈৰাগ্যৰ উদ্দাম ভাব। দুয়োটি ধাৰাই সাৰ্থক কৱিতাৰ সৃষ্টি কৰিছে। দুয়োটি দেখাত পৰস্পৰ-বিৰোধী হলেও সিহঁতৰ সম্বন্ধৰ ক্ষেত্ৰ আছে। কিন্তু সেই ক্ষেত্ৰ সংঘাতৰ বিষম ক্ষেত্ৰ। "দাবাগ্নিৰ দহনত দেবদাৰু তৰু ছাৰখাৰ" হোৱাৰ দৰে সেই সংঘাতে কৱিৰ জীৱনত "অন্তৰ্দ্দাহী বাৰণৰ চিতাজুই" জ্বলাই



তুলিছে। কৱি-জীৱনৰ প্ৰথম ধাৰাটিয়ে অনুপম প্ৰকৃতি-কৱিতাবোৰৰ সৃষ্টি কৰিছে আৰু তাৰে শ্ৰেষ্ঠ অভিব্যক্তি হ'ল তেখেতৰ চৰাই আৰু ফুল বিষয়ক কৱিতাখিনি। দ্বিতীয় প্ৰৱাহ সংসাৰক অস্বীকাৰ কৰা বৰাগী ভাবৰ কৱিতাত মূৰ্ত্ত হৈছে; কিন্তু সেই প্ৰৱাহৰ তীব্ৰতা প্ৰকাশ হৈছে সংসাৰ স্বৰূপ হলাহল গিলিবলৈ যত্ন কৰি নীলকণ্ঠ হব নোৱাৰি কৱি যত ভাগি পৰিছে, 'ফুলশয্যা' আদি তেনেবোৰ কৱিতাত।"

চৌধাৰীৰ কৱিতাত বৈৰাগ্য ভাবৰো ছিটিকনি পৰিছে। এই ভাব বিশেষকৈ বিশ্বৰূপ, দান, প্ৰতিধ্বনি, বৈৰাগ্যৰ কথা অন্তিম জ্যোতি, ফুলশয্যা আদি কৱিতাত বিকশিত হৈছে। এই বিষয়ে অধ্যাপক শ্ৰীহেমন্তকুমাৰ শৰ্ম্মাই কৈছে—"সংসাৰত আশাসুখ, শান্তি প্ৰেম, বাসনা তৃপ্তি, ৰাজপদ, সন্মান গৌৰৱ আদি পাবলৈ কৱিয়ে এদিন হয়তো হাবাথুৰি খাইছিল। মায়া-মৰীচিকাময় সংসাৰত সেইবোৰ বিচাৰোঁতে কৱিয়ে দুখৰ উপৰিও দুখহে পালে। সেয়েহে কৱিয়ে পিশাচিনী কামনাক আঁতৰাই দুখ-দৈন্যকে ভগৱানৰ দান বুলি লব খুজিছে।"

চৌধাৰীৰ কৱিতাত ফুল আৰু চৰাইৰ প্ৰভাৱ মন কৰিবলগীয়া। আৰু চৰাইক উপজীব্য হিচাপে লৈ তেওঁ বহুবোৰ কৱিতা ৰচনা কৰিছে। এই দুয়োবিধ কৱিতা কৱিৰ নিসঙ্গ জীৱনৰ কাৰুণ্যৰে ৰঞ্জিত। ডক্টৰ শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মাই এঠাইত কৈছে—"কৱিয়ে নিজৰ উকা জীৱন ফুল আৰু চৰাইৰ জীৱনৰ নানা ৰঙৰ বৰণ আৰু ছন্দেৰে বোলাবলৈ আকুতি জনাইছে। চৌধাৰীৰ দৃষ্টিত ফুল-ফল, তৰু-তৃণ, গছ-লতিকা, বিহগ-বিহগী আদি সকলোতে ঈশজ্যোতি প্ৰকাশ পাইছে আৰু সেইবোৰ সজীৱেই নহয়, প্ৰেমৰ মূৰ্ত্ত বিকাশ।" সংস্কৃত কাব্যকাৰসকলৰ পৰাই কৱিয়ে বিশেষভাৱে অনুপ্ৰেৰণা লাভ কৰিছে। এই কাব্যকাৰসকলৰ-পৰাই তেওঁ কাব্যৰীতি আৰু শব্দচয়নৰ আদৰ্শও লৈছে। ডক্টৰ শৰ্ম্মাই আন এঠাইত মন্তব্য কৰিছে—"চৌধাৰীৰ কৱি-প্ৰতিভাৰ বিকাশত ইংৰাজী কৱিতাৰ পোনপটীয়া প্ৰভাৱ নাই। প্ৰাচীন সংস্কৃত সাহিত্যৰদ্বাৰাইহে তেওঁ আথক প্ৰভাৱান্বিত। শব্দচয়ন, উপমাদি অলঙ্কাৰ প্ৰয়োগ আৰু

চিত্ৰ ৰচনাত সংস্কৃত সাহিত্যৰপৰা তেওঁ আদৰ্শ গ্ৰহণ কৰিছে। পৌৰাণিক আখ্যানৰ লগত সংশ্লিষ্ট কৰি চিত্ৰ-বৈভৱৰ সমাবেশ কৰি আৰু ভাবোপযোগী শব্দাৱলীৰ ব্যঞ্জনাপূৰ্ণ প্ৰয়োগৰদ্বাৰা তেওঁ বৰ্ণনাসমূহ উজ্বল আৰু ইন্দ্ৰিয়গ্ৰাহ্য আৰু বৰ্ণাঢ্য কৰি তুলিবলৈ সক্ষম হৈছে।"

ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱায়ো এঠাইত কৈছিল—"ৰঘুনাথ ঘাইকৈ সংস্কৃত সাহিত্যৰদ্বাৰা প্ৰভাৱান্বিত। তেওঁ কেৱল প্ৰকৃতিক পৰম্পৰাগতভাৱে মানৱ জীৱনৰ লগত তুলনা আৰু বৈশাদৃশ্য দেখুৱাবৰ কাৰণে ব্যৱহাৰ কৰা নাই। তেওঁৰ ওপৰত মহাকৱি কালিদাসৰ প্ৰভাৱ অপৰিসীম। প্ৰয়োজন অনুসাৰে তেওঁ সংস্কৃতৰপৰা সাধুকথা, উপকথা, ৰূপকথা, প্ৰাসঙ্গিক কথা, উপমা আৰু ৰূপকল্প ব্যৱহাৰ কৰিছে।"

চৌধাৰীৰ 'নৱমল্লিকা' কথা-কৱিতাৰ শৰাইত জতুৱা ঠাচ, যোজনা, ঘৰুৱা প্ৰকাশভঙ্গীৰ অপূৰ্ব্ব সমন্বয় ঘটিছে! এই পুথিৰ সমালোচনা-প্ৰসঙ্গত শ্ৰীদৈৱচন্দ্ৰ তালুকদাৰে লিখিছে—"এলাগী বন, প্ৰেমৰ জয়, মৌন বেদনা, জীৱনৰ হাবিয়াষ, গছা আৰু চাকি, খদা আৰু জাপি গল্পলেখীয়া প্ৰবন্ধকেইটাৰ ভাষা, ভাব, লিখাৰ গঢ় অতি ওখ খাপৰ হৈছে। ৰচকৰ সূক্ষ্মবস্তুলৈ দৃষ্টি, লগে লগে সচৰাচৰ কোৱা জতুৱা ঠাচ, বাস্তৱতা আৰু আদৰ্শৰ সামঞ্জস্যই পঢ়ুৱৈক আনন্দ নিদি নোৱাৰে। 'কানীধেন্দেলী থুলুকী বেটীজনীনো কেনে?' 'জটকুটৰ ঘাই', 'শোঠাটো তপামূৰত খুচি থব', 'আঁচুবুলীয়া কাপোৰ', 'ঘিলাডুভীয়া চক', 'ওৱাক নিন্দে কোৱাই, পুঠী-খলিহাক নিন্দে ভেৰপেটী মোৱাই', ইত্যাদি সুন্দৰভাৱে ঘৰুৱা ঠাচৰ কথাবোৰৰ ব্যৱহাৰে বিহগী কৱিৰ কৱিতাতকৈ গদ্যত বেছি হাত যেন ফুটি ওলাইছে। খদা আৰু জাপিত পৈণত শিল্পীৰ সুন্দৰ চিনাকি ওলাইছে। আওবতৰীয়া প্ৰেম সম্বন্ধে লিখাৰু ন লিখাৰুসকলে বুজি লওক, সাধাৰণ বস্তু আৰু ৰচনাৰে সৰল ঘটনাৰে কেনেকৈ উচ্চ খাপৰ লিখা সৃষ্টি কৰিব পাৰি। খদা আৰু জাপি অসমীয়া সাহিত্যত কেঁচা সোণৰ দৰে জিলিকি থাকিব।"

চৌধাৰীদেৱৰ 'কেতেকী'ৰ ইংৰাজী সংস্কৰণ এটি প্ৰকাশ হৈছে।



ইংৰাজীলৈ অনুবাদ কৰিছে ডঃ শ্ৰীপ্ৰফুল্লদত্ত গোস্বামীয়ে। অধ্যক্ষ শ্ৰীমনোৰঞ্জন শাস্ত্ৰীয়ে 'কেতেকী'ৰ সংস্কৃত ৰূপান্তৰ এটিও ছপাখানালৈ যুগুত কৰি থৈছে। ইয়াৰ উপৰিও বঙলা, হিন্দী, ইংৰাজী আদি ভাষাত অনুদিত হৈ চৌধাৰীদেৱৰ আৰু কেইটামান কৱিতা অসমৰ বাহিৰতো সমাদৃত হৈছে। ১৯৫২ খৃষ্টাব্দত আমেৰিকাৰ মাউণ্টভৰ্ণোৰ সংস্কৃত কলেজৰ অধ্যাপক তাম্বি মুট্টু নামেৰে এজন তেলেগু পণ্ডিতে "Indian Love Poem" নামৰ কিতাপ এখন সঙ্কলন কৰি প্ৰকাশ কৰে। তাত ভাৰতৰ বৈদিক যুগেৰেপৰা বৰ্ত্তমান যুগলৈকে ভাৰতীয় মনিষীসকলে ৰচনা কৰা প্ৰেমবিষয়ক মুঠ ৭৬টা কৱিতাৰ ইংৰাজী ৰূপান্তৰ সন্নিবিষ্ট কৰা হয়। এই নিৰ্ব্বাচিত কৱিতাসমূহৰ ভিতৰত অসমীয়া সাহিত্য-ভঁৰালৰপৰাও তিনটা কৱিতা বাছনিত উঠে। এটা হৈছে বনগীত, এটা হৈছে বেজবৰুৱাদেৱৰ প্ৰেমৰ কৱিতা আৰু আনটো হৈছে চৌধাৰীদেৱৰ বহাগীৰ বিয়াৰ ৰূপান্তৰ Wedding of Spring.

সামৰণিত আমি কেৱল এগৰাকী খ্যাতনামা বঙালী লিখক শ্ৰীশান্তিৰঞ্জন বন্দ্যোপাধ্যায়ে লিখা গ্ৰন্থৰপৰা বিহগী কৱি সম্পৰ্কীয় মন্তব্যখিনি হুবহু তুলি দিলোঁ—"এ-যুগের আরেকজন শক্তিধর কবি রঘুনাথ চৌধুরী—বর্ত্তমান আসামের সর্বজনশ্রদ্ধেয় প্রবীণতম কবি। মূলত প্রকৃতি-প্রেমিক, ওঅর্ডছওঅর্থের মন্ত্রশিষ্য—'বিহগী কবি' নামে পরিচিত। 'কেতেকী', 'সাদরা', 'দহিকতরা' ইত্যাদির স্রষ্টা হিসেবে ইনি স্মরণীয় হয়ে থাকবেন। 'কেতেকী' লীরিকধর্ম্মী দীর্ঘকবিতা—ইংরেজী 'নাইটএঙ্গেল' এর সার্থক অসমীয়া সংস্করণ। এঁর আরেকটি বিখ্যাত কবিতা 'গিরিমল্লিকা' ঃ—

অয়ি অনবগুণ্ঠিতা ফুল্লশিখরিণী
রঞ্জি মণিকর্ণিকার হরিত মেখলা,
আছা শোভি শুভ্রবেশে। করি সুরভিত
লোহিত্যর তীরভূমি শ্যামল বননি :......
যেতিয়া পিছলি পরে মৃদু হিল্লোলত
বুকুর আঁচল, লাজতেই কুচিমুচি

তলমূর করি কোন ঋষিতনয়ক
যাচিছিলা যৌবনর সৌন্দর্য্য-মাধুরী
নিদাঘর দহনত দুখ পোৱা বুলি
আল ধরিছিল কোন তাপস কুমারী······

শ্রীচৌধুরী প্রকৃতি-প্রেমিক, অতীন্দ্রিয়বাদী, ইংরেজি শিক্ষাদীক্ষার ঘোরতর বিরোধী ও আর্য্যসভ্যতার পুনরুজ্জীবনবাদী হলেও দৃষ্টিভঙ্গি কিন্তু প্রতিক্রিয়াশীল নয়। উনিশ-শতকীয় উদার মানবিকতার পূজারী ইনি। 'জোন আৰু জোনাকি' কবিতায় কবি বলছেন—'জানি জীবন আমার ক্ষণ-স্থায়ী, শক্তি সামান্য—তবু নিজের স্বার্থসিদ্ধি আমি চাইনে। বিবেকের আলোয় পথ চিনে চিনে প্রফুল্ল মনে আমি এগিয়ে যাব কর্তব্যের দিকে। দাসত্বের শৃঙ্খলে আবদ্ধ অবমাননাকর জীবনের চেয়ে অনেক মহিমময় এই জীবন। কারণ যত দুখ আর যত দুর্দশাই থাকুক তবু এতে রয়েছে স্বাধীনতা······আমার সামান্য শক্তি দিয়ে আমি সেবা করে যাব সমগ্র মানবজাতির।"

ভারতের মুক্তিসংগ্রাম থেকেও দূরে সরে ইনি থাকেন নি। সমাজ-সংস্কারমূলক আন্দোলনে প্রত্যক্ষ অংশ গ্রহণ করেছিলেন, ১৯০৫ সালের স্বদেশি আন্দোলনে যোগ দিয়েছিলেন, এবং ১৯২১ সালের করবন্ধ আন্দোলনে নেতৃত্ব করার জন্যে এক বৎসর কারাদণ্ডেও দণ্ডিত হয়েছিলেন। তবে, রাজনীতির জটিল ঘোর প্যাঁচের সঙ্গে মানিয়ে চলতে অক্ষম হওয়ায় শেষ পর্য্যন্ত সাময়িকভাবে প্রত্যক্ষ রাজনীতির সংশ্রব পরিহার করেন। কিন্তু যে-রাজনীতি জীবনের সঙ্গে অঙ্গাঙ্গি, তার আকর্ষণ সৎ শিল্পী কখনো অস্বীকার করতে পারেন না। তাই আজ আবার এঁকে গণ-আন্দোলনের পুরোভাগে দেখা যাচ্ছে।"

---

# অসমীয়া সাহিত্যত কৱিৰ স্থান

অসমীয়া সাহিত্যৰ বুৰঞ্জী দীঘলীয়া আৰু নিজৰ সীমাৰ ভিতৰত যথেষ্ট বিচিত্ৰ। প্ৰাচ্য অপভ্ৰংশত ৰচিত লিৰিকগঢ়ী চৰ্য্যাগীতিবোৰৰ কথা জানিবা এৰিয়ে দিলো। মাধৱ কন্দলিৰেপৰা আজিৰ তৰুণ-তমজনলৈকে ভ্ৰমণটি জানো কম দূৰণিবটীয়া হ'ব! এই দীঘলীয়া সাহিত্যৰ বুৰঞ্জীত এজন সাহিত্যিকৰ স্থান নিৰ্ণয় কৰিবৰ বাবে চমু পথ এটি বিচাৰিব লগীয়া হয়। ৰঘুনাথ চৌধাৰী আধুনিক অসমীয়া সাহিত্যৰ এজন প্ৰতিভূ। এই আধুনিকৰ লগত আদিৰেপৰা অন্ততঃ ব্ৰিটিংশ শাসনৰ আৰম্ভলৈকে পুৰণি অসমীয়া সাহিত্যৰ সামঞ্জস্যতকৈ তাৰতম্য নিতান্তই অধিক। বুৰঞ্জী আৰু ব্যৱহাৰিক সাহিত্য বাদ দিলে পুৰণি অসমীয়া সাহিত্য ধৰ্ম্ম-সাহিত্য, লাগিলে তাৰ বিষয়বস্তুগত ধৰ্ম্ম সঞ্চালনীকৈ বৈষ্ণৱ ভক্তিয়েই হওক বা ছেগাচোৰোকাকৈ শাক্ত-শৈৱই হওক। বৰগীত আৰু বৰগীতগঢ়ী লিৰিকবোৰ এৰি পুৰণি সাহিত্য লিৰিকেল বা মন্ময় প্ৰকাশত বিশেষভাৱে অভাৱগ্ৰস্ত। এই এৰি দিয়া গীতিবোৰতো কৱিমনৰ বা হৃদয়ৰ মুক্ত প্ৰকাশতকৈ ৰুদ্ধ অপ্ৰকাশৰ বেদনাহে কেনেবাকৈ ক'ৰবাত লুকাই আছে। তাত ৰোমান্টিকৰ গগনলক্ষ্মী উচ্ছ্বাসতকৈ ক্লাছিকেলৰ পীড়িত আত্মগোপনেহে ৰাজ্য অধিকাৰ কৰিছে। ৰাজনীতি কিম্বা দেশৰ অতীত ইতিহাসৰ ফালে বিবুধি গড় মাৰি দিয়া হৈছিল। জীৱন্ত সমাজ আৰু ব্যক্তিৰ হা-হুতাহ তেতিয়াও ৰজাৰ মৈদামৰ ভিতৰত। ভাষাৰ বিষয়তো পুৰণি সাহিত্যই সময়ক ফাকি দিছিল; বুৰঞ্জী আৰু কথা-গুৰুচৰিত কেইখন নোহোৱা হ'লে সেই সময়ৰ লোকবাণীৰ স্বৰূপ ধৰিবৰ প্ৰত্যক্ষ উপায়েই আমাৰ নোহোৱা হ'লহেঁতেন। ইংৰাজ শাসনৰ লগত যেতিয়া এমেৰিকাৰ বেপ্টিস্ট পাদুৰীসকল আহিল, তেতিয়া ভাষাৰ খুটিটো লৰিল, শুচি বৈষ্ণৱ কাব্যৰ ভাষাৰ ঠাইত চলিত জীৱনৰ বুৰঞ্জী-

পটভূমি

কথাচৰিত-চিহ্নিত ৰীতি আগবাঢ়ি আহিল, কিন্তু কৱিতা তেতিয়াও নতুন জীৱনলৈ সাৰ নাপাই যেন শুইহে পৰিল। কৱিতা দেৱীয়ে সাৰ পালে বলদেৱ মহন্ত, ৰমাকান্ত চৌধুৰী, ভোলানাথ দাস আদিয়ে যেতিয়া বৈষ্ণৱ কৱিতাৰ আদৰ্শ বৰ্জ্জন কৰি আধুনিক প্ৰকাশৰ ফালে খোজ ল'লে আৰু বিষয়-বস্তুত সাধাৰণ জীৱনলৈ আৰু নিজৰ জীৱনৰ সকুস্থৰা ভাবলৈ নামি আহিল। লিৰিকেল লিৰিক আৰু অমিত্ৰচ্ছন্দৰ প্ৰয়োগৰ এই সময়তে প্ৰথম পৰীক্ষা হ'ল। ইয়াৰ পিছতে পুৰণি কৱিতাৰ আকাশৰ তলি স্খলকি পৰিল, কাৰণ পুৰণিৰ তুলনাত নতুন কাব্যপ্ৰচেষ্টাবোৰ বিপ্লৱৰ শিখাৰ দৰে হ'ল। পুৰণি আৰু নতুন কৱিতাৰ ভিতৰত যেন গোত্ৰ-প্ৰৱৰৰ একো সম্পৰ্কই নাই। কাৰণ এতিয়া 'পশ্চিম আজি খুলিয়াছে দ্বাৰ, সেথা হতে সবে আনে উপহাৰ।' এতিয়া আৰু 'জটাৰ ভিতৰে পশি ওকনিয়ে খোৱা' মূৰৰ ঋষি-মুনিৰ পুৰাণ-ভাৰত-কথা লেখাৰ নহ'লেবা বিশ্বসেন কি দেৱদত্ত কিম্বা বসুভূতি হৈ উজ্জয়িনীৰ বিজন প্ৰান্তত কানন-ঘেৰা ঘৰত দণ্ডী আৰু বাৎসায়নৰ সূত্ৰত কাব্য গঁথাৰ ঐতিহ্য মানি থাকিবৰ সময় উকলি গ'ল। অৱশ্যে ৰোমাণ্টিক ৰহণ সানি অতীতৰ গৌৰৱৰ ফালে ঘূৰি চাবৰ সুবিধা এতিয়াও থাকিল। কিন্তু জীৱন্ত বৰ্ত্তমানে কৱিক ব্যস্ত কৰি তুলিলে। মানৱীয় অনুভূতিৰ সাৰ্থ আৰু পটভূমিৰূপে প্ৰকৃতি, সৌন্দৰ্য্য, ব্যক্তিগত প্ৰেম-প্ৰণয় আৰু নিঃস্ব মানৱ কৱিতাৰ বিষয়-বস্তু হ'ল। ৰোমাণ্টিক অবাস্তৱ পৰিৱেশত ৰাখি আমাৰ মন অন্তৰ আৰু বাহিৰৰ বাস্তৱক চাবৰ প্ৰয়াস স্বীকৃত হ'ল। কল্পনাৰ বিলাস আৰু প্ৰকাশৰ কুণ্ঠাহীন স্বাধীনতা আন দুটা ৰোমাণ্টিক লক্ষণ। এই সকলোবোৰ পশ্চিমৰ প্ৰভাৱ। কিন্তু ভাৰতীয় অধ্যাত্মবাদ আৰু কালিদাস আদি কৱিগুৰুৰ প্ৰকৃতিৰ প্ৰতি নন্দনতাত্ত্বিক দৃষ্টিও নিদ্ৰামগ্ন হৈ নৰ'ল।

অসমীয়া কাব্য-সাহিত্যৰ এই নতুন সম্ভাৱনাবোৰ সাৰ পাই উঠা সময়খিনিক আমি জোনাকী যুগ বুলি মাতোঁ। সেই যুগতে ৰোমাণ্টিক কৱিতা, ৰোমাণ্টিক উপন্যাস, ৰোমাণ্টিক আৰ্হিৰ নাটক সকলোৱে একেলগে



জন্মলাভ কৰিলে। কৱিতাত চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী আদিয়ে অসমীয়া সাহিত্যক এক আলোকময় প্ৰতিষ্ঠা দিলে। এইসকলৰ ভিতৰত চন্দ্ৰকুমাৰৰ স্থান বোধ হয় সৱাতো আগত। তেওঁ নিসৰ্গৰ প্ৰেমময়তা আৰু নিৰুদ্বেগ চিৰন্তনতা উপলব্ধি কৰিছিল, প্ৰকৃতিৰ সংৱেদনৰ প্ৰতি মানুহৰ উদাসীনতা দেখি দুখ পাইছিল, আৰু নিজে বিশ্বপ্ৰকৃতিৰ আত্মাৰ সন্ধানত ৰত হৈছিল। তেওঁ মানৱক বিশ্বজগতৰ ।শৰত কেন্দ্ৰত স্থান দিবলৈ বিচাৰিছিল আৰু পৃথিৱীৰ সকলো পাপ-গ্লানি ধুই শ্বেলীৰ দৰে সাম্য প্ৰতিষ্ঠা কৰাৰ স্বপ্ন দেখিছিল। তেৱেঁ আকৌ কীট্ছৰ দৰে সৌন্দৰ্য্যৰ আৰাধনাকে জীৱনৰ মূলমন্ত্ৰ বুলি মানিছিল। অতিপ্ৰাকৃতিক ৰহস্যময় উপাদান এটিও তেওঁৰ কৱিতাত আছে। লক্ষ্মীনাথে কৱিতাত অনুভূতি আৰু ভাবপ্ৰৱণতাক বিশেষ স্থান দিছে, প্ৰেম আৰু সৌন্দৰ্য্যৰ কীৰ্ত্তন কৰিছে, অসম দেশৰ অতীতৰ মোহন ৰূপ দেখি মুগ্ধ হৈছে, নব্য কাহিনীগীতিত সাধাৰণ ডেকা-গাভৰুৰ প্ৰেম-প্ৰীতিৰ কাহিনী কৈছে আৰু লঘু হাস্য আৰু আধ্যাত্মিক ভাব, দুইটিৰ বাবেই কৱিতাত স্থান উলিয়াইছে। হেমচন্দ্ৰ ৰোমাণ্টিক কৱিতাত পথপ্ৰদৰ্শক, কিন্তু তাত বহল পৰিসৰৰ প্ৰতিষ্ঠা তেওঁৰ নাই। এই তিনিজনাৰ লগতে ৰোমাণ্টিক আন্দোলনক আন কেইবাজনেও প্ৰথম স্তৰতে শকত কৰি তুলিছিল। দ্বিতীয় বা উত্তৰ-জোনাকী স্তৰত যি কেইজন কৱি ওলাল, তেওঁলোক প্ৰত্যেকে নিজস্ব একোটা বিশিষ্ট ভঙ্গি লৈ কাব্যজগতত প্ৰৱেশ কৰিছিল। ব্যঙ্গাত্মক ভঙ্গিত চন্দ্ৰধৰ বৰুৱা, ছনেট আৰু কাব্যত হিতেশ্বৰ বৰবৰুৱা, উগ্ৰ দেশাত্মবোধ আৰু ছায়াবাদী প্ৰেম-সৌন্দৰ্য্যৰ সাধনাৰে অম্বিকাগিৰি ৰায়চৌধুৰী, কোমল ভাষাত কোমল অনুভূতিৰ প্ৰকাশেৰে দুৰ্গেশ্বৰ শৰ্ম্মা এই স্তৰৰ কৱি। এই স্তৰৰে কেইবাদিশৰোপৰা বৈশিষ্ট-পূৰ্ণ কাব্যসাধক ৰঘুনাথ চৌধাৰীদেৱে অসমীয়া কাব্যক কিছু অভিনৱ সৌন্দৰ্য্যেৰে অলঙ্কৃত কৰিছে।

কৱি-জীৱনৰ আদিম ভাগৰেপৰা ৰঘুনাথক পুষ্পৰ ৰূপ আৰু সৌৰভে আকৰ্ষণ কৰিছিল। 'আৱাহন' কৱিতাত কুসুমাভৰণা দেৱ-দিব্যাঙ্গনা-

সকলে কুঞ্জ-কাননৰ শিলাসনত বহি বন-ফুলেৰে প্ৰেমৰ মালা গাঁথিছে, শেৱালি বকুল ৰাশি ৰাশি ফুলে ধৰণীক প্ৰেমালিঙ্গন দিছে। 'বহাগীৰ বিয়া'ত এক মহা পুষ্প-সমাৰোহ। যেনিয়ে চোৱা তেনিয়ে দেখা পাবা

ফুল, ফুল, ফুল

ফুল, ফুল, ফুল—শিমলু পলাশ অশোক মদাৰৰ ৰাঙলী শিখা, কামিনী কাঞ্চন চম্পা নাগেশ্বৰৰ প্ৰেমৰ খেলা।

তাৰ মাজত বণিক-বুদ্ধিৰ মলয় সমীৰ স্থিৰে থাকে কেনেকৈ? সি সেই দেখি ফুলৰ সুঘ্ৰাণ বোকোচাত লৈ বিলনীয়া উঠিছে। নাৰ্জী আকণ কাজলী ধৰলী অপৰাজিতা, পুষ্প-জগতৰ এইসকল প্ৰজায়ো কৰিৰ বিয়াৰ কইনাক দেৱাঙ্গ বসনেৰে সজাবলৈ পাহৰা নাই। 'মাধুৰী'ত মাধৱী কুঞ্জ মদগন্ধে মতলীয়া হৈ উঠিছে; মল্লিকা মালতী মাগধী মুকুল ফুলেৰে কানন ভৰি পৰিছে। 'ভেটকলি' কৰিতাত কৰিয়ে স্নিগ্ধ সৌন্দৰ্য্যৰ ভেটফুলৰ জীৱনগীতি গাবলৈ যত্ন কৰিছে। 'বিশ্ব' কৰিতাত বিশ্বৰ ৰহস্য দেখি কৰি বিস্মিত হওঁতেও তেওঁক ভেট পদুম চন্দন ফুলে বিস্ময়ৰ যোগান ধৰিবলৈ এৰা নাই। 'ছায়াচিত্ৰ'ৰ দীপলিপ ছোৱালীটীৰ খোপাত মালতী ফুল; তাইৰ বেজাৰত বাগৰি পৰে পুখুৰীৰ কাওভেটটি। 'বিষাদ'ত শেৱালি-ফুলৰ পুনৰ্জ্জীৱনৰ লগত কৰিৰ মৰহি যোৱা অন্তৰৰ তুলনা কৰা হৈছে। এইদৰে দেখা যায় ফুলৰ প্ৰতি পক্ষপাতিতা কৰিৰ স্বভাৱ-সিদ্ধ। পিছৰ জীৱনত লিখা 'গোলাপ' কৰিতাত তেওঁ গোলাপৰ সৌন্দৰ্য্যৰ যোগেদি দেশ-বিদেশৰ আশ্চৰ্য্য দৰ্শন কৰিছে। 'কেতেকী'তো কৰিয়ে কেতেকী চৰাইৰ এটি মাথোন সুঁহুৰিত বসন্তৰ স্ফুৰণ দেখা পাইছে, ঊষৰ ভূমিত মৰূদ্যান হৈছে; কেতেকী পদুম কামিনী কাঞ্চন সূৰ্য্যমুখী চম্পা নাহৰ মল্লিকা ভেঁটকলি উঠিছে। 'দহিকতৰা'তো সেইদৰে কত ফুলাম জীৱনৰ বাতৰি—গুলঞ্চি কতবা পানীপিয়লি কুমুদ কহ্লাৰ সোণাৰু কঁহুৱা সৰিয়হ শোভাঞ্জন আজাৰ চম্পা যুতি জাতি মালতী কৰবীৰ টগৰ ডালিম গুটিমালী। 'গিৰিমল্লিকা'ত মল্লিকাৰ হাঁহিত ফুলি উঠিছে কূটজ দ্ৰোণি। 'বিভূতি' কৰিতাত কৰিৰ এটি বৈভৱময় শাৰীত পুষ্পপ্ৰীতিয়ে কৰিক কেনেকৈ মহানন্দ দান কৰিছে তাৰ মনোগ্ৰাহী ইঙ্গিত আছে—



ফুলিল হিয়াত মোৰ লাখে লাখে ফুল
পৰিমল গন্ধে সুৰভিত।

'অভিসাৰ'ত মধুমালতীৰ চিকমিক ৰাঙলী বুকু আৰু লাৱণী ওঁঠত ৰাঙলী পিক জিলিকি উঠিছে। 'অঞ্জলি'ত কুঞ্জে কুঞ্জে মালতীৰ সমাৰোহ আৰু শেৱালিৰ প্ৰাণভৰা হাঁহি, 'দান'ত অনাবিল কহ্লাৰ, 'নশ্বৰতা'ত কুন্দ কুৰুবক—এইদৰে প্ৰায় সকলো কৰিতাতে ফুলৰ সুৰভি আৰু সৌন্দৰ্য্যৰ-পৰা কৰিয়ে নিজৰ মনক আঁতৰাই আনিব নোৱাৰা হৈছে। আন কি, 'কাৰবালা'ৰ প্ৰস্তৰ-কঙ্কৰময় মৰুভূমিৰ মাজতো তেওঁ ৰম্য প্ৰকৃতিৰ সৌন্দৰ্য্য-সুষমাৰ স্মৃতি এৰি দিব পৰা নাই।

'নৰমল্লিকা'ৰ 'ফুল'ত ফুলৰে অপাৰ গৌৰৱকীৰ্ত্তন। কৰিয়ে কৰিগুৰু কালিদাসৰ কাব্যৰ উপবনৰ ফালে বাতায়ন মুকলি কৰি দিছে আৰু সকলো ঋতুৰ ফুলৰ পাপৰি আৰু পৰাগ আহি আমাৰ মন ধৌত-বিধৌত কৰিছে—শৰতৰ কমল, হেমন্তৰ বালকুন্দ, বসন্তৰ নৰকুৰুৱক, নৰকৰ্ণিকাৰ নৱমল্লিকা অশোক, নিদাঘৰ শিৰীষ আৰু বৰ্ষাৰ কদম মালতী বকুল। কৰিয়ে ফুলক অণোৰণীয়ান্ মহতো মহীয়ান্ পৰমানন্দৰ বিচিত্ৰ আলেখ্য, সত্য শিৱ সুন্দৰৰ জীৱন্ত ৰূপ-স্বৰূপেই দেখা পাইছে। এইখনি পুথিত কৰিয়ে অনেক ফুলৰ লগতে আমাৰ পৰিচয় ঘটাইছে—সম্ভ্ৰান্ত বংশৰ চন্দ্ৰমল্লিকা পদ্ম কুমুদ কেতেকী মাধৱীলতা বা তাৰ নামনাচৰ গুটিমালী শ্বেত কাঞ্চনেৰে। লগতে ৰূপহীন গন্ধহীন লোক-সমাজৰ সাদৰ নোপোৱা দীনদুখী কলমৌ বালিবাবৰি বনকপাহী বিহমেটেকা ৰোহমলায়ো ঠাই পূৰাইছেহি। মন্দিৰৰ উপেক্ষিত ৰবাব ফুলেও যাক প্ৰেম-পৰিমল যাচে, সেই কৰিৰ বাবে কাৰ ওচৰত অদেয় আছে? To me the meanest flower that blows can give Thoughts that do often lie too deep for tears.—ৱৰ্ডছৱৰ্থৰ এই উক্তি চৌধাৰীৰো হ'ব পাৰিলেহেঁতেন।

ফুলৰ দৰে চৰাই-জীৱনৰ প্ৰতিও কৰিৰ আকৰ্ষণ ৱৰ্ডছৱৰ্থৰ নিচিনাকৈ আশৈশৱ। তেওঁৰ চৰাই-কৰিতাবোৰে তেওঁৰ কৰি-জীৱনৰ ইতিহাস ৰচনা কৰিছে। ল'ৰালিতে চৰাইৰ মাতত পোৱা অময়া সোৱাদৰপৰা

আৱন্ত কৰি কৱিয়ে চৰাই-জীৱনত আদৰ্শ জীৱন প্ৰেম আৰু কাৰুণ্যৰ অভিব্যক্তি আৰু তন্মাত্ৰৰ অতীত ভূমানন্দৰ অভিব্যঞ্জনা দেখা পাইছে। আদি জীৱনৰ কৱিতাৰ ভিতৰত তেওঁ 'ব'হাগীৰ বিয়া'ত ফেচু দহিকতৰা কুলি পাটমাদৈ টুনি বুলবুলি হেটুলুকা কেতেকীহঁতক বিয়াৰ নামতী-আয়তীৰূপে অৱতীৰ্ণ কৰাইছে। প্ৰাচীন কাব্যৰ দৰে 'মাধুৰী'ত মদালাপী কুলিয়ে মদনক সহায় কৰিবলৈ সাজু হৈ আছে, মৰাল মৰাল-বধূ আৰু ময়ূৰ-ময়ূৰীৰ সমাৱেশে ৰসাভাসৰ ইঙ্গিত দিছে। 'গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী' 'কেতেকী চৰাই' আৰু 'মৰমৰ পখী'ত চৰাইৰ প্ৰতি কৱিৰ বিশেষ প্ৰীতি আৰু বিশ্বপ্ৰকৃতিৰ আদৰ্শ জীৱনত চৰাই-জীৱনৰ সৌষ্ঠৱপূৰ্ণ প্ৰাধান্য স্বীকাৰ, দুয়োটিকে দেখা পোৱা যায়। তেওঁৰ 'প্ৰিয় বিহঙ্গিনী' আৰু 'মৰমৰ পখী'ৰ নাম নাই, কিন্তু তেওঁৰ বিহগ-জগতত পিছলৈ মুখ্য ঠাই অধিকাৰ কৰা কেতেকীক 'কেতেকী চৰাই' কৱিতাত

বনবিহগ

চাম কাঠৰ তামূলী পীৰা পাৰি বহুৱাইছে। 'প্ৰিয় বিহঙ্গিনী' আৰু 'কেতেকী চৰাই'ত কৱিৰ পিছৰ কৱিতাবোৰত বহলভাৱে প্ৰকাশ পোৱা কেইটামান বিশেষ ধাৰণাৰ প্ৰকাশ দেখা পোৱা যায়—কৱিৰ শৈশৱৰ লগত চৰাইৰ মাতৰ ঘন সংশ্ৰৱ, অতীতৰ কাব্যময় প্ৰেমোন্মাদনাৰ ইতিহাসৰ লগত চৰাইৰ মাতৰ কল্পিত সম্পৰ্ক, প্ৰেমৰ দূতী আৰু বিৰহ-বিধূৰা প্ৰেমাকাঙ্ক্ষিণীৰূপে বিহগীৰ স্বৰূপ পৰিচয়, ক্লেদক্লিন্ন মৰ্ত্ত্যক পৰিহাৰ কৰি ক্লেশজৰ্জ্জৰিত মানৱাত্মাৰ শান্তিৰ দৌত্য। পোহনীয়া চৰাই সজা ভাঙি উৰি যোৱাৰ কথাৰে 'মৰমৰ পখী' কৱিতাত ভাবৰ পৰিসৰ কম। ফুলৰ বৰ্ণ আৰু সৌৰভে কৱিৰ অন্তৰ যেনেকৈ সকলো ঋতুৰে সম্পূৰ্ণ কৰি ৰাখিছে, বিহগৰ কাকলি তেনেকৈ সকলো সময়তে বাজি উঠা নাই। কেতেকী আৰু দহিকতৰাৰ মাতে নিদাঘৰ দহনত বা শিশিৰৰ আড়ষ্টতাত স্পন্দন নজগায়। কীট্‌ছে হেমন্তক 'তোমাৰো নিজা সঙ্গীত আছে' বুলি কোৱাৰ দৰে কৱিৰ বৰ্ষাৰো নিজৰ সঙ্গীত আছে। বৰ্ষা আহে মৃদুল মধুৰ বাঁহীটি বজাই, কেকাৰৱে দাদুৰীৰ আৰাৱেও তাত ঠাই পায়। ৰবীন্দ্ৰনাথে কোৱাৰ দৰে ময়ূৰৰ মাতক কোনেও সুন্দৰ বুলিব



নোৱাৰে. 'কেবল কেকা কেন, ব্যাঙের ডাক এবং ঝিল্লির ঝংকারকে কেহ মধুর বলিতে পারে না। অথচ কবিতা এ শব্দগুলিকে উপেক্ষা করেন নাই।' কিন্তু বসন্তৰ পক্ষীৰ গীতৰ মাধুৰ্য্যৰ বিষয়ে কাৰো সন্দেহ নাই, কৱিয়ে সিবোৰক নতুন মৰ্য্যাদা দিবৰ আৱশ্যক নাই। কুলি আৰু কেতেকীৰ মাতত কৱিতা নাসানিলেও কাব্যৰস নুবুজাজনৰ কাণতো সোৱাদ লাগিব। কিন্তু কৱিসকলৰ কীৰ্ত্তিয়ে সেই মাতক নানাভাৱে কীৰ্ত্তিমান কৰি তুলিছে, ৰসিক-প্ৰৱৰসকলৰ সমাজত স্বীকৃতি প্ৰদান কৰিছে। কালিদাসে ভুৱন-বিদিত পুষ্কৰাৱৰ্ত্তকৰ ৱংশৰ অভিজাত মেঘত চেতন প্ৰাণীৰ শক্তি সংযোগ কৰি ৰামগিৰিৰপৰা অলকালৈ বাৰ্ত্তাৱহ কৰি পঠিয়াইছে। ৰঘুনাথ চৌধাৰীয়ে মধুকণ্ঠী কেতেকীক বিশ্ব-জগত জুৰি কালৰ প্ৰহৰীৰ হাত সৰাই অতীত বৰ্ত্তমান ভৱিষ্যতৰ ওপৰে সাঁকো পাৰি দি প্ৰেমৰ আৰু সৌন্দৰ্য্যৰ দৌত্য বহন কৰাইছে। কেতেকীৰ ভুৱন ভুলোৱা অবুজ মাতত তেওঁ নিজে প্ৰেম পুণ্য আৰু আনন্দৰ সন্ধান পাব খুজিও প্ৰহেলিকাত পৰিছে, সেই মাতকেই চুম্বকৰ নিচিনা আকৰ্ষণ-শক্তিৰে কিমান প্ৰাণশক্তিক কেন্দ্ৰীভূত কৰি লোৱা বিশ্বজগতৰ প্ৰেম আৰু সৌন্দৰ্য্যমেলাৰ কেন্দ্ৰবিন্দু আৰু কাৰণ বুলি নিৰ্দ্দেশ কৰিবলৈ প্ৰয়াস পাইছে। নৱবসন্তৰ বিনন্দবিলাস ৰূপ আৰু গন্ধৰ মহোৎসৱ কেতেকীৰ প্ৰহেলিকাময় মায়াকণ্ঠৰ একেটা বাজীকৰী সুঁহুৰিৰ সৃষ্টি। কুলি দহিকতৰা ডাউক জিলী সখিয়তী মইনা আছে হয়, কিন্তু চৌধাৰীৰ কেতেকীজনী এনে সৰ্ব্বশক্তিমতী যে তায়ে 'শিকালে বনবিহঙ্গক মধুৰ সুৰত গাব।' কেতেকায়ে যি মন্ত্ৰ মাতে, সি প্ৰণয়-কাতৰ মানৱ অন্তৰতো লাগেহি। কোনোবা বোৱাৰী ছোৱালীৰ যদি বহোঁ তাঁতপাটত চকু আলিবাটত হৈছে, কোনো গাভৰুৰ যদি ভাববিহ্বল অলসতাত খোপাৰ মালতী সুলকি পৰিছে বা চম্পাকলি যেন ভৰিৰ আঙুলি উজুটিত ছিগি গৈছে, সেয়াও কেতেকীৰ ভেলেকী বাণ লাগিহে হৈছে। পূৰ্ব্বকৱিসকলে যিয়েই কওক লাগিলে, দুষ্যন্ত-শকুন্তলা নল-দময়ন্তী যক্ষ-যক্ষবধূ কৃষ্ণ-ব্ৰজগোপী ·উষা-অনিৰুদ্ধৰ প্ৰণয়-বিৰহৰ অন্তৰালত কৱিয়ে কেতেকীৰ মায়ামন্ত্ৰকেহে দেখা পাইছে; অভিজ্ঞানৰ

আঙঠি হংসদূত মেঘদূত মোহন বেণু চিত্ৰলেখাক তেওঁ মিলন ঘটোৱা ব্যাপাৰত গৌণ-ৰূপেহে গণনা কৰিছে। এইদৰে কেতেকীক মহামহিম কৰি তোলাতেই আমাৰ কৱিৰ কৱিত্ব আৰু কল্পনাৰ গৌৰৱ প্ৰকাশ পাইছে। কাব্যৰ উপেক্ষিতা (বনগীতত মাথোন আছে—'দহিকতৰা চৰায়ে পিৰীতি কৰিলে তৰাৰে গছতে পৰি') ৰূপহীনা দহিকতৰাক তেওঁ কাব্য-জীৱনৰ পুৱাতে দেখা পাইছিল আৰু ভাল পাইছিল। পৰিণত বয়সত তেওঁ সেই মৰমী বন্ধুৰ সহজ যন্ত্ৰ দোতাৰাৰ সঙ্গীতৰ কাষলৈ ঘূৰি গৈছে। সৌন্দৰ্য্যসূচক প্ৰকাশৰ ভঙ্গিৰ ফালৰপৰা 'কেতেকী'তকৈ 'দহিকতৰা' কৱিতাটি অধিক নিটোল আৰু ঐশ্বৰ্য্যপূৰ্ণ। ইয়াক যিমানবোৰ বাণী-চিত্ৰেৰে ৰূপদক্ষ কৰিয়ে চিত্ৰশালাৰ দৰে কৰি তুলিছে, অন্য ক'তো সিমান-বোৰ দিবৰ যত্ন কৰা নাই ; প্ৰকৃতিৰ চিত্ৰবোৰ তেওঁ যেন প্ৰত্যক্ষৰূপে আমাৰ চকুৰ সমুখত দাঙি ধৰিছে। 'কেতেকী' কৱিতাত কেতেকীৰ মাতৰ দৰে এইবোৰ চিত্ৰৰ জননী কৱিৰ প্ৰাণপ্ৰিয়া দহিকতৰাৰ গীতৰ মূৰ্চ্ছনা। খঞ্জনী কেতেকী বিহুৱতী কপোতমিথুন সখিয়তী চক্ৰবাক-মিথুনো আছে প্ৰকৃতিৰ সঙ্গীতশালাত, কিন্তু এইবাৰ হ'লেসঙ্গীত-সমাৰোহৰ উদ্বোধন আৰু প্ৰয়োজনাৰ দায়িত্ব দহিকতৰাৰহে। 'দহিকতৰা' গুচ্ছটিৰ অন্যান্য কৱিতাত গঙাচিলনী আৰু পৰঘূমাৰ করুণ আৰু গম্ভীৰ গীত বাজি উঠিছে, কেতেকীয়েও ক'ৰবাত ৰিং পাৰিছে ; কিন্তু দহিকতৰাৰ মূৰ্চ্ছনাই সেই সকলোকে মূৰ্চ্ছিত অৱস্থাত পেলাইছে। 'নৱমল্লিকা'ত ফুলৰ কথা যিমান আছে, চৰাইৰ কথা সিমান নাই। 'প্ৰেমৰ জয়'ত কালিদাসৰ শ্লোকেৰে কান্তা-বিয়োগ-বিধুৰ চক্ৰবাকৰ ছাটিফুটি অৱস্থা প্ৰকাশ কৰিছে। একেটি চিত্ৰতে এযুৰি শালিকা আৰু এযুৰি কপৌৰ প্ৰেম-জীৱনৰ আভাস সহানুভূতিৰে আগ বঢ়োৱা হৈছে। 'মৌন বেদনা'ত বতা চৰাইজনীয়ে উধনায়া শিলটোৰ আগত জ্ঞানীৰ দৰে মানুহৰ কাৰ্য্যৰ ব্যাখ্যা দিছে। 'জীৱনৰ হাবিয়াস'ত চৌধাৰীৰ দৃষ্টি পৰিছে উইপৰুৱা পাতবেং বামুণী সাপৰ জীৱনৰ ওপৰত, কাৰণ প্ৰকৃতিৰ প্ৰজাসকলৰ ফালে তেওঁৰ মৰমৰ চাৱনি সদায় আছিল। মুখ্যভাৱে চৌধাৰী প্ৰকৃতিৰ কৱি,



বসন্তৰ কৱি, প্ৰকৃতিৰ নৱযৌৱনত স্ফুৰিত হোৱা প্ৰেমৰ অশৰীৰী বাৰ্ত্তাৰ কৱি।

প্ৰকৃতি-জীৱনৰ লগত আগবয়সৰেপৰা নিবিড় সম্পৰ্ক প্ৰতিষ্ঠা কৰি লৈ বাহিৰ জগতৰ কাৰ্য্য-কলাপ নিৰীক্ষণ কৰাটি কৱিৰ এটি স্বভাৱত পৰিণত হৈছিল। প্ৰকৃতিৰ বিভিন্ন চিত্ৰ অঙ্কন কৰাত তেওঁৰ পৰ্য্যৱেক্ষণ শক্তি বাৰুকৈয়ে প্ৰকাশ পাইছে। ডালিমফুলৰ বাখৰপতোৱা কেৰু, ম'ৰাৰ পাখিৰ শোভাক গোমচেং মেখেলা, জিলীক কালীয়া আৰু হেটুলুকাক ওজাপালি বুলি বৰ্ণাওঁতে তেওঁৰ এই শক্তিৰে পৰিচয় পাওঁ। বিলৰ দাঁতিত পানীযুঁৱলিত ডাউকে মতা, মেৱা শৰালিয়ে তাতে সঁহাৰি দিয়া, ওখ গছে গছে মইনাই বিহুনামসুৰীয়া গীত গাই ফুৰা, ভাবত বিভোৰ হোৱা জীয়ৰী ছোৱালীৰ যঁতৰত থকা মহুৰা কাঠীটি যঁতৰতে লাগি ৰোৱা, ধৱল মেঘৰ পটভূমিত সোণাৰুৰ থোপা শুৱনী হৈ পৰা, কঁহুৱা ফুলে লুইতৰ কাষৰিক তুষাৰ-ধৱল কান্তি দিয়া আদি নানা চিত্ৰ তেওঁৰ এই নিৰীক্ষণৰ ফল। চজিনা গছৰ ফুলৰ শোভা, পলাশৰ ধোন্দত গজা বহি খোৱা ৰোহমলা বা আচহুৱা ঠাইত ফুলি থকা হালধীয়া বনকপাহী ফুলজোপাও তেওঁৰ চকুৰপৰা সাৰি নাযায়। ৱৰ্ডছৱৰ্থক যেনেকৈ সৱাতো নীচ ফুলপাহেও চকুলোতকৈও গভীৰ ভাৱৰ সমৃদ্ধি দিছিল, চৌধাৰীৰ ওচৰতো কোনো পুষ্প অসমাদৃত নহয়। ৰবাব ফুল মন্দিৰৰ অৱহেলিত, কিন্তু চৌধাৰী কৱিতাৰ অৱহেলাৰ পাত্ৰ নহয়। 'নৱমল্লিকা'ৰ চিত্ৰবোৰত চৌধাৰীৰ কাব্যিক পৰ্য্যৱেক্ষণ আৰু প্ৰাণীৰ বাহিৰেও উদ্ভিদ আন কি নিৰ্জ্জীৱ শিলৰ প্ৰতিও সহানুভূতি জাগ্ৰত হৈ উঠিছে। কিন্তু এটা কথা ইয়াতে কৈ ৰাখিব লাগিব যে প্ৰকৃতিৰ সন্তান-সন্ততি ফুল-চৰাইৰ লগত কৱিৰ নিবিড় চিনাকি, কিন্তু তেওঁ ফুলৰ ওপৰত peep and botanise কৰা নাইবা চৰাইক লৈ জীৱতত্ত্বৰ শাস্ত্ৰও লিখা নাই। 'কেতেকী' কৱিতাৰপৰা চৰাইটোৰ আহাৰ-বিহাৰ ভ্ৰমণ-কূজনৰ বৈজ্ঞানিক বৰ্ণনা পাবলৈ বিচৰা হ'ব আমাৰ দুৰাকাঙ্ক্ষা।

পৰ্য্যৱেক্ষণ

প্ৰকৃতিৰ ৰূপত বিভোল হৈ তাক চাওঁতে চাওঁতে বোলছবিৰ চেলু-লইডত গঁথা ৰূপাৱলীৰ দৰে প্ৰাকৃতিক সৌন্দৰ্য্যৰ চিত্ৰবোৰ কোনোবাই যেন চৌধাৰীৰ মনত ৰং আৰু লেখনী লৈ বোলাই গৈছে। তাৰে প্ৰতি-ফলন তেওঁৰ কৱিতাত মনোৰম বাণীচিত্ৰ-ৰূপে জলি উঠিছে। এই বিষয়ত দহিকতৰা' আৰু সেই গুচ্ছৰ আন কৱিতাকেইটি বিশেষ চহকী। উদাহৰণ-স্বৰূপে এই চিত্ৰ দুটা আমাৰ কিমান চিনাকি অথচ কিমান অভিনৱ !—

সোণগুটি সোণাৰুৱে লই থোপামণি
কনক কৱিতা ৰচি
দিছে প্ৰেম উপযাচি,
ধৱল মেঘৰ বুকু তুলাপাতখনি
কত কাব্যকথাৰেই হইছে শুৱনী।

লুইতৰ কানে কানে কঁহুৱাৰ ফুল
বতাহত হালি জালি
ঢৌৰে ঢৌৰে ঢৌ খেলি
তুষাৰ-ধৱল কান্তি ধৰিছে বিপুল
যেন সুৰতৰঙ্গিণী পুলকে আকুল।

এই চিত্ৰবোৰত প্ৰত্যক্ষ (graphic) ৰূপৰ আভাস আৰু কৱিতাৰ স্বপ্ন, দুইটাই সাৰ্থকতা লভিছে। নিৰাময় নিৰ্ম্মল শৰত প্ৰভাতৰ ৰূপ আমি কত শতবাৰ দেখিছো। কিন্তু the light that never was on sea or land দি তলৰ স্তৱকটিয়ে তাক আমাৰ চকুত নতুনভাৱে উদ্ভাসিত কৰি তোলে।

বিন্দু বিন্দু হিমকণা শ্যামল বনত
জ্যোতিৰ্ম্ময়-ৰূপে আছে জলি,
বিচিত্ৰ হীৰাৰ মণি উযাদেৱী যেন
প্ৰকৃতিক দিছে হেমাঞ্জলি।—অঞ্জলি



এইদৰে প্ৰকৃতিৰ ৰূপত পুৰাণ কাহিনী দেখিবৰ ( myth making ) যত্নও চৌধাৰী-কাব্যৰ বিশিষ্ট এটি ভঙ্গি বুলি ক'ব পাৰি।

যেতিয়া জোনালী নিশা মধু পূৰ্ণিমাৰ
হয় সুধা-ধৱলিত নীলিম আকাশ।—গিৰিমল্লিকা

বোলোঁতে এফালে মল্লিকাৰ তুষাৰ-শুভ্ৰ ৰূপ আৰু আনফালে আকাশৰ পাৰ উপচি পৰা কৌমুদীৰ প্লাৱন, এই দুয়োটাৰ সংযোগে ভাগৱত-পুৰাণৰ সৰাতো কৰি কাব্যময় ৰাসপঞ্চাধ্যায়ৰ পূৰ্ণিমাৰ ধৌত-ধৱল বৃন্দাবনৰ 'শৰদুৎফুল্লমল্লিকা'ৰ উৎসৱময় পৰিৱেশ যেন আপুনি আহি পৰে।

প্ৰকৃতি জগতৰ সমৃদ্ধিৰে পুষ্পই কৱিক অকৃপণ ৰূপৰ ঢৌত ঢৌৰাই লৈ ফুৰিছে, তেওঁৰ অন্তৰ-বাহিৰৰ পাৰ্থক্য মুচি পেলাইছে। চৰাইৰ মাতে তেওঁৰ জীৱন স্পন্দিত কৰিছে; সেই দেখিহে তেওঁ ভূ ভুৱঃ স্বঃ সকলোতে একে হেন্দোলনিকে দেখা পাইছে। কিন্তু তেওঁৰ সঙ্গীত-সমাৰোহত কেৱল কলকণ্ঠ-কলকণ্ঠী নৰ্ত্তক-নৰ্ত্তকী বিহগ-বিহগীয়েই 'অংশ গ্ৰহণ কৰা' নাই। 'আজি আসিয়াছে অনেক যন্ত্ৰী শুনাতে গান অনেক যন্ত্ৰ আনি।' কিন্তু তাৰ মাজত প্ৰকৃতিৰ সুৰসমলয়ক যেন কোনেও চেৰ পলাব পৰা নাই। বিহগৰ সঙ্গীতৰ বাহিৰেও

অনাহত সুৰে বাজে বনবীণা বেণু,
তুলি কত তৰঙ্গ-হিল্লোল।—নশ্বৰতা

বাজিল কীচক বেণু ললিত লয়েৰে
প্ৰকৃতিৰ কাম্য কাননত।—আকাঙ্ক্ষা

মেঘৰ গৰ্জ্জন নিসৰ্গৰ ঢুলীয়াৰ ঢোলৰ চাপৰ। মানৱৰ কণ্ঠ আৰু বাদ্যও চৌধাৰীৰ কৱিতাত নীৰৱ নহয়। মন্দিৰে মন্দিৰে মুমুক্ষুমণ্ডলীয়ে মৃদঙ্গ মঞ্জীৰ বাই কীৰ্ত্তনৰ ধ্বনি তুলিব লাগিছে ( মাধুৰী )। অতীত বশিষ্ঠাশ্ৰমৰ ঋষিকন্যাৰ গীতবাদ্যৰ সুৰো কালৰ দুৱাৰ পাৰ হৈ তেওঁৰ কাণত পৰিছেহি। কৱিয়ে নিজেই হাতত বাঁহীটি লৈ প্ৰিয় বিহঙ্গিনীৰ মাত

সিঞ্চাৰিবৰ যত্ন কৰিছে, যেনেকৈ কৃষ্ণৰ বেণুৱে কেতেকীকহে সিঞ্চৰা তেওঁ পিছৰ জীৱনত অনুভৱ কৰিছিল। দহিকতৰাৰ মাতত তেওঁ শুনিছে দোতাৰাৰ টুংটুঙনি। এইদৰে প্ৰকৃতিৰ 'ৰস ৰূপ গন্ধ গীতি বিপুল সম্পদে' ( বিভূতি ) তেওঁক উদ্বাউল কৰিছে, তন্ময় কৰিছে। গোলাপ ফুলে 'ৰূপ ৰস গন্ধ পৰশ প্ৰেম' দি পঞ্চতন্মাত্ৰকে তৃপ্তি দিয়াৰ আয়োজন কৰিছে। কিন্তু এই সকলো তৃপ্তিক উদাত্তীকৰণ কৰি ( sublimate ) কৱিয়ে অতীন্দ্ৰিয় অৰূপৰ সত্তাত বিলীন কৰি দেখা পাবৰ যত্ন সদায় কৰিছে।

বিশ্ব-প্ৰকৃতিৰ বুকুত আৰু মানৱ-জগততো কৱিয়ে এটি বস্তু সৰ্ব্বব্যাপী-ৰূপে দেখা পাবলৈ বিচাৰিছে। সেয়া হ'ল প্ৰেম। মানুহৰ জগতখনত এইটি বস্তুৰ দৈন্য দেখি তেওঁ কাতৰ হৈছে, প্ৰকৃতিৰ জগতত তাকে ঐশ্বৰ্য্যত দেখা পাই তেওঁ উৎফুল্ল হৈছে, কাৰণ—

প্ৰেম, মাৰ্থো প্ৰেম

প্ৰেম-অভিলাষী মই প্ৰেমৰ বলিয়া,  
প্ৰেমেইহে লক্ষ্য জীৱনৰ,  
হাবাথুৰি খাই কত বিচাৰি ফুৰিলো  
গিৰি বন বিজন প্ৰান্তৰ।—বিৰহীৰ উক্তি

চৌধাৰীৰ কৱিতাত এই প্ৰেম শব্দটোৰ ব্যৱহাৰ অত্যধিক। পিঠিত তিনিটা পদকৈ তিনি কুৰি চাৰি পিঠিৰ 'কেতেকী'ত এই শব্দটো কৱিয়ে কমেও দুকুৰি চৈধ্যবাৰ ব্যৱহাৰ কৰিছে। ইয়াৰ উপৰি প্ৰণয়, প্ৰীতি, মৰম, প্ৰেমিক, প্ৰেয়সী আদি শব্দৰ যথেষ্ট প্ৰয়োগ আছে। প্ৰেম-ফুল-কলি, প্ৰেমাঙ্কুৰ, প্ৰেম-পৰিমল, প্ৰেমৰ ৰস, প্ৰেমৰ তৰু, প্ৰেমৰ ফল, প্ৰেমৰ ৰস, প্ৰেমৰ মন্দাকিনী, প্ৰেমৰ সলিল, প্ৰেমৰ নৈ, প্ৰেমৰ সুঁতি, প্ৰেমৰ তৰঙ্গ, প্ৰেমেৰ পয়োধি আৰু পাৰাবাৰ, প্ৰেমৰ ভুৰ, প্ৰেমৰ বেহা, প্ৰেমৰ হাট,—এই একেটি বস্তুকে বুজাবলৈ কত ধৰণৰ ব্যাখ্যা তেওঁ ব্যৱহাৰ কৰিছে। তেওঁৰ অভিধানতো চাগৈ এই শব্দটোৰ ঠাই বৰ বহল। ৰবাৰ্ট ব্ৰাউনিঙৰ ফ্ৰা লিপ্পো লিপ্পিয়ে কৈছে, তেওঁক হেনো লেটিন



ভাষা শিকাই-মেলি মিছায় শক্তিৰ অপচয়হে কৰা হ'ল, তেওঁ এটা ক্ৰিয়া মাথোন শিকিলে—'ভাল পাওঁ'।

> Lord, they'd taught me Latin in pure waste :  
> *Flower o' the clove,*  
> *All the Latin I construe is, 'amo', I love !*

কিন্তু আমাৰ কৱিয়ে লিপ্পো লিপ্পিৰ দৰে নকয়ঃ 'Zooks, Sir, flesh and blood, That's all I'm made of !' কাৰণ তেওঁ জগতৰ খণ্ডপ্ৰেমবোৰত সন্তুষ্ট নহয় ; তেওঁৰ প্ৰেম আকাশৰো বহুত ওপৰলৈকে উঠিছে ; তেওঁৰ যাত্ৰা অনাদিৰ সুদূৰ দূৰলৈকে।

মেয়ো যাওঁ ৰ'বি প্ৰেমপুৰীলই  
প্ৰেমৰ ভুৰত উঠি  
প্ৰেমময়ে য'ত প্ৰেমৰ সোৱাদ  
বিলায় মুঠিয়ে মুঠি।— কেতেকী

ওস্কাৰ ৱাইল্ডৰ নিচিনা flesh and blood মাত্ৰ বুজা লোকেও কয়, There is no love greater than the love of God, there is no love other than the love of God.

কৱি চৌধাৰীৰ বাবে প্ৰেমৰ সংজ্ঞা অন্ততঃ আধুনিক গল্প লেখক-সকলতকৈ সুকীয়া। তেওঁ কৈছে, 'প্ৰেম শাশ্বত, সত্য আৰু সনাতন বস্তু। এই প্ৰেমকে কেন্দ্ৰ কৰি জগতৰ মহাকাব্যবিলাক ৰূপ আৰু ৰসত ৰচিত হৈছে। অবৈধ প্ৰেম-কাহিনী কাহিনী হ'ব পাৰে, কাব্য নহয়, পুতিগন্ধময় নৰকৰ চিত্ৰ। মহাকাব্যৰ ৰসত দেহাতীত, জীৱনাতীত সকলো মোহ, সকলো অশুচি আৰু সকলো পাপৰপৰা মুক্ত ঊৰ্দ্ধলোকত এখন ধুনীয়া কল্পলোক সৃষ্টি হয়।' ঊৰ্দ্ধৰ এই প্ৰেমৰ কল্পলোকলৈ কৱিৰ মন উধাও ; কিন্তু কেতেকী বা দহিকতৰাৰ দৰে তেওঁৰ পাখি নাই, আছে কল্পনাৰ ত্ৰিভুবনগামী বেগ।

ভাৰতীয় কাব্যিক ঐতিহ্যৰ সমৃদ্ধি আৰু অসমীয়া জীৱন ঐতিহ্যই আৰু অসমৰ নিসৰ্গৰ স্নিগ্ধতাই ৰঘুনাথ চৌধাৰীৰ কৱিতাক জাতীয় চৰিত্ৰ প্ৰদান কৰিছে। তেওঁৰ লগত কাব্যৰূপ আৰু বিষয়বস্তুৰ সাম্য থকা ইংৰাজ ৰোমাণ্টিক কৱিসকলৰ কিমান চৰ্চ্চা চৌধাৰীয়ে কৰিছে, ক'ব নোৱাৰোঁ। তেওঁৰ প্ৰকৃতিৰ লগত ঘন কুটুম্বিতাৰ ৱৰ্ডছৱৰ্থৰ বিশ্বপ্ৰকৃতি-ধৰ্ম্মৰ বাহ্যিক আৰু আন্তৰ সামঞ্জস্য আছে; কিন্তু সেই সামঞ্জস্য কাৰণ-কাৰ্য্য-সম্পৰ্কিত নহয়। চৌধাৰীৰ 'ফুলিল হিয়াত মোৰ লাখে লাখে ফুল' শাৰীটো পঢ়িলে আমাৰ ঘপকৈ ৱৰ্ডছৱৰ্থৰ ডেফোডিলৰ বিষয়ে লিখা They flash upon my inward eye-লৈ মনত পৰিব পাৰে। কিন্তু কথাযাৰত অসমীয়া কৱিজনৰ প্ৰকাশেই স্বকীয়া, ধাৰণাই বেলেগ। চৌধাৰীয়ে সৌন্দৰ্য্য-সাধকক 'কোন অৰূপৰ ৰূপ-সাগৰত ডুব দি আহিলি তই' বোলোঁতে ৰবীন্দ্ৰনাথৰ এটা পংক্তিলৈ মনত পৰিব পাৰে। কিন্তু ৰবীন্দ্ৰনাথ আৰু ৰঘুনাথৰ কাব্যৰ ধাৰাই পৃথক। প্ৰাচীন ভাৰতৰ এজন কৱিৰ লগত যদি চৌধাৰীৰ উত্তৰাধিকাৰিত্বৰ সম্পৰ্ক আছে, সেয়া হ'ল কালিদাস। তেওঁৰ কৱিতাত যি দুজন কৱিৰ নাম প্ৰত্যক্ষভাৱে আছে, তেওঁলোক হ'ল কালিদাস আৰু শঙ্কৰদেৱ। কথা-ৰচনাত তেওঁ কালিদাসৰ উদ্ধৃতি দিছে, সৌন্দৰ্য্য বিচাৰ কৰিছে। শেক্‌ছপিয়েৰে মাৰ্লোক, মিল্টনে শেকছপিয়েৰক, ৱৰ্ডছৱৰ্থে মিল্টনক বা কীট্‌ছে হোমাৰক, শঙ্কৰদেৱে ব্যাস আৰু মাধৱ কন্দলিক স্মৰণ কৰাৰ দৰে ৰঘুনাথ চৌধাৰীয়ে শঙ্কৰদেৱৰ স্মৃতিত অতি আন্তৰিকতাৰে মূৰ দোঁৱাইছে আৰু সিজনৰ কাব্যিক শক্তিক অভিবাদন জনাইছে—'জালিকটা যি কেড়ালি আছে পুষ্পহাৰ, সেয়েহে মাথোন ভাষা কৰিছে পোহৰ।' চৌধাৰীৰ অনেক কৱিতাতে বৈষ্ণৱ কৱিৰ সহজ ভক্তি প্ৰকাশ পাইছে। 'ছায়াচিত্ৰ'ৰ দীপলিপ ছোৱালীটিৰ 'দশন-মুকুতা পান্তি' আদি ৰূপ স্মৰিলে বৈষ্ণৱ কাব্যৰ সৌন্দৰ্য্যৰ বায়ুমণ্ডলে আমাক আৱৰি ধৰে। সেইদৰে 'বিতোপন শৰতৰ চন্দ্ৰাৱলী নিশা' (সখীলৈ) 'মৃণাল উভঙ্গি লই ৰাজহংস-যূথে' (অঞ্জলি)—এনে শাৰী পালে

জাতীয় চৰিত্ৰ



মহাপুৰুষৰ চন্দ্ৰাৱলী ৰজনী দেখিয় বিতোপন', 'আছে ৰাজহংস-সমূহে ৰঙ্গি, লীলায়ে মৃণাল ভুঞ্জে উভঙ্গি'লৈ মন ঘূৰি যায়। কেতেকীৰ মাত শুনি হংসিনী-খোজত পানীঘাটলৈ যোৱা আইটীৰ খোপাৰপৰা বাছকবনীয়া মালতীৰ চাকি খহি পৰাৰ কৰি যেতিয়া সংবাদদাতা হয়, তেতিয়া আমাৰ মন উৰি যায় পাঁচ শতিকাৰ আগৰ শঙ্কৰদেৱৰ মোহিনীজনীৰ অনঙ্গমোহন ৰূপলৈ—'সোলকে উচ্চল খোপা, খসে মালতীৰ থোপা, বাম হাতে সম্বৰন্ত তাক।' এনে ঐতিহ্যৰ সম্পৰ্কই নতুন কৱিতাক দীঘলীয়া ঐশ্বৰ্য্যৰ বুৰঞ্জীৰে সমৃদ্ধ কৰে। 'অন্তৰ্দ্দাহী ৰাৱণৰ চিতা জুইকুৰা' বা 'মাৰিছিলা শক্তিশেল তাহানি যিপাত' বুলি যেন কৱিয়ে ৰামায়ণৰ কোনোবা কাণ্ডকে আমাৰ চকুৰ আগত দাঙি ধৰে। এনে উল্লেখে কৱিতাক যেন ভাৰত-তীৰ্থৰ জলেৰে ধুই শুচি কৰি আমাক দিয়ে। কেতিয়াবা এটা শব্দয়ে কত সৌন্দৰ্য্য বহন কৰি আনে! 'স্তোকনম্ৰা লতিকাৰ কুঞ্জ পল্লৱত উঠিছে উথলি যেন প্ৰেমৰ তৰঙ্গ' (গিৰিমল্লিকা)—শাৰীদুটাৰ স্তোকনম্ৰা শব্দটোৱেই যেন সমস্ত উত্তৰমেঘক (মধ্যে ক্ষামা শিখৰদশনা, ইত্যাদি) নমাই আনি ৰসিক পাঠকৰ হৃদয়ত সৌন্দৰ্য্যৰ তৰঙ্গ উথলাই তোলে। আনফালে 'স্তোকনম্ৰা লতিকা' কথাটোৱে 'কুমাৰসম্ভৱ'ৰ মহাদেৱৰ সমুখৰ পাৰ্ব্বতীৰ উপমান পল্লৱিনী লতাৰ কথাও আমাক সোঁৱৰায়—'আৱৰ্জিতা কিঞ্চিদিৱ স্তনাভ্যাং ৱাসো ৱসানা তৰুণাৰ্কৰাগম্। পৰ্যাপ্তপুষ্পস্তবকাৱনম্ৰা সঞ্চাৰিণী পল্লৱিনী লতেৱ॥' (৩.৫৪) একেটি কৱিতাৰ কুটজ-কুট্মল আদিৰ গুণগানো কালিদাসৰ অনেক ঠাইতে পোৱা যাব। কেতেকীৰ তৃতীয় তৰঙ্গ এনেবোৰ ঐতিহ্যৰ সংশ্ৰৱেৰে ভৰা। কালিদাসৰ 'অভিজ্ঞান-শকুন্তল' আৰু 'মেঘদূত', মহাভাৰতৰ নল-দময়ন্তী-আখ্যান, ভাগৱতৰ ৰাস আৰু উষা-অনিৰুদ্ধৰ আখ্যান, ভাৰতীয় সাহিত্যৰ এই সকলোবোৰ ৰোমাণ্টিক কাহিনীৰ কাব্যিক ঐশ্বৰ্য্যৰ আভাস কৱিয়ে এই তৰঙ্গত দিছে। 'প্ৰিয়াৰ সঙ্গত মত্ত থাকি যক্ষে' ইত্যাদি তিনি-চাৰিটি পদ 'মেঘদূত'ৰ প্ৰথম শ্লোকটিৰ সহজ ব্যাখ্যাৰ দৰে। কেতেকী শান্তি প্ৰেম সৌন্দৰ্য্যৰ

দূতী, দহিকতৰা মিলন-দূতী—এই দৌত্যৰ মোটিফ্‌টো কালিদাসৰ প্ৰসাদতে ভাৰতীয় সাহিত্যত বিস্তৃত হৈ পৰিছিল। চৌধাৰীৰ কৱিতাত আৰু এটি ভাৰতীয় মোটিফ্ পৌনঃপুনিকভাৱে দেখা দিছে—মৰ্ত্ত্যৰ অশান্তি-সন্তাপৰ মাজত যিটি বস্তু তেওঁ শান্তিৰ সুষমাৰ দৰে দেখা পাইছে, তাকে তেওঁ অভিশাপগ্ৰস্ত স্বৰ্গভ্ৰষ্ট কিবা এটি ৰূপ বুলি ধৰি লৈছে। ফল্গু এদিন দেৱতাৰ অমৰ বৈভৱ বা বৈজয়ন্তীধামৰ নৃত্যপটীয়সী নৰ্ত্তকী আছিল, বিধিৰ অভিশাপত স্বৰ্গভ্ৰষ্টা হ'ল। গোলাপেও যেন অভিশাপ পাইহে নন্দনৰপৰা নামি আহিছে। দহিকতৰাকো কৱিয়ে সুধিছে—'কাৰ তপ ভঙ্গ কৰি অভিশপ্তা হলি তই ভোগ-বিলাসত?' গিৰিমল্লিকাও যেন কোনোবা অপ্সৰাহে, ধূৰ্জ্জটিৰ ধ্যান ভঙ্গ কৰিব খোজোঁতে কোপ-অনলত পৰি শাপভ্ৰষ্টা হৈ শৈল-শিখৰত ভ্ৰমি ফুৰিছেহি। পুঁৰতীৰ নিজানৰ তৰাটি দেখিও কৱিৰ একে ধাৰণাই মনলৈ আহিছে। শাপৰ দ্বাৰা যিসকলৰ মহিমা অস্তংগমিত হৈছে, তেওঁলোকৰহে যেন এনে দুৰ্দ্দশা হয়। 'নৰ-মল্লিকা'ৰ ফুলক সম্বোধন কৰি চৌধাৰীয়ে সুধিছে, 'নৃত্যত তাল-ভঙ্গ হোৱাত শাপভ্ৰষ্ট হৈ মৰ্ত্ত্যত পুষ্পৰূপে অৱতীৰ্ণ হ'লা, নে অপৰূপ সৌন্দৰ্য্য-সুষমাত মোহিত হৈ কোনোবা তাপস কুমাৰৰ বৰ লাভ কৰি নৰ্ত্তকীৰূপে দেৱতাসকলৰ চিত্ত জয় কৰিছিলা?' কিছুমান ভাৰতীয় কৱি-প্ৰসিদ্ধি কৱিয়ে সহজভাৱে গ্ৰহণ কৰিছে; যেনে সহকাৰ আৰু মাধৱীলতাৰ মিলন, আম গছ আৰু আৰু কুলি চৰাইৰ সংশ্ৰৱ, কুলিৰ মাতৰ অনঙ্গবৰ্দ্ধন শক্তি। কালিদাসৰ যুগত জন্ম লোৱা হ'লে হেনো আমাৰ

অশোক কুঞ্জ উঠত ফুটে প্ৰিয়াৰ পদাঘাতে,
বকুল হ'ত ফুল্ল প্ৰিয়াৰ মুখেৰ মদিৰাতে।

সুন্দৰীৰ হাতৰ পৰশত হেনো প্ৰিয়ঙ্গুলতা বিকশিত হয়, চাৱনিত তিল-ফুল, আলিঙ্গনত কুৰুবক, পৰিহাসবাক্যত মদাৰ, মৃদু হাঁহিত চম্পা, মুখৰ বতাহত আমৰ মল, গীতত নাহৰ আৰু নৰ্ত্তনত কাণকাৰ ফুলি উঠে। চৌধাৰী কৱিৰ বিশ্বাস, পাৰস্যৰ কোনোবা গুলিস্তানৰ গোলাপেও



কাৰোবাৰ পৰশতহে শ্যামল পাতৰ ওৰ্‌না গুচাই প্ৰথম হাঁহিটি মাৰিছিল, তেওঁৰ প্ৰিয়া কেতেকীৰ এটি শব্দতহে যেন নৱবসন্ত উজৰি উঠিছে, দহিকতৰাৰ 'পৰশমণিত'হে যেন সৌন্দৰ্য্যেৰে জগত উদ্বেলিত হৈ পৰিছে।

চৌধাৰীয়ে এসময়ত কালিদাস ভৰ্ত্তৃহৰি আদি প্ৰাচীন ভাৰতীয় কৱিসকলৰ কাব্যৰসপান গভীৰভাৱে কৰিছিল। কালিদাসৰ কৱিতাৰ লগত আমাৰ কৱিৰ প্ৰাণৰ তন্ত্ৰীৰ সুৰ বন্ধা আছে। বাহিৰ জগতৰ সৌন্দৰ্য্যৰ বা নিজ অন্তৰৰ অনুভূতিৰ আঙুলি-বুলনি লাগিলেই প্ৰাণৰ সেই স্থায়ী 'সা'টিয়েই বাজি উঠে

কালিদাসপ্ৰীতিৰ বিষয়ে আৰু কিঞ্চিৎ

তানপুৰাৰ দৰে। 'কেতেকী'ৰ দ্বিতীয় তৰঙ্গৰ 'প্ৰিয়াৰ সঙ্গত মত্ত থাকি যক্ষে' ইত্যাদি তিনি-চাৰিটি স্তৱক যেন পূৰ্ব্বমেঘৰ প্ৰথম দুটি মন্দাক্ৰান্তা শ্লোকৰ ভাষান্তৰ; তাৰ পিছৰকেইটি স্তৱকত যেন উত্তৰ-মেঘৰ সৰ্ব্বোত্তৰ শ্লোকৰ আনন্দৰ সুৰটিয়েই বাজি উঠিছে (বিগলিতশুচৌ দম্পতী হৃষ্টচিত্তৌ ভোগানিষ্টানৱিৰতসুখং ভোজয়ামাস শশ্বৎ ॥)। কালিদাসৰ দ্বাৰা কৱিৰ সৌন্দৰ্য্যগ্ৰাহী মন আচ্ছন্ন হৈ থাকিলেও, কালিদাসৰ এটি প্ৰধান সম্মোহন সুৰ তেওঁত নাই। সেয়া হ'ল শৃঙ্গাৰৰসৰ অনাবিল আনন্দ। তেওঁৰ কৱিতাত প্ৰেম আছে, কিন্তু সি 'চিৰকৌমাৰ্য্যব্ৰতী অসমীয়া কৱিৰ কামগন্ধবিহীন অতীন্দ্ৰিয় প্ৰেম।' বোধ হয় দুদিনমান আগতে লিখা 'উৰ্ব্বশী' নামৰ কথাকৱিতাটিত বাহিৰে কামিনীৰ মদনবৰ্দ্ধন ৰূপ বা কামনাৰ ধূম্ৰ-আৱেগৰ বৰ্ণনাও তেওঁৰ কৱিতাত বিৰল। কালিদাসৰ পুষ্পৰ সুৰভি, বনৰাজিৰ শ্যাম শোভা, বনবিহগৰ কাকলি কেতিয়াবা বৈ বৈ কৱিৰ প্ৰাণত লাগেহি, তাক সুৰভিত শোভিত ধ্বনিত কৰি তোলে। এই শোভা সুৰভি কাকলিৰ যদি ইতিহাস আমাক লাগে, তাৰ ইঙ্গিত 'নৱমল্লিকা'ৰ কেইবাটিও ৰচনাই দিব, তেওঁৰ হৃদয় কেনেকৈ কালিদাসৰ অভিনন্দাৰে ভৰি আছে, তাকো ক'ব।

কালিদাসৰ কৱিতা, বিশেষকৈ 'ঋতুসংহাৰ'ৰ অনুপ্ৰেৰণাত কৱি পুষ্প-গন্ধ-ব্যাকুল হৈছে আৰু 'ফুল'ত কৈছে, 'প্ৰকৃতি ৰাজ্যত ষড়ঋতু

এখনি পূৰ্ণাঙ্গ মিলনান্ত নাটক।' এই নাটকত ভাও দিবলৈ লবি আহিছে উত্তৰ-মেঘৰ অলকাৰ নাগৰী কামিনীসকল 'হস্তে লীলাকমলমলকে ৱালকুন্দানুৱিদ্ধং......হংসশ্ৰেণী ৰচিতৰসনা নিত্যপদ্মা নলিন্যঃ।' মদন-প্ৰিয়া নাগৰীহঁতৰ হাতত লীলাপদ্ম, অলকত নৱীন কুন্দ, গালত লোধ্ৰ ফুলৰ ৰেণু, খোপাত নৱ কুৰুবক, কৰ্ণত শিৰীষ, সেঁওতাত কদম্ব। 'ঋতুসংহাৰ'ৰ বৰ্ষাবৰ্ণনৰপৰা কৱিয়ে বকুল মালতী যূথিকা কদম্বৰ সৌন্দৰ্য্য আনিছে: 'শিৰসি বকুলমালাং...কান্তৱৎ কাল এষঃ।' চৌধাৰীয়ে শৰদ্বৰ্ণনৰপৰা কমলবদনা নীলোৎপলনয়না কঁহুৱা ফুলেৰে শোভিতবস্ত্ৰা, কুমুদৰুচিৰহাসা কামিনীৰূপে শৰতৰ চিত্ৰ আঁকিছে। তৃতীয়তে বসন্ত-বৰ্ণনৰ শ্লোক উদ্ধাৰ কৰি বসন্তত কেনেকৈ প্ৰমদাসকলৰ কান্তি নৱ-কৰ্ণিকাৰ অশোক নৱমল্লিকাই তুলি ধৰে, তাৰ কথা কৈছে। পুষ্পিকাত কালিদাসৰ নামেৰে 'পুষ্পবাণৱিলাসকাব্য' হ'ল নন্দসূনুৰ সহস্ৰ যুৱতীৰ লগত কৰা ভুৱনবিদিত বিচিত্ৰ চৰিত্ৰ অৱলম্বন কৰি ৰচা 'স্বাহুশৃঙ্গাৰকাব্য', যদিও তাত সন্নিৱিষ্ট ছাব্বিশটি শ্লোক অলপ পৰিমাণে বিক্ষিপ্ত প্ৰকৃতিৰ। চৌধাৰীয়ে 'চন্দ্ৰ-মল্লিকা'ত চন্দ্ৰমল্লিকাৰ খণ্ডিতা নায়িকা-ৰূপ পৰিস্ফুট কৰিবৰ কাৰণে তাৰপৰাই অষ্টম শ্লোকটি উদ্ধাৰ কৰি অনুবাদ কৰিছে। 'কান্তা যাস্যতি দূৰদেশমিতি ...॥' 'প্ৰেমৰ জয়'ত প্ৰকৃতিৰ প্ৰলয়ঙ্কৰী মূৰ্ত্তিৰ সমুখত প্ৰিয়া-বিৰহত উদ্‌ভ্ৰান্ত কপোতটিৰ উদ্বাউল ৰূপ ফুটাই তুলিবলৈ কালিদাসভক্ত চৌধাৰীয়ে 'শৃঙ্গাৰৰসাষ্টক'ৰপৰা নিশাখন উন্মত্তৱৎ ভ্ৰমণ কৰি ফুৰা কান্তা-বিয়োগ-বিধুৰ চক্ৰৱাকটিৰ চিত্ৰ তুলি দিছে: 'আয়াতি যাতি ··· কান্তাৱিয়োগৱিধুৰো নিশি চক্ৰৱাকঃ॥' এইভাৱে দেখা পোৱা যায় মহাকৱিৰ সৌন্দৰ্য্যদৰ্শী মহত্বই কৱিক এক অপূৰ্ব্ব আনন্দৰ সন্ধান দি আছিল।

ৱৰ্ডছৱৰ্থৰ কৱিতাৰ মহত্ব লৈ আলোচনা কৰোঁতে মেথিউ আৰ্নল্ডে কৱিতাক মূলতঃ জীৱন-সমীক্ষা বুলি কোৱা কথাটো সকলো সমালোচকৰ মুখে মুখে। আনফালে সকলো আৰ্টেই কল্পনা। কিন্তু জীৱতাং জ্যোতিৰেৱ স্বপ্নঃ। ৰোমাণ্টিক কৱিয়ে জীৱনত নোপোৱাখিনি কৱিতাত



পূৰণ কাৰবৰ মনেৰে এখন নতুন লোকৰ সৃষ্টি কৰে। শ্বেলীৰ স্কাইলাৰ্ক চৰাইটো পৃথিৱীৰ বুকুৰপৰা উঠি দূৰ আকাশৰ পোহৰত বিলীন হ'লেও পৃথিৱীক এৰি সি যাব নোৱাৰে।

জীৱনৰ ছাঁ।

আকৌ ঘূৰি আহিব লাগিব। কৱিয়েও কল্পনাৰ সহায়েৰে য'লৈকে যাওক, জীৱনক এৰি অবাস্তৱ জগত এখন সৃষ্টি কৰিব নোৱাৰে। ৰোমাণ্টিক কৱিয়েতো মাথোন নিজৰ জীৱনকে ডাঙৰ কৰি নেদেখে, নিজৰ দুখত সহৃদয়-হৃদয়জনক কন্দুৱাবলৈ বিচাৰে, মনোৰম আনন্দৰ স্বপ্নৰ পাখি লগাই পাৰিলে আনকো সেই পাখিতে তুলি নিবলৈ বিচাৰে। শ্বেলীয়ে কৈছে হ'বলা, কৱিয়েই বোলে সকলোতকৈ অকৱিত্বপূৰ্ণ বস্তু। ৰঘুনাথ চৌধাৰীক লগ পালেও বোধ হয় সিজনেইযে নানা কূজনৰ বনবিহগ, সি কথা সহজে মনলৈ নাহে। কিন্তু তেওঁৰ এই অকৱি বাহিৰখনৰ অন্তৰালত জীৱনৰ যি ঘোৰ ঘৰষণ চলিব লাগিছে, তাৰপৰা বেদনাৰ হলাহল আৰু কাব্যৰ অমৃত একেলগে নিঃসাৰিত হ'ব লাগিছে। তেওঁৰ কৱিতা তেওঁৰ বেদনাৰ ইতিহাস নহ'লেও, তাৰ ইঙ্গিত তেওঁৰ শাৰীবোৰত চিটিকি পৰি আছে। ৰূপকভাৱে অৱশ্যে 'মনাই বৰাগী' কৱিতাকেইটি এই ইতিহাসৰ প্ৰচেষ্টা। কিন্তু কৱিতা জীৱনৰ ডায়েৰী নহয়, তাৰ কলাপুষ্ট ছায়া মাথোন। চৌধাৰীৰ জীৱনত কিমান আঘাত পুঞ্জীভূত হৈছে, তাৰ লেখৰ বাবে আমি তেওঁৰ জীৱন-চৰিতৰ কাষ চাপিব লাগিব। তাকে কৰাৰ লগে লগে কৱিতাত তেওঁৰ লিৰিকেল ক্ৰন্দনৰ অৰ্থ আমাৰ ওচৰত সহজে প্ৰতীয়মান হ'ব। শৈশৱত সংসাৰৰ ঘটনা বুজিব পৰা-নোৱাৰা অৱস্থাৰেপৰা ইটো-সিটোকৈ বহুতো ধুমুহা তেওঁৰ মূৰৰ ওপৰে পাৰ হৈ গ'ল যাৰ ফলত 'মাজ পথাৰত যেনে থাকে অকলই পত্ৰ-পুষ্প-ফল-হীন তৰু' ( ভিক্ষা ) বা 'পিটনিত পৰা সুগৰী' (বণিজৰ কথা) কৱিৰ জীৱনৰ স্বৰূপ উপমান হৈ পৰিছে। যিসকলে তেওঁক নিঠৰুৱা কৰিলে, তেওঁলোকৰ প্ৰতি কৱিৰ ৰোষ কিন্তু ঢাক খাই পৰি আছে। তাৰ পৰিৱৰ্ত্তে তেওঁ কেতিয়াবা ভাগ্যক ধিয়াইছে; কেতিয়াবা নিজকে 'সকলোৰে সৰু' অনুভৱ কৰি লৈছে, যেন তেৱোঁ কৈছে, A deep

distress has humanised my soul. জীৱনৰ নানা মোহৰ পিছত লৰি শেষত সিবোৰৰ ছলনা বুলি বুজি স্বপ্নভঙ্গ হোৱাৰ যি ইচাটি-বিচাটি, তাক চৌধাৰীয়ে 'ভিক্ষা' কৱিতাত তীব্ৰভাৱে প্ৰকাশ দিছে। সম্ভ্ৰম, উচ্চাকাঙ্ক্ষা, পাৰ্থিব সম্পদ, কমনীয় দেহ-কান্তি, বিলাস, কামনা-বাসনা, ধন, একে একে সকলোৱে তেওঁক গা দেখা দি এৰা দিলে। 'কত কামনাৱে প্ৰাণপণে চাই, বঞ্চিত কৰে বাঁচালে মোৱে।' জীৱনৰ এই বঞ্চনাক তেওঁ ভিক্ষাপাত্ৰত বিচাৰিছে, কাৰণ আশা-সুখ, শান্তি-প্ৰেম তেওঁ মৰীচিকা বুলি বুজিছে ( যতীন্দ্ৰনাথ দুৱৰাৰ কৱিতাতো এই মোহভঙ্গৰ ক্ৰন্দন শুনা যায় ); জীৱনৰ অন্ধকাৰক তেওঁ আহ্বান জনাইছে, বৈষ্ণৱৰ দৰে এই আন্ধাৰক মহামহিমৰ বিভূতি বুলি বিশ্বাস কৰিছে। মুঠতে, এই কৱিতাটো কৱিৰ নানা বঞ্চনাৰে ভৰা জীৱনৰ চিন্তা-ধুম। 'ফল্গু' কৱিতাতো একেই ধোঁৱা—'সংসাৰ-তপন-তাপে জৰ্জ্জৰিত তনু, নাপালো শান্তিৰ ছায়া মৰু-জীৱনত।' একেই বৈষ্ণৱ আত্মলঘিমা—'দিবানে আশ্ৰয় দান পাপী অধমক? ··· মচি দিয়া অভাগাৰ পাপ-তাপ-ৰাশি, ললাট-কলঙ্ক-ৰেখা, সংসাৰ-নিকাৰ।' 'মাতৃদেৱী' কৱিতাও নিজ জীৱনৰে কথা। যাক এদিন হেৰুৱায়ো অবুজ বয়সৰ বাবে হেৰোৱাৰ দুখ অনুভৱ নকৰিলে, পৈণত বয়সত সেই মাতৃৰ কথা সোঁৱৰাৰ লগে লগে কৰি 'কোমল কোলা'ৰ কেঁচুৱা হৈ পৰিছে, 'সংসাৰৰ তীব্ৰ বিষ' 'বেদনা যাতনা শোকে' মুহূৰ্ত্তেকতে জাউৰি দি অস্থিৰ কৰি তুলিছে, আজিহে যেন তেওঁ মাউৰা হ'ল। 'মনাই বৰাগী' কৱিতাকেইটাত কৱিয়ে ৰূপকৰ সহায় লৈ নিজৰ বিফল জীৱনৰ বেহাৰ কথাকে আমাৰ আগত কৈছে আমাৰ পুৰণি-যুগীয়া বীণবৰাগীৰ বেশ ধৰি। 'বিৰহীৰ উক্তি' আৰু 'বৈৰাগ্যৰ কথা'ত 'মনাই বৰাগী'ৰ দৰে কাহিনী-গীতিৰ আখ্যানৰ প্ৰয়াস সামান্যভাৱে আছে, কিন্তু এই দুই কৱিতাত আৰু 'সন্তাপ'ত ভিক্ষা'ৰ দৰে দুখত ভাগি পৰা জীৱনৰ মোহভঙ্গৰ কথাও আছে। জীৱনৰ এই ছলনাৰ পাৰাবাৰৰ পাৰ ক'ত? এই প্ৰশ্ন লৈ কৰি উদ্বাউল। যতীন্দ্ৰনাথ দুৱৰাই জীৱনৰ বেদনাত পাহৰণি-নৈ, পাহৰণি-পঁজা বিচাৰিছিল। আমাৰ কৱিয়ে



জীৱনৰ নিদাৰুণ প্ৰশ্নৰ দুটা সমাধান দেখা পাইছে—এক, ফুল-চৰাই নৈ-পৰ্ব্বতৰ মোহ-মায়াহীন কলুষহীন সৌন্দৰ্য্যত বুৰ মাৰিলে প্ৰাচীন যতিসকলৰ দৰে জীৱন আৰু জীৱনৰ নিষ্ঠুৰতা, দুইটাকে পাহৰি থাকিব পাৰি; দুই, মৰণৰ পথেদি জীৱনৰ এই নিষ্ঠুৰতাৰ বিলোপ; 'মৰণ' 'অন্তিম জ্যোতি' ফুলশয্যা'ত মৰণৰ জ্যোতিৰ্ম্ময় আহ্বান কৱিয়ে শুনাৰ বাতৰি আমাক দিছে। On earth a broken arc, in heaven a complete circle. 'পৰম-আনন্দ-ৰূপ ধ্ৰুৱ-জ্যোতিকণা নাপামনে আৰু সি লোকত?' জীৱনৰ সংগ্ৰামৰ বাৰ্ত্তা তেওঁ আমাক নিদিয়ে, তাৰ অৱসানতহে তেওঁ সপোনৰ শান্তি পোৱাৰ আশা কৰে। গতিকে তেওঁৰ জীৱনৰ দৰ্শনত ৰোমাণ্টিক পলায়ন আৰু স্বপ্ন আছে, সমৰ আৰু দিঠকৰ দিগ্বিজয় নাই। জীৱনৰ ওচৰত তেওঁ অমৃত বিচাৰিছিল, পালে ঘোৰ হলাহল। তেওঁৰ জীৱন পদ-দলিত তৃণৰ জীৱন—

বিফল বাসনা মোৰ বিফল বাসনা—
পালোঁ ওৰে জীৱনত সহস্ৰ বেদনা।—এলাগী বন

ঋতু যায়, ঋতু আহে; শেৱালি সৰে, শেৱালি ফুলে। কিন্তু কৱিৰ হিয়াখন?

সৌন্দৰ্য্য-পৰাগ-শূন্য হিয়াখনি
মুঠে আৰু ঠন ধৰি।— বিষাদ

বাস্তৱিকতে, যেতিয়ালৈকে ৰঘুনাথ চৌধাৰীৰ জীৱন-বীণত এই একো ৰস করুণ ৰৱ বাজি আছিল, তেতিয়ালৈকে তেওঁৰ কৱিতাৰ মইনাজনীয়ে মাত মাতিছিল। আজি তেওঁৰ জীৱনৰ খাতা-বহী ঋণাঙ্কৰপৰা যোগাঙ্কলৈ আহিছে; এতিয়া আৰু বাল্মীকিৰ শোক শ্লোক হৈ নগলে।

প্ৰকৃতিৰ বিচিত্ৰ ৰূপৰ আভাস দিয়া বা অন্তৰৰ ভাব-অনুভূতি প্ৰতি-ফলন কৰাতেইযে কৱিৰ কাৰিকৰি ফুটিছে, সি নহয়, সেইবোৰ কাৰ্য্যৰ বাবে তেওঁ যি ৰহণ আৰু লেখনী ব্যৱহাৰ কৰিছে, তাতো তেওঁৰ কলানৈপুণ্য ধৰা পৰিছে। কৱিতাৰ ভাষা আৰু কৱিতাৰ ছন্দ হ'ল এনে সঁজুলি। শঙ্কৰদেৱ মাধৱদেৱ আদিৰ হ্ৰস্ব-দীৰ্ঘ ভাষা-ছন্দত যি হিল্লোল, সি

কেইবাশতিকাৰো ব্যৱহাৰ আৰু অনুকৰণৰ পিছত যেন স্পন্দন হেৰুৱাই পেলাইছিল। নতুন যুগে আকৌ তেনে ভাষাক একেবাৰেই নাকচ কৰি দিলে। গতিকে নতুন যুগৰ কৱিতাই থিয়দঙা দি নতুনকৈ এখুজি দুখুজি শিকিব লগীয়া হ'ল। সেইহে জোনাকী যুগৰ প্ৰথম কৱিসকলত কৱিতাৰ সঙ্গীত-সৌন্দৰ্য্যৰ বিকাশ কঠিন। বেজবৰুৱা, আগৰৱালাৰ বিষয়তো এই কথা সঁচা। কৱিতাৰ ভাষাৰ বিষয়তো এই সময়ত উমান লৈ লৈ বাট বুলাৰ যত্ন অনুমান কৰিব পাৰি। নিতান্ত ঘৰুৱা আৰু গম্ভীৰ সংস্কৃতীয়া শব্দৰ প্ৰয়োগৰ মাজত কৱিতাৰ দোলক ইফাল-সিফাল কৰিছিল। উত্তৰ-জোনাকী যুগতহে কেইবাজনো কৱিৰ ভাষা আৰু ছন্দত মসৃণ অৱলীলা স্বাভাৱিক হৈ পৰিছিল। সিসকলৰ ভিতৰত ৰঘুনাথ চৌধাৰীৰ ভাষা আৰু ছন্দ প্ৰকাশৰ এক সুকুমাৰ মাধ্যম-ৰূপে বিশেষভাৱে নিটোল হৈ উঠে। এফালে সংস্কৃত কাব্যৰ অধ্যয়ন আৰু আনফালে আমাৰ ঘৰুৱা ভাষাৰ শ্ৰদ্ধাশীল চৰ্চ্চাই (তেওঁ অভিধানত সন্নিৱিষ্ট নোহোৱা কামৰূপৰ শব্দবোৰ এসময়ত যত্নেৰে সঙ্কলন কৰিছিল) তেওঁৰ শব্দ-সম্ভাৰৰ আঁতৰা-আঁতৰি দুটা বিন্দু নিৰূপণ কৰি দিয়ে। ফাৰ্চী-আৰবী গোষ্ঠীৰ কৱিত্বময় শব্দমালাৰ লগতো তেওঁৰ পৰিচয়। এই সকলোৱে তেওঁৰ ভাষাৰ পৰিসৰ বিস্তৃত কৰি তুলিছিল। এফালে 'মাধুৰী' আৰু 'গিৰিমল্লিকা' কৱিতাৰ ভাষা, আনফালেদি লৌকিক কাহিনী-গীতিৰ আদৰ্শৰ 'মনাই বৰাগী'ৰ ভাষা লৈ মিলাই চাওক, তাৰ কৰি দুজন যেনেই লাগিব। 'গোলাপ'ৰ ভাষা তেওঁৰ আন কৱিতাৰ দৰেই তৎসম-তদ্ভৱ তথা ঘৰুৱা শব্দৰ বৈশিষ্টযুক্ত চিত্ৰকল্পৰ সমষ্টি, কিন্তু তাৰ মাজতে মছগুল গুলজাৰ গুলবাগান দিলবাহাৰা আদি শব্দ আৰু বুলবুল পাপিয়া আদি চৰাইৰ নামে কৱিতাটোত তাৰ আৱশ্যকীয় পৰিৱেশ সৃষ্টি কৰিছে। ইয়াৰ তুলনাত তেওঁ 'কাৰবালা'ৰ পটভূমিক ভাষাই আৱশ্যকৰ পৰিমাণে ৰহণাই তুলিব পৰা নাই। তৎসম আৰু ঘৰুৱা শব্দৰ সমপ্ৰয়োগ আৰু ভাৱসাম্যৰক্ষা চৌধাৰী ভাঁষাৰ এটি মন কৰিব লগীয়া লক্ষণ। 'সৈকত ভূমিৰ বিৰিখত পৰি ঘূৰাই এবাৰ গা'—

ভাষা, ছন্দ, কাব্যৰূপ



এই শাৰীটোৰ নিবাড়ম্বৰ শৰীৰত প্ৰোথিত 'সৈকত ভূমি' বহুতো পাঠকৰ পোনতে অচিনাকি অভিজাত যেন লাগিব; কিন্তু কৱিতাৰ স্পৰ্শই তাক আমাৰ যেন ঘৰুৱা কৰি থ'লে! ধীৰ কৰ্ষণৰ ফলত চৌধাৰীৰ কৱিতাৰ ভাষা ক্ৰমাৎ অধিক মনোহৰ আৰু প্ৰাণময় হৈ পৰিছিল আৰু 'দহিকতৰা' আৰু সেই গুচ্ছৰ আন কৱিতাৰ প্ৰকাশ ঘন আৰু গাঢ় হৈ উঠিছিল। প্ৰথম জীৱনৰ 'আৱাহন' কৱিতাত যথেষ্ট তৎসম শব্দৰ ব্যৱহাৰ সত্বেও তাৰ প্ৰকাশ সৰল, তাৰ চিত্ৰকল্পবোৰ সহজগ্ৰাহ্য। আনফালে পৰিণত ৰচনা 'দহিকতৰা'ৰ

ডেকাধনি লাগি তোৰ দেহা হ'ল ক্ষীণ,<br>
এয়েনেকি যাহু তোৰ ভাল পোৱা চিন!

বা পাতিলি প্ৰেমৰ হাট লীলা নিকেতন,<br>
কৰে য'ত বসন্তই কুঞ্জে নিধুৱন।

এনেবোৰ শাৰী ঘৰুৱা শব্দ লৈও প্ৰাণগৰ্ভ আৰু সংস্কৃতীয়া শব্দ লৈও আমাৰ ঘৰুৱা চিনাকি।

ছন্দৰ বৈচিত্ৰ্যতকৈও বৈদগ্ধ্যইহে কৰি চৌধাৰীৰ কাম্য। সাধাৰণ পয়াৰ-ত্ৰিপদীতে তেওঁ মিঠা লগা সুৰ তুলিছে আৰু তাতেই তেওঁৰ কৱিত্ব নিমজভাৱে সুৰময় হৈ উঠিছে। অক্ষৰবৃত্ত ছন্দৰ সাৱলীলতাই চৌধাৰী-কাব্যৰ সৌন্দৰ্য্য। আনফালে 'অভিসাৰ', 'বিশ্বৰূপ', এনে দুই-এটি পিছৰ ৰচনাত শ্বাসাঘাতেও প্ৰাধান্য লাভ কৰি এই বৈচিত্ৰ্য দিছে। 'কাৰবালা'ত কৱিয়ে অমিত্ৰচ্ছন্দকো আমাৰ পৰম মিত্ৰ আৰু মিষ্ট কৰি পেলাইছে। কিন্তু আচৰিত কথা 'গিৰিমল্লিকা' কৱিতাত তেওঁ প্ৰৱহমান শাৰীবোৰ এনে কৌশলেৰে ব্যৱহাৰ কৰিছে, যে তাত অন্ত্যানুপ্ৰাস নাই, হঠাতে আমাৰ কাণত নাবাজে। ইফালে আকৌ 'দহিকতৰা' কৱিতাৰ একোটা স্তৱকৰ তিনিটা অন্ত্যানুপ্ৰাসৰ সমাৱেশ বৰ মিঠা।

ৰঘুনাথ মুখ্যতমভাৱে গীতিকৱি। 'কেতেকী', 'দহিকতৰা' দীঘলীয়া কৱিতা; 'কেতেকী'ক পাঁচোটি তৰঙ্গত ভাগো কৰা হৈছে; কিন্তু এই

ছুয়োটিৰ প্ৰাণ-বস্তু লিৰিকেল। লিৰিক কাব্যৰূপত চৌধাৰীৰ আৰ্ট পৰিপাটি, জাকত জিলিকা। তন্ময় কাব্যত তেওঁৰ একমাত্ৰ প্ৰচেষ্টা 'কাৰবালা', কিন্তু তেখেতৰ লিৰিকেল কৱিতাৰ সৌন্দৰ্য্যৰ তুলনাত এই চেষ্টা বৰ উজ্জল নহয়।

কথা-বচনা

ৰঘুনাথৰ গদ্য-ৰচনাৰ লেখ এটা আঙুলিকে পাব হৈ নাযায়। কিন্তু তাৰ ভিতৰতে তেওঁৰ বৈশিষ্ট্য বিৰিডিছে। ১৯৩৬ চনৰ এপ্ৰিলত তেজপুৰত বহা অসম সাহিত্য সভাৰ ষোড়শ সম্মিলনলৈ কেইদিনমান মাথোন থাকোঁতে তেওঁক ধৰি-বান্ধি নি সভাপতি পতা হৈছিল। তাৰ মাজত পৰিকল্পিতভাৱে এখন অভিভাষণ লিখি উলিওৱা সম্ভৱপৰ নহয়। গতিকে তেওঁৰ লেখাটিত এই খৰখেদাৰ সাঁচ থাকি গ'ল। কিন্তু এজন প্ৰধান কৱি আৰু কেইবাখনো আলোচনীৰ সম্পাদক চৌধাৰীৰ আত্মাভিব্যক্তি, স্বীকাৰোক্তি আৰু আশা-ভৰসা ইয়াত প্ৰকাশ পাইছে। প্ৰথম খণ্ডত তেওঁ সাহিত্য আৰু কাব্যৰ স্বৰূপ লৈ আলোচনা কৰিছে; এই আলোচনাৰ মাজলৈ প্ৰাচীন ভাৰতীয় আলঙ্কাৰিক বা আধুনিক পাশ্চাত্য সমালোচক, কাকো তেওঁ টানি অনা নাই। চৌধাৰীয়ে ইয়াত গদ্যকঠোৰ বিচাৰেৰে সিদ্ধান্ত দিবলৈ যত্ন নকৰি কৱিৰ অনুভূতিৰে সৌন্দৰ্য্যৰ দিগ্‌দৰ্শন কৰিবলৈ বিচাৰিছে। গতিকে সমীক্ষা-সূত্ৰ লৈ কোনোৱে ইয়াৰ লগত খৰিয়াল কৰিলেও কৰিব পাৰে, কিন্তু ইয়াক এজন কৱি-সাধকৰ মৰ্ম্মবাণী বুলি গ্ৰহণ কৰাই হয় সহজ পথ। কৱিতাৰ সংজ্ঞা অনেক সমালোচকেই দিছে, তথাপি সি সংজ্ঞাহীন হৈ ৰৈছে। চৌধাৰীয়ে কৈছে, 'সাহিত্যৰ সৌন্দৰ্য্যই কৱিতা, কল্পনাৰ স্বাভাৱিকতাই কৱিতা; জীৱন-প্ৰৱাহত অসংযতভাৱে উঠা ভাব-তৰঙ্গৰ করুণ উচ্ছ্বাসেই কৱিতা···অন্তৰৰ এই হ্লাদিনী শক্তিয়েই কৱিতা।' এই সংজ্ঞাই কৱিতাক সামগ্ৰিকভাৱে নাসাবটিলেও তাৰ গভীৰ দিশবোৰৰ ফালে ইঙ্গিত কৰিছে। সেইদৰে তেওঁৰ আন কিছুমান উক্তি তেনে মূল্যবোধেৰেই গ্ৰহণ কৰিব লাগিব,—'কাব্যৰ অঙ্গ ঘাইকৈ দুটা—সঙ্গম আৰু বিৰহ।' 'যত অন্তৰৰ দৈন্য, ভাবৰ অসংযম,



সাহিত্য সেই কল্পলোকৰপৰা চিৰকাললৈ নিৰ্ব্বাসিত।' ফ্ৰয়েড আদিৰ প্ৰভাৱত যি উলঙ্গ নতুন সাহিত্যৰ উদগম হৈছে, তাৰ ফালে আঙুলিয়াই চৌধাৰীয়ে কৈছে, 'আজিকালি বাস্তৱতাৰ নামত কিছুমান বীভৎস আৰু নিৰ্লজ্জ সাহিত্য সৃষ্টি হ'বৰ উপক্ৰম হৈছে···। ···এনে সাহিত্য আৱৰ্জ্জনাৰ ওপৰত গজা কাঠফুলা।' এইদৰে নব্যবাস্তৱক নিন্দা কৰাৰ পিছত তেওঁ বৰ্ত্তমান শিক্ষাৰ কেৰোণ, পাঠাগাৰৰ আৱশ্যকতা, অসমত পমুৱাৰ সমস্যা অসমত বঙালীৰ cultural conquest, অসমত বিশ্ববিদ্যালয় আদি বিষয়ে নিজৰ মন্তব্য দাঙি ধৰিছে। শেহৰ ফালে তেওঁ আমাৰ অৱসৰপ্ৰাপ্ত শিক্ষিত লোকসকলক সাহিত্য-চৰ্চ্চালৈ আহ্বান কৰিছে আৰু অসমীয়া ভাষা-সাহিত্যত আশাৰ ৰেঙণি দেখা পাই সন্তোষ প্ৰকাশ কৰি ভাষণ সামৰিছে।

চৌধাৰীৰ কথাশৈলীৰ আচল সৌন্দৰ্য্য প্ৰকাশ পাইছে 'নৱমল্লিকা'তহে। 'নৱমল্লিকা'ৰ এক মল্লিকা 'তন্ময়তা' নামৰ কথা-কৱিতাটি 'আৱাহন' পত্ৰিকাৰ প্ৰথম বছৰৰ তৃতীয় সংখ্যাত (পুহ ১৮৫১ শক) প্ৰকাশ হৈছিল। বাকীকেইটি ৰচনা বিংশ শতিকাৰ ষষ্ঠ দশকৰ ভিতৰতে ৰচিত। মন কৰিব লগীয়া, এই সময়ত আৰু চৌধাৰীয়ে কৱিতাত ছন্দ মিলোৱা কাম এৰি দিছিল। 'ফুল', 'চন্দ্ৰ-মল্লিকা', 'এলাগী বন' আৰু 'তন্ময়তা' কাব্যোপম গদ্যত ৰচনা কৰা প্ৰকৃততে কৱিতাই, তাত আমি 'সাদৰী' 'কেতেকী' 'দহিকতৰা'ৰ কৱিৰে পুনৰ্দ্দৰ্শন লাভ কৰোঁ। বাকীকেইটিতো তেওঁ অকৱি হৈ পৰা নাই। সেইকেইটিত কৱিয়ে একোটি সৰু কাহিনী বা 'মিথ্' সৃষ্টি কৰিবৰ যত্ন কৰিছে। 'প্ৰেমৰ জয়'ত সাতদলা বিলৰ পাৰত পাম পতা ডেকা বাপুৱে ভদ্ৰমুখী বিৰলীজনী, পোহনীয়া শালিকা-যুৰিৰে হোৱা পৰিয়ালতে এযুৰি কপৌ যোগ দি যিখন সংসাৰ পাতিছিল, তালৈ হঠাৎ কেনেকৈ ধুমুহা আহিল, তাকে কোৱা হৈছে। উদভ্ৰান্ত প্ৰিয়া-বিৰহৰ মাজত প্ৰিয়া-মিলনৰ আশাটি কিমান করুণ, তাকে ইয়াত চৌধাৰীয়ে ব্যক্ত কৰি তুলিছে। 'মৌন বেদনা'ত তেওঁ এটা উধনীয়া শিলৰ সকলোৰে নেওচা খোৱা জীৱনৰ জীয়াতু অভিনৱভাৱে ফুটাইছে।

'জীৱনৰ হাবিয়াস'ত এটা হাফলু উৱলি ওলোৱা এজাক উই পৰুৱা, সিহঁতক খাবলৈ অহা এটা পাতবেং আৰু তাৰ পিছভৰি ছুখন ধৰি কৰচি খাবলৈ ধৰা বামুণী সাপৰ কথা লৈ ভকতদাহ দিহদাৰৰ মনৰ চিত্ৰ এখনি অঁকা হৈছে।' গছা আৰু চাকি' আৰু 'খদা আৰু জাপি'ত এইবোৰ অচেতন প্ৰাণী-পদাৰ্থৰ উখনা-উখনি যেন কৱি চৌধাৰীয়ে মনৰ কাণেৰে শুনিবলৈ পাইছে। এলাগী বন বা উধনীয়া শিলৰ বুকত যেন তেওঁ নিজৰ জীৱনৰে কিবা এটি অভিব্যক্তি পঢ়িবলৈ পাইছে। 'নৱমল্লিকা'ৰ কেয়োখনি ৰচনাৰে ভাষা প্ৰাণময় আৰু সুন্দৰ, কৱিৰ প্ৰাণে তাৰ মাজেদিয়ে নতুন প্ৰকাশৰ সুৰুঙা বিচাৰি উলিয়াইছে। এই ভাষা মাজে মাজে চিত্ৰময় বিলাসী ;— 'ওপৰত অনন্ত নীলাকাশ। নীলে নীলে নিখিল বিশ্বভুৱন যেন গাঢ় নীলিমাময় এখনি নীলাম্বৰী গাত মেৰিয়াই লৈ অপূৰ্ব্ব শ্ৰী ধাৰণ কৰিছে।' বিষয় অনুসৰি এই ভাষা ঘৰুৱা জতুৱা—'চেঁউৰীজনী জগোঁ জগোঁ অৱস্থা, ক'ববাত মৰবচ পেলালে নে শাল বজি মৰিলেই, কিজানি বনৰজাৰ পেটতে সোমাল, ভাবি একো থিৰাং কৰিব নোৱাৰে। য'তে ত'তে উধাতু খাই বিচাৰি ফুৰিছে, গোসাঁয়ে তেও মূৰ দাঙি চোৱা নাই।' এফালে 'ফুল', 'চন্দ্ৰমল্লিকা' আৰু 'প্ৰেমৰ জয়'ৰ ভাষা কালিদাসৰ কাব্যৰ স্মৃতিৰে উচ্ছ্বসিত হৈ পৰিছে। আনফালে আকৌ চৌধাৰীৰ ভাষাজ্ঞান জতুৱা ঐতিহ্যলৈকে বিয়পি পৰিছে ; 'হাঁহিৰ কুমৰধনি', 'সিয়ে দেৱতাও নাপালে, ভকতো নাপালে', 'কিমান কাল ভাৰ বুকি থাকিব', 'লালোডিঙা হৈ টাকুৰি ঘূৰাদি ঘূৰি ফুৰিছে,' 'লাভে বেং অপচয়ে ঠেং', গৰুৰ্ভেও শিল', 'খেনোৱে বাটলুগুটীয়া, খেনোৱে কৰাইগুৰীয়া,' 'চৰাইবোৰে অশুচি কৰা বুকুখন,' 'কেও-কিছু নাই, অকলশৰীয়া একনীয়া পাৰ', 'লেটা-বৰালি', 'শোৱণসুৰীয়া সুন্দৰ নোদোকা পোৱালি', 'নপতা ফুকন হৈ ফকাম পাতি বহি আছিল', 'কাঁচি ব'দ ওলোৱাৰেপৰা কেঁৰা ছুপৰীয়ালৈকে কঢ়িয়াই নিওঁতে নিওঁতে তাইৰ কঁকালটো টনকা যেন পালে।' ভাষাৰ এই স্তৰত ফকৰা-যোজনাৰো অভাৱ নাই,—'দিনটো যায়, খেণটো নাযায়', 'ওৱাক নিন্দে কোৱাই, পুঠি-খলিহাক নিন্দে ভেৰপেটী মোৱাই।' স্থিতিস্থাপ-



কতাযুক্ত পৰিসৰৰ চৌধাৰীৰ কথাশৈলী আগলৈকো সোৱাদ লগা বিষয় হৈ থাকিব।

'নৱমল্লিকা'ৰ 'প্ৰেমৰ জয়' আদিৰে একে পৰ্য্যায়ৰ পাঁচোটি চিত্ৰেৰে অপ্ৰকাশিত 'পচতীয়া' পুথিখনি। পাঁচোটাতে 'নৱমল্লিকা'তকৈ কিছু অধিক পৰিমাণে কাহিনী-বস্তু সন্নিৱেশ কৰা হৈছে। কিন্তু পাঁচোটি ৰচনাই গল্পৰ শাৰীলৈ উঠা নাই, সেই দোঁখ চৌধাৰীয়ে কেয়োটিকে 'চিত্ৰ' মাত্ৰ বুলিয়ে ক্ষান্ত হৈছে। কেয়োটিকে গাঁৱলীয়া জীৱনৰ নিখুঁত ছবি বুলিব পাৰি। খৰটকীয়া স্কেপৰ দৰে গ্ৰাম্য-জীৱনৰ ভাল-বেয়া নানা সৰু-সুৰা বাস্তৱ কথাৰে ভৰা ছবিৰ লগতে চৌধাৰীয়ে গাঁৱলীয়া লোকৰ ভাষাৰ সহজ প্ৰকাশেৰে আমাৰ যেন এটি নতুন পৰিচয় ঘটাইছে। এই বিষয়তে তেওঁৰ আগৰ ভাগৰ ৰচনা 'মনাই বৰাগী'লৈ আমাৰ সততে মনত পৰি থাকে।

উপসংহাৰত সূত্ৰৰূপে ৰঘুনাথ চৌধাৰীৰ বৈশিষ্ট্যৰ বিষয়ে কওঁ।—

দান আৰু স্থান

ৰঘুনাথৰ কাব্য-জীৱনত এটি অবিৰল প্ৰৱাহ দেখা পোৱা যায়। কৱিতা তেওঁৰ আদি যৌৱনৰ চঞ্চল পৰিত্যক্ত প্ৰেম মাথোন নহয়। তেওঁৰ লেখাত সেই দেখি এটি কৱিমনৰ আৰু তাৰ স্ফুৰণৰ ক্ৰমবিকাশ ফুটি উঠে। তেওঁ এদিন জীৱনত যি গৰল পান কৰিব লগীয়া হৈছিল, তাৰপৰাই তেওঁৰ কৱিতাৰ অমৃতনিগৰি ওলাইছে। জীৱনৰ বাস্তৱৰ কঠোৰ নিষ্পেষণৰপৰা প্ৰকৃতিয়ে তেওঁক যি অব্যাহতিৰ পথ নিৰ্দ্দেশ কৰি দিছিল, সেই পথ তেওঁ সাৰ্থকভাৱেঅনুসৰণ কৰি নিজে যি আনন্দৰ সন্ধান পাইছিল, তাকে তেওঁ আমাকো কৱিতাত দিছে।

তেওঁ বহিঃপ্ৰকৃতি তথা অন্যত্ৰ য'ত ৰূপ ৰস গন্ধ স্পৰ্শ আৰু শব্দৰ সন্ধান পাইছে, তাতে মজি পৰিছে। সেই সন্ধান আৰু সেই তৃপ্তিৰ সম্বাদ তেওঁৰ কৱিতাই আমালৈও বহন কৰি আনিছে। প্ৰকৃতিৰ সৌন্দৰ্য্য, প্ৰকৃতিৰ প্ৰজা পুষ্প আৰু বিহগৰ প্ৰেম আৰু সৌন্দৰ্য্যৰ দৌত্য এই তৃপ্তিৰ প্ৰকৃতিৰ বুকুত সুন্দৰ দৃশ্যাৱলীৰ চিত্ৰ অতি মনোৰম। প্ৰকৃতি-কৱিৰূপে তেওঁক পিছ পেলোৱা কোনোজন এতিয়ালৈকে অসমীয়া সাহিত্যত ওলোৱা নাই বুলি ভাব হয়।

বিশ্বপ্ৰকৃতিৰ সৌন্দৰ্য্যৰ অনুসন্ধানৰ বাটত কৱিয়ে লগৰীয়া বিচাৰি কালিদাসৰ কাললৈকে ঘূৰি গৈছে আৰু ভাৰতীয় কাব্য সৌন্দৰ্য্যৰ ঐতিহ্যৰ লগত আমাৰ সম্বন্ধ ঘটাইছে। আৰু এটি ভাৰতীয় ঐতিহ্যৰ লগত তেওঁৰ কৱিতাৰ যোগেদি আমাৰ পুনঃপৰিচয় ঘটে। সেয়ে হ'ল বৈৰাগ্যৰ আদৰ্শ। কেতিয়াবা বৈৰাগ্য আৰু ত্যাগৰ আদৰ্শৰ মাজত যেন তেওঁ ভাগি পৰিছে। এই সময়তে তেওঁৰ লিৰিকেল ক্ৰন্দন কাৰুণ্যময়, মৰ্ম্মস্পৰ্শী হৈ উঠিছে।

কৱিতাৰ ঐতিহ্যৰ ঐশ্বৰ্য্যযুক্ত তৎসম শব্দৰ লগত অসমীয়া ঘৰুৱা ভাষাৰ এক অপূৰ্ব্ব সমন্বয় ঘটাই তেওঁ তাক কৱিতাৰ এটি মধুৰ বাহন কৰি তুলিছিল। এই ভাষাৰ সুকুমাৰ প্ৰকাশশক্তি কম পৰিসৰৰ ভিতৰত ছন্দৰ মাধুৰ্য্যই তাক সঙ্গীতময় কৰি তুলিছে। তেওঁৰ কথাশৈলীৰো বিশিষ্ট ৰূপ অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ, 'নৱমল্লিকা' আৰু 'পচতীয়া'ত প্ৰতিফলিত হৈছে। এই শৈলী তেওঁৰ কৱিতাৰ শৈলীৰ পৰিপূৰক।

এই সকলোখিনি বৈশিষ্ট্য লৈ ৰঘুনাথ চৌধাৰীদেৱে অসমীয়া সাহিত্যত এক একক, উচ্চ আৰু স্থায়ী স্থান অধিকাৰ কৰিছে। বিশেষকৈ অসমীয়া কৱিতালৈ তেওঁৰ দানৰ সৌন্দৰ্য্যকে বোধ হয় 'বয়সে মৰহাব বা কালেও বাহী কৰিব নোৱাৰিব।' অসমীয়া সাহিত্যত এই স্থান-লাভৰ দ্বাৰা — ভাৰতৰ বিভিন্ন প্ৰান্তৰ উত্তৰোত্তৰ বৰ্দ্ধনশালী ঐক্যবন্ধনৰ-পৰা — ভাৰতীয় সাহিত্যতো চৌধাৰীয়ে এটি সাদৰ স্বীকৃতিযে লাভ কৰিব, তাত সন্দেহ নাই, কাৰণ ঊনবিংশ শতকৰ শেষ আৰু বিংশৰ পূৰ্ব্বাৰ্দ্ধত সমস্ত ভাৰতত যি পুনৰ্জ্জাগৰণ চলিছিল, তাৰ পৰিপ্ৰেক্ষিতত চৌধাৰী-ৰচনাৰ বিশেষ এটি সাৰ্থকতা আছে।

---